# ময়েই সেই ৰাজ্য



শ্ৰীকৃষ্ণ হৰি ডেকা

দত্ত বৰুৱা এণ্ড কোম্পানী
পানবজাৰ, গুৱাহাটী-৭৮১০০১

# মূলকথা

নিৰাকাৰ শক্তি সৃষ্ট এই জীৱ জগত। নানা ধৰণৰ জীৱ-জন্তু, কীট-পতঙ্গ আৰু উদ্ভিদাদিৰে সুশোভিত ধৰণী। ধৰণী প্ৰকৃতিৰ এখন মনোমোহা ফুলনি। নিৰাকাৰ সৃষ্টিকাৰী শক্তিৰ লীলাভূমি।

এই ফুলনিত জাত বলী আৰু বুদ্ধিমান জীৱে, দুৰ্বলীক শাসন কৰে, শোষণ কৰে আৰু দুৰ্বলীক ভক্ষণ কৰি জীৱন নিৰ্বাহ কৰে। ই জীৱ জগতৰ জীৱন চৰিত্ৰ। প্ৰকৃতিৰ নীতি।

মানৱ সমাজত প্ৰচলিত জাতি, ধৰ্ম, আৰু আইন কানুন সকলো মানৱ সৃষ্ট। নিৰাকাৰ সৃষ্টিকাৰী শক্তিয়ে সৃষ্ট নহয়। ধৰ্ম মানৱ সমাজ ৰক্ষণৰ এনাজৰি। আধ্যাত্মিকতাত ধৰ্ম পৰ জনমত অমৰ আত্মাৰ সদগতি লাভৰ স্নায়ু কেন্দ্ৰ বুলি অভিহিত।

আইন সমাজ ৰক্ষণ আৰু দেশ শাসনৰ আমোঘ অস্ত্ৰ। স্বাৰ্থান্বেষী আৰু ক্ষমতা প্ৰয়াসী মানুহে আইনৰ ক্ষমতাৰ আশ্ৰয়লৈ দুৰ্বলীক শাসন কৰে, শোষণ কৰে আৰু ইহ জনমতে স্বৰ্গসুখ ভোগ কৰে।

মহান মনীষী সকলৰ মতে পাপ আৰু পূণ্য মানৱ জীৱনৰ অবিচ্ছেদ্য অংগ। মানুহে কৃত কৰ্মৰ ফলভোগ কৰে ইহ জনমত নহলে পৰকালত।

মানুহৰ জীৱন যৌৱন ৰূপ লাৱণ্য আৰু ধন দৌলত সকলো ক্ষণস্থায়ী। নিস্বাৰ্থ প্ৰেম-প্ৰীতি আৰু ভালপোৱা মানৱ জগতত অপাৰ্থিব। স্বৰ্গীয়। ধন দৌলতৰ আশাত আৰু ৰূপ লাৱণ্যত মুগ্ধ প্ৰেম-প্ৰীতি আৰু ভালপোৱা পাৰ্থিব ক্ষণস্থায়ী আৰু ধ্বংসমুখী।

শিক্ষা-দীক্ষা, ধৰ্ম আৰু সমাজ সেৱা পঞ্চভৌতিক মানৱ জীৱনৰ জকমকীয়া দিনৰ পোহৰ। কাম, ক্ৰোধ, লোভ আৰু মোহাদি মানৱ জীৱনৰ বিপদ সংকুল ধ্বংসমুখী ৰাতিৰ খিটমিটীয়া এন্ধাৰ।

এই পাপ-পূণ্য জড়িত ধৰ্ম আৰু আইনৰ দ্বাৰা শাসিত মানৱ সমাজৰ এজন নৰহন্তা লুণ্ঠনকাৰী কামান্ধ আৰু ধৰ্ম আৰু সমাজ সেৱাৰ মুখা পিন্ধা মানুহৰ জীৱন কাহিনী এই কিতাপখনিৰ বিষয়বস্তু।

মূল কাহিনীৰ অংগ আৱৰ্ত্তিত আছে— ধন দৌলতৰ লোভত পৰি নিজৰ বিবাহিত স্বামীক সংগোপনে হত্যা কৰি, ইহজনমত নৰহত্যা পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰা এগৰাকী ধন-পিপাসু কামান্ধ নাৰীৰ দুৰ্দশাগ্ৰস্ত শোকাবহ জীৱন কাহিনী। এজনী ষোড়শী সুন্দৰী যুৱতীক লৈ তিনিজন প্ৰেমিকৰ প্ৰেমৰ প্ৰতিদ্বন্দ্বিতা। নিশা গৃহত পহৰাৰত সশস্ত্ৰ গৃহস্বামী ছায়ামূৰ্তিৰ দ্বাৰা আক্ৰান্ত। এক চাঞ্চল্যকৰ লোমহৰ্ষক ঘটনা। ভূতৰ নাভূত নাশ্ৰুত অলৌকিক লোমহৰ্ষক অত্যাচাৰৰ কাহিনী। হীৰা, মণিক পান্না মুক্তাদি খচিত পাচ লক্ষ টকা মূল্যৰ অতি আধুনিক সোণৰ অলংকাৰক নেওঁচি পিতৃ-মাতৃহাৰা গৃহহীন যুৱক এজনৰ লগত ষোড়শী সুন্দৰী যুৱতী এজনীৰ অকৃত্ৰিম প্ৰেম। মদাপী কামান্ধ যুৱকৰ দ্বাৰা ৰংগমঞ্চত নৃত্যৰত নৰ্ত্তকী আক্ৰান্ত। বিশৃংখল জীৱনৰ পৰিণতি। পিতৃহন্তাৰ ওপৰত পুত্ৰৰ প্ৰতিজ্ঞা পূৰণ। লোমহৰ্ষক হত্যাকাণ্ড। স্বীকাৰোক্তি। পাপৰ পৰিমাণ। প্ৰকৃত প্ৰেমিক প্ৰেমিকাৰ অভূতপূৰ্ব মিলন। ইত্যাদি। এই কিতাপখনিত বৰ্ণিত কাহিনী সমূহ সম্পূৰ্ণ কাল্পনিক। নিৰাকাৰ শক্তি সৃষ্ট মানৱ চৰিত্ৰৰ ওপৰত ভিত্তি কৰি ৰচিত। কোনো সামাজিক জাতি ধৰ্মৰ ওপৰত ভিত্তি কৰি নহয়। ভুলত্ৰুটিৰ কাৰণে লিখক মাৰ্জনীয়।

লিখক—

১।১।৮৯ ইং
গুৱাহাটী

অসমৰ নগাঁও জিলাৰ হোজাই অঞ্চলৰ গভীৰ অৰণ্যৰ মাজত তাহানিৰ ভেৰেলী নামে এটা বিল। সেই বিলটোৰ পাৰতেই মহম্মদ চিৰাজ আলিৰ ঘৰ। চিৰাজ আলিৰ জন্মস্থান মৈমনসিং জিলাৰ (বৰ্ত্তমান বাংলাদেশ) অন্তৰ্গত পলাশগঞ্জ নামে এখন সৰু গাওঁত।

জমিদাৰৰ দ্বাৰা নিষ্পেষিত জমিহীন চিৰাজ। জমি বিচাৰি আহি ঘোৰ অৰণ্যৰ মাজত, অসমৰ মাটিত বসবাস কৰিবলৈ লয় চিৰাজ।

মিঠা বৰণীয়া চিৰাজৰ গাৰ গঠন পাতল। ক্ষীণকায়। ওখ। চকুযুৰি কোটৰাগত দীপ্ত। গোফযোৰা চিকুণোৱা। মূৰৰ চুলিবোৰ চুটিকৈ কটা। দাড়িকোচা দীঘল। বুকুৰ ওপৰত ওলমি থকা।

চিৰাজৰ দৈনন্দিন ব্যৱহৃত সাজ-পোচাক বুলিবলৈ কলা লুঙি এখন, বগা বনিয়ন এটা আৰু মূৰত এটা আওঁপুৰণি বগা টুপী। শীতৰ দিনত হাট-বজাৰলৈ যোৱাৰ সময়ত বনিয়নটোৰ ওপৰত পিন্ধি লয় বগা হাফচাৰ্ট এটা। চিৰাজ কঠোৰ পৰিশ্ৰমী আৰু ধৰ্মান্ধ। বয়স অনুমান পয়ত্ৰিশ। পিত্ত ৰোগাক্ৰান্ত।

চিৰাজৰ পৰিবাৰৰ নাম বেগম আনোৱাৰা। আনোৱাৰাৰ গাৰ বৰণ গৌৰ, উজ্জ্বল। শৰীৰৰ গঠন সুঠাম, নিপোটল। চকুজুৰি আয়ত স্বপ্নাবিষ্ট, সম্মোহক। মূৰৰ চুলিটাৰি ককাললৈ বৈ পৰা। নাক-মুখৰ আকৃতি ধুনীয়া, আকৰ্ষক। পাতল নীলা ৰঙৰ শাৰীখন পিন্ধি আনোৱাৰাই সাজি কাচি ওলালে, সাধু কথাৰ পৰী যেন দেখি তাইক।

ভেৰেলী বিলত চিকাৰ কৰিবলৈ অহা চিকাৰীবোৰে ৰোমাঞ্চিত হয় আনোৱাৰাক দেখি। ভেবা লাগি একেথৰে চাই থাকে তাইক। কোনো কোনো চিকাৰীয়ে তাইক নীলাম্বৰী পৰী বুলি মন্তব্য কৰাও শুনা যায়।

কামাল আৰু জামাল, চিৰাজ আৰু বেগম আনোৱাৰাৰ যুগ্ম যৌন জীৱনৰ ফলশ্ৰুতি দুটি পুত্ৰ সন্তান। কামালৰ বয়স দহ আৰু

জামালৰ বয়স সাত। চাৰিটি প্ৰাণী লৈয়ে ঘোৰ অৰণ্যৰ মাজত চিৰাজৰ সৰু পৰিয়ালটি থাকে।

চিৰাজৰ জীৱন নিৰ্বাহৰ ঘাই অৱলম্বন মাছৰ ব্যৱসায়। পাকৈত মাছুৱৈ চিৰাজ। ভেৰেলী বিলত মাছ ধৰি নি সি হোজাই, লংকা, নীলবাগান আৰু দবকাদি সাপ্তাহিক বজাৰত বিক্ৰি কৰি সংসাৰ চলায়। ভেৰেলী বিল চিৰাজৰ অতি আপোন। ভেৰেলী বিলৰ মাছ, চিৰাজৰ ঈশ্বৰ প্ৰদত্ত।

আমি যি সময়ৰ কাহিনী কবলৈ ওলাইছো, সেই সময়ত ভেৰেলী বিলত অপৰ্য্যাপ্ত মাছ। বহাগ মাহত কাৰৈ, মাগুৰ মাছবোৰে উজান দি আহি চিৰাজৰ চোতালত উঠে।

চিৰাজে মাছৰ ব্যৱসায় কৰাৰ উপৰিও, বিলৰ পাৰৰ পলসুৱা মাটিত খৰালি কালত আলু, বেঙেনা, লাউ, কোমোৰা আৰু পিয়াজ, জলকীয়াৰ খেতি কৰে। গাওঁৰ পৰা বড়ো ধানৰ কঠিয়া আনি বড়ো খেতি কৰে বিলৰ পলসুৱা বোকাত।

কেইবছৰমানৰ ভিতৰতে গৰীব চিৰাজ আলিৰ আৰ্থিক অৱস্থাৰ উন্নতি ঘটে। তেওঁ কিনি আনে হালোৱা গৰু এহাল। বিলৰ পাৰৰ হাবি-বন কাটি আৰম্ভ কৰে আহুধানৰ আৰু মৰাপাটৰ খেতি।

জ্যেষ্ঠ পুত্ৰ কামাল স্বাস্থ্যৱান, সাহসী আৰু কঠোৰ পৰিশ্ৰমী। খেতিৰ কামত আৰু বিলত মাছ ধৰাত সহায় কৰে সি চিৰাজক। কনিষ্ঠ পুত্ৰ জামাল ধুনীয়া আৰু মৰমলগা ল'ৰা। মাক-বাপেকৰ আলাসৰ লাডু। চিৰাজে জামালৰ নাম ভৰ্ত্তি কৰি দিয়ে নি হোজাই প্ৰাইমাৰী স্কুলত।

ভেৰেলী বিলৰ তথা চিৰাজৰ ঘৰৰ উত্তৰে দবকা, পুবে নীল-বাগান আৰু দক্ষিণে হোজাইৰ বিস্তীৰ্ণ অঞ্চল। চিৰাজৰ ঘৰৰ পৰা প্ৰায় পাঁচ ছয় মাইলৰ ভিতৰত কোনো মানুহৰ বসতি নাছিল। অটব্য হাবি। বন্য জন্তুৰ লীলাভূমি।

চিৰাজে দবকা, নীলবাগান আৰু হোজাইলৈ অহা-যোৱা কৰাৰ কাৰণে হাবি বন কাটি উলিয়াই লৈছিল সুৰ সুৰীয়া হাবিতলীয়া বাট এটি। সেই বাটেৰে কেতিয়াবা চিৰাজৰ লগত, কেতিয়াবা অকলে স্কুললৈ অহা যোৱা কৰে জামালে।

মাজে সময়ে দিনতে বাটত বাঘ ভালুক ওলায়। জামালে অকলে সেই দুৰ্গম পথেৰে স্কুললৈ অহাযোৱা কৰাত অনেকবাৰ ভয়

পায়। জামালে কেতিয়াবা স্কুলৰ পৰা ঘূৰি অহাত পলম হলে, দা এখন হাতত লৈ আগবাঢ়ি যায় আনোৱাৰাই। পুত্ৰস্নেহত আত্মহাৰা।

চিৰাজ আৰু কামালে ৰাতিপুৱাৰ পৰা গধূলিলৈ মাছ ব্যৱসায়ত আৰু খেতিৰ কামত বাহিৰত ব্যস্ত থাকে। ৰাতিপুৱা ন-বজাত জামালে স্কুললৈ যায়। ঘৰলৈ ঘূৰি আহে গধূলি। ঘৰৰ সকলোবোৰ দৈনন্দিন কাম-কাজ অকলে কৰাৰ উপৰিও আনোৱাৰাই খেতিৰ কামত তথা কঠিয়া কৰা, মৰণা মৰা আদি কামত সহায় কৰে চিৰাজক। স্বাস্থ্যৱতী পৰিশ্ৰমী আনোৱাৰা। অৱশ্যেৰ মাজৰ অকলশৰীয়া কৰ্মব্যস্ত জীৱন ভাল নেপায় বেগম আনোৱাৰাই। অনুভৱ কৰে চিৰাজে।

কামালে কুৰি বছৰ বয়স পাৰ নৌহওঁতেই চিৰাজে বিয়া কৰাই দিয়ে কামালক। যুৱক কামালে পায় জীৱনৰ সঙ্গীনী ৰূপে কামিনীক। বেগম আনোৱাৰাই পায় মাত কথাৰ লগৰী স্বৰূপে বোৱাৰীক। লাঘৱ হয় অকলশৰীয়া জীৱনৰ কাম-কাজৰ।

কামালৰ পৰিবাৰৰ নাম জাহেৰা খাতুন। জাহেৰাৰ গাৰ বৰণ কলা। শৰীৰ শকতাৱত। চুটি চাপৰ। জামালে নবৌয়েকক দেখি প্ৰশ্ন কৰে—"মাজান, কলা, চুটি-চাপৰ ধেনে[illegible] আনিছে কককাই-দেওঁৰ কাৰণে পালানে তুমি?"

"ৰূপে কি কাম কৰে, গুণেহে [illegible] তবে বোপা।" [illegible] দিয়ে আনোৱাৰাই। মাকৰ মুখলৈ কেৰা[illegible] চাই আঁতৰি যায় জা[illegible]

ধৰ্মপ্ৰাণ চিৰাজ। তেওঁ হো[illegible] মহলৰ-মাছ বেচি[illegible] [illegible]লে, গধূলি নামাজ পঢ়ে গৈ হোজাইৰ মচ[illegible]দত। মচ্‌জিদৰ মৌল[illegible] [illegible]হাবৰ ঘৰত এজন গৃহহীন ধৰ্মপৰায়ণ যু[illegible]ক [illegible]স কৰে। যু[illegible] [illegible]চ্‌জিদত মৌলবী চাহাবৰ লগত ধৰ্ম আলোচনা[illegible] [illegible]লে অহা গৰীব দুখীয়া মানুহক টকা পইচা আৰু [illegible] কানি-কাপোৰ দি সহায় কৰে। তেওঁ কিযে ধৰ্মপ্ৰাণ যুৱক।

যুৱকৰ ধৰ্মভাৱ আৰু বদান্যতা দেখি মোহিত হয় চিৰাজ। পৰিচিত হয় যুৱকৰ লগত। কামালৰ বিয়াৰ পাচত সেই ধৰ্মপ্ৰাণ দয়ালু যুৱকে আহি আশ্ৰয় গ্ৰহণ কৰে চিৰাজৰ ঘৰত। ধৰ্মপ্ৰাণ, গৃহহীন যুৱকক নিজৰ ঘৰত আশ্ৰয় দি গৌৰৱ অনুভৱ কৰে হোজা চিৰাজ আলি।

যুৱকৰ গাৰ বৰণ মিঠা। উজ্জ্বল। পৰিধানত বগা পাইজামা,

খদ্দৰৰ পাঞ্জাবী আৰু মূৰত বগা টুপী। গোঁফবোৰা চিকুণোৱা। দাড়িবোৰ দীঘল, বুকুৰ ওপৰত ওলমি থকা। বাওঁ গালত কটা দাগ এটা। কটা দাগটোৰ একাংশ চুলিৰে ঢাকি ৰখা। চকুযুৰি তীক্ষ্ণ-দৃষ্টিসম্পন্ন। সাধাৰণ মানুহৰ চকুত যুৱকৰ চকুযুৰি ভীতিসূচক।

যুৱক ওখ পাখ। দেখাত সিমান শকতাৱত নহয় যদিও তেওঁ যে এজন শক্তিশালী মানুহ তাক নুই কৰিব নোৱাৰি। তেওঁ চলন ফুৰণ আৰু কথা-বতৰাত গহীন। আচাৰ ব্যৱহাৰত ভদ্ৰ আৰু বিনয়ী। বয়স অনুমান ত্ৰিশ। যুৱকৰ নাম মহম্মদ জয়নাল আবে-দিন সৰকাৰ।

চিৰাজৰ থকা ঘৰটোৰ কোঠালী তিনিটা। চিৰাজে তাৰে এটা কোঠালীত সৰকাৰক থাকিবলৈ দিয়ে। কেইমাহমান সেইদৰে থকাৰ পিচত চিৰাজৰ আওঁপুৰণি থকা ঘৰটো সৰকাৰে নিজৰ টকা খৰচ কৰি মেৰামতি কৰে। তাৰ পিচত তেওঁ মানুহ বহাৰ কাৰণে চকি, মেজ, আৰু ঘৰৰ দৈনন্দিন ব্যৱহাৰ্য্য নতুন বাচন-বৰ্তনবোৰ কিনি আনে। ঈদৰ সময়ত ঘৰৰ প্ৰত্যেকজনৰ কাৰণে নতুন কাপোৰ কিনি আনে।

নিজৰ বয়-বস্তু ভিতৰত থৈ নিজে ওপৰত বিচনা পাৰি শুব পৰাকৈ সৰকাৰে কাঠৰ ডাঙৰ পেৰা এটা সজাই আনে। চিৰাজ আৰু বেগম আনোৱাৰাৰ কাৰণেও তেওঁ কাঠৰ পালেং দুখন সজাই আনি দিয়ে। ভাল পায় তেওঁক হোজা চিৰাজ আলিয়ে, আকৰ্ষিত হয় বেগম আনোৱাৰা।

সৰকাৰে নিজৰ আধিপত্য ৰক্ষা কৰাৰ কাৰণে চিৰাজ আলিক হালোৱা গৰু এহাল কিনি আনি দিয়ে। ৰাখি দিয়ে তেওঁ চাকৰ এজন। চাকৰজনৰ নাম চৈয়দ আলি। ডেকা ল'ৰা। অবিবাহিত।

চিৰাজৰ তত্বাৱধানত কামাল আৰু চৈয়দে খেতি কৰে। মাছৰ ব্যৱসায়ত ব্যস্ত থাকে চিৰাজ। সৰকাৰে হোজাই, নীলবাগান, দবকা, লংকা আৰু যমুনামুখ আদি ঠাইৰ সপ্তাহিক বজাৰবোৰত ধান, মৰাপাট আৰু সৰিয়হ আদি কিনা-বেচা কৰে। নিশা ভাত খাই উঠি হাতত দা এখন লৈ ওৰে নিশা ঘৰত পহৰা দিয়ে।

সৰকাৰৰ সক্ৰিয় সহায় সহযোগিতাৰ ফলত দিনক দিনে চিৰাজৰ আৰ্থিক অৱস্থাৰ পৰিবৰ্তন ঘটে। তেওঁৰ দুঃখ-দৈন্য আঁতৰি যায়। সৰকাৰৰ কৰ্মতৎপৰতা আৰু বদান্যতাত মোহিত হয় চিৰাজ।

ইতিমধ্যে চিৰাজৰ কনিষ্ঠ পুত্ৰ জামাল প্ৰাইমাৰী স্কুল ফাইনেল পৰীক্ষাত উত্তীৰ্ণ হয়। সুখবৰ শুনি আনন্দিত হয় হোজা অশিক্ষিত চিৰাজ আলি। পুত্ৰৰ সাফল্যত গৌৰবান্বিত হয় বেগম আনোৱাৰা।

বেগম আনোৱাৰাৰ অনুৰোধত সৰকাৰে "হয়বৰ" গাওঁ হাই-স্কুলত জামালৰ নাম ভৰ্তি কৰি দিয়ে। হাইস্কুল বোৰ্ডিংত থাকি জামালে পঢ়া আৰম্ভ কৰে। দয়ালু আৰু পৰোপকাৰী সৰকাৰে জামা-লৰ সকলো খৰচ বহন কৰে।

কামালৰ বিয়াৰ এবছৰ পিচত জন্মভূমি দেখাৰ প্ৰয়াসত চিৰাজে পলাশগঞ্জলৈ যায়। ঘৰৰ সকলো কাম-কাজ চোৱা-চিতা কৰাৰ দায়িত্বভাৰ তেওঁ সৰকাৰৰ ওপৰত ৰাখি যায়। এমাহৰ ভিতৰত ঘূৰি আহিম বুলি কৈ গৈ তেওঁ পলাশগঞ্জত তিনিমাহ কটায়।

চিৰাজৰ অনুপস্থিতিত, তেওঁৰ পৰিয়ালবৰ্গই টকা পইচা নাইবা কোনো বয়-বস্তুৰ অভাৱ অনুভৱ নকৰে। সকলো অভাৱ অভিযোগ সৰকাৰে পূৰণ কৰে। বেগম আনোৱাৰাই বাল্যকালত আৰু সুদীৰ্ঘ বৈবাহিক জীৱনত নেদেখা নোপোৱা কানি-কাপোৰ আৰু বিলাসৰ সামগ্ৰীসমূহ চিৰাজৰ অনুপস্থিতিত সৰকাৰে আনোৱাৰাক কিনি আনি দিয়ে।

যি বেগম আনোৱাৰাই বৈবাহিক জীৱনত এখন সাধাৰণ কপাহী শাৰীতে বাহিৰে দুখন শাৰী একেলগে পোৱা নাছিল, সেই বেগম আনো-ৱাৰাই অতি আধুনিক পোছাক পৰিচ্ছদ আৰু প্ৰসাধনৰ আধুনিক সামগ্ৰীসমূহ সৰকাৰৰ পৰা পাই, গৰীব চিৰাজক পাহৰি যায়। সুন্দৰী বেগম আনোৱাৰা পৰোপকাৰী দয়ালু যুৱক সৰকাৰৰ প্ৰেম বান্ধোনত আবদ্ধ হয়।

চিৰাজৰ বাল্যবন্ধু গৰীব কালু মিয়া। চিৰাজে পলাশগঞ্জৰ পৰা আহোঁতে লগত লৈ আহে কালুমিয়াক আৰু তেওঁৰ পৰিবাৰ চায়েৰাবানুক। কেইদিনমানৰ ভিতৰতে চিৰাজে দুই কোঠালীৰ খেৰি ঘৰ এটা নিজৰ ঘৰৰ ওচৰতে কালুমিয়াক সাজি দিয়ে।

কালুমিয়া এজন কঠোৰ পৰিশ্ৰমী খেতিয়ক। পৰোপকাৰী দয়ালু সৰকাৰে কালুমিয়াকো হালোৱা গৰু এহাল কিনি আনি দিয়ে। গৰুহাল পাই গৰীব কালুমিয়া আনন্দত আপ্লুত হয়।

কামাল চৈয়দ আৰু কালুমিয়াই মিলি হাবি বন কাটি বিলৰ পাৰত পঞ্চাচ বিঘামান জমি মুকলি কৰে। সেই জমিত তেওঁলোকে

আহধান আৰু মৰাপাটৰ খেতি কৰে। তেওঁলোকক টকা পইচা দি সহায় কৰে, সৰকাৰে।

এবছৰ পিচত চায়েৰা বানুৰ গৰ্ভত এটি কন্যা সন্তান জন্মলাভ কৰে। সন্তানটিৰ গাৰ বৰণ উজ্জ্বল গৌৰ। তাইৰ চকুযুৰি হৰিণীৰ নিচিনা আয়ত ধনীয়া, স্বপ্নাবিষ্ট আৰু সন্মোহক। নাক-মুখৰ আকৃতি সুদক্ষ কাৰিকৰে নিৰ্মাণ কৰা মাটিৰ মূৰ্তিৰ নিচিনা ধুনীয়া আৰু মৰম লগা। নিপোটল শৰীৰ, সুঠাম অঙ্গ প্ৰত্যঙ্গ। যিসকলে তাইক দেখে, চায়েৰাৰ গৰ্ভত বেহেস্তৰ পৰী আহি জন্মলাভ কৰা বুলি মন্তব্য কৰে।

সদ্য প্ৰস্ফুটিত আনাৰৰ কলি সদৃশ সেই কন্যা সন্তানটিক দৰকা মচ্‌জিদৰ মৌলবী কাচেম আলি চাহাবে দেখি তাইৰ নাম আনাৰকলি ৰাখে। সেইদিনাৰ পৰা কালুমিয়াৰ কন্যা সন্তানটিৰ প্ৰচলিত তথা ঘৰুৱা নাম হয় আনাৰ। আনাৰৰ ৰূপ-লাৱণ্য দেখি আনন্দিত হয় গৰীব কালুমিয়া। গৌৰৱান্বিত হয় মাক চায়েৰা বানু।

আনাৰ জন্ম লাভ কৰাৰ এমাহ পিছত আন এটি কন্যা সন্তান জন্মলাভ কৰে বেগম আনোৱাৰাৰ গৰ্ভত। সেই কন্যা সন্তানটিৰ নাক মুখৰ আকৃতি আৰু গাৰ সুন্দৰী বেগম আনোৱাৰাৰ সম্পূৰ্ণ বিপৰীত। তাইৰ গাৰ বৰণ কলা। মূৰটো ডাঙৰ। চেপেটা। চকুজুৰি ক্ষুদ্ৰ, গোলাকৃতিৰ। নাকটো চেপেটা। নাকৰ বিন্ধা দুটাৰ বাহিৰে নাকৰ গঠন অদৃশ্য। কাণ দুখন শহা পহুৰ কাণৰ সদৃশ। ডিঙিটো চুটি

ধৰ্মপ্ৰাণ জয়নাল আবেদিন সৰকাৰে অদ্ভুতাকৃতিৰ কন্যা সন্তানটিৰ মুখ দেখি আতঙ্কিত হয়। লজ্জিত হয় সুন্দৰী বেগম আনোৱাৰা। হোজা সৰলমনা কালুমিয়াই অমঙ্গলৰ চিন বুলি মন্তব্য কৰে। মৌলবী কাচেম আলি চাহাবে আহি তাইৰ নাম সুৰৈয়া ৰাখে।

দুই বছৰ পিচত আনাৰৰ মাক চায়েৰা বানুৰ কলেৰা ৰোগত মৃত্যু হয়। ক্ষুদ্ৰ হিয়াখনি ভাঙি যায় গৰীব কালুমিয়াৰ। নাবালিকা আনাৰে অকালতে মাতৃহাৰা হয়। নাবালিকা মাতৃহাৰা আনাৰক বুকুত লৈ চকুলো টুকে পত্নীহাৰা কালুমিয়াই।

কালুমিয়াৰ বন্ধু চিৰাজ আলিয়ে কালুমিয়াৰ সেই শোকাকুল অৱস্থা দেখি ম্ৰিয়মান হয়। ব্যথিত হয় ধৰ্মপৰায়ণ পৰোপকাৰী জয়নাল আবেদিন সৰকাৰ। কামাল আৰু চৈয়দে কালুমিয়াৰ মুখলৈ চাই নীৰৱে

ৰ। সৰকাৰ আৰু চিৰাজে শোকাকুল কালুমিয়াৰ কাষত

বহি সান্ত্বনাৰ বাণী শুনায়। তেওঁলোকৰ সেই সহানুভূতিসূচক সান্ত্বনাৰ বাণীয়ে কালুমিয়াৰ ভগ্ন হৃদয়ত সান্ত্বনা দিব নোৱাৰে।

"মিয়া আপুনি সোনকালে ছোৱালী এজনী চাওঁক। দ্বিতীয় বিবাহ কৰালে আপোনা আপুনি আপোনাৰ মনত শান্তি ঘূৰি আহিব। মাতৃহাৰা আনাৰে পাব তাইৰ আশ্ৰয়দাতা মা। টকা পইচাৰ কাৰণে আপুনি ভাবিব নেলাগে। আপোনাৰ বিয়াৰ সকলো খৰচ মই বহন কৰিম।"

অৱশেষত শোকাকুল কালুমিয়াৰ মুখলৈ চাই, সান্ত্বনাৰ সুৰত কয় পৰোপকাৰী দয়ালু সৰকাৰে। "জোনাব! দ্বিতীয় বিবাহ কৰি মোৰ সোণৰ পুতলী আনাৰক মাহী মাকৰ হাতত তুলি দি নতুন সংসাৰ পতাৰ মোৰ অকণো ইচ্ছা নাই।"

ব্যথিত অন্তৰৰ অশ্ৰুপানী মচি মচি উত্তৰ দিয়ে পত্নীহাৰা কালু-মিয়াই।

"আপুনি এজন ডেকা মানুহ। আপুনি যদি দ্বিতীয় বিবাহ নকৰায়, তেনেহলে আপোনাৰ এই সুদীৰ্ঘ জীৱনটো অকলে কটাব কেনেকৈ?"

কালুমিয়াৰ মুখলৈ চাই প্ৰশ্ন কৰে চিৰাজ আলিয়ে।

"অকলে আহিছোঁ। অকলে থাকিম আৰু অকলে যাম। খোদাই যেতিয়া সুখৰ পৰা বঞ্চিত কৰিলে এবাৰ, দ্বিতীয় বিবাহ কৰি আৰু সুখ পাম জানো?"

অসম্ভৱ।

বিদ্ৰূপৰ হাঁহি ওঠত লৈ উত্তৰ দিয়ে কালুমিয়াই।

ধৰ্মপৰায়ণ হোজা কালুমিয়াৰ আধ্যাত্মিকতাপূৰ্ণ উত্তৰ শুনি ব্যথিত হয় চিৰাজ। কালুমিয়াৰ শোকাকুল মুখলৈ চাই, ধৰ্মপৰায়ণ জয়নাল আবেদিন সৰকাৰ তলমূৰ কৰে। সোণৰ পুতলী আনাৰক বুকুত সাৱটি লৈ জীৱন যুজত আগুৱাই যায় পত্নীহাৰা গৰীব কালুমিয়াই।

সৰকাৰে চাৰি-পাঁচ বছৰৰ ভিতৰতে ব্যৱসায়ত সুনাম অৰ্জন কৰে। এদিনাখন সৰকাৰে লংকা বজাৰত মৰাপাট কিনি থাকোতে ল'ৰা এজনে তেওঁক চিনি পায়। ল'ৰাজনে তেওঁক অনুসৰণ কৰি আহি চিৰাজৰ চোতালত উপস্থিত হয়। চিৰাজে সেই সময়ত চোতালত বহি মৰাপাট বান্ধি আছিল। সৰকাৰে বজাৰৰ পৰা ঘূৰি আহি ঘৰৰ বাৰাণ্ডাত চকি এখনত বহি আছিল।

ল'ৰাজনৰ গাৰ বৰণ বগা। চকু-মুখৰ আকৃতি ধুনীয়া। মৰম

জগা। শৰীৰৰ গঠন সুঠাম, নিগোটল। মূৰৰ চুলিবোৰ দীঘল আৰু যত্নহীন। পৰিধানত ফটা কলা লুঙি এখন। তাৰ বয়স অনুমান বাৰ তেৰ বছৰ।

ল'ৰাজনক দেখি চমকি উঠে জয়নাল আবেদিন সৰকাৰ। কিবা ভাবি তেওঁ ল'ৰাজনৰ মুখৰ ওপৰত তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি চাই থাকে।

"কি লাগে, ক'ৰপৰা আহিলা তুমি?"

আগন্তুকৰ মুখৰ ফালে চাই প্ৰশ্ন কৰে চিৰাজে।

"আপোনাৰ ওচৰত আশ্ৰয় বিচাৰি আহিছো।"

বিনয়ৰ সুৰত উত্তৰ দিয়ে আগন্তুকে।

"তোমাৰ নাম কি?"

পুনৰ প্ৰশ্ন কৰে চিৰাজে।

"মোৰ নাম ৰহমান।"

"তোমাৰ ঘৰ ক'ত?"

"মোৰ ক'তো ঘৰবাৰী নাই।"

"তোমাৰ মা-দেউতা থাকে ক'ত?"

"মোৰ মা-দেউতা বা আপোন বুলিবলৈ ইহজগতত কোনো নাই।"

"তোমাৰ জন্মস্থান ক'ত?"

"মৈমনসিং জিলাৰ চিৰাজগঞ্জ।"

"চিৰাজগঞ্জৰ পৰা অসমলৈ কেনেকৈ আহিলা তুমি?"

"আমাৰ গাৱঁৰ মানুহ এজনৰ লগত আহিলোঁ।"

"সেই মানুহজন এতিয়া আছে ক'ত?"

"সি মোক হোজাই ৰেলষ্টেচনত এৰি থৈ কলৈ যে গুচি গল কব নোৱাৰো মই।"

"মানুহজনৰ নাম কি?"

"সৰুজ আলি।"

"কিমান দিন হ'ল তুমি চিৰাজগঞ্জৰ পৰা অহা?"

"এমাহমান হ'ল।"

"ইমান দিন আছিলা ক'ত?"

"হোজাই ৰেল ষ্টেচনত।"

চিৰাজ আৰু ৰহমানৰ কথোপকথন শুনি সৰকাৰৰ মনোভাব সজনি হয়। পিতৃ-মাতৃ হাৰা গৃহহীন ৰহমানৰ ওপৰত তেওঁৰ দয়া উপজে।

"জোনাব, নিৰাশ্ৰয়ক আশ্ৰয় দিয়া মানুহৰ প্ৰকৃত ধৰ্ম। ল'ৰাজনক আমাৰ ঘৰতেই ৰাখক। সি যি পাৰে ইটো সিটো ঘৰুৱা কাম কৰিব। তদুপৰি সি চাব পাৰিব আনাৰক। জোনাব কালুমিয়াৰ সহায় হব।"

"কি কয় আপুনি ?"

বাৰাণ্ডাৰ পৰা উঠি আহি কালুমিয়াৰ মুখলৈ চাই কয় জয়নাল আবেদিন সৰকাৰে।

"আপুনি ঠিকেই কৈছে জোনাব। ময়ো ঘৰুৱা কাম কাজ কৰা আৰু অনাাৰক চোৱাচিতা কৰাৰ কাৰণে ভাল ল'ৰা বা ছোৱালী এজনী বিচাৰি আছোঁ।"

সমৰ্থনৰ সুৰত উত্তৰ দিয়ে চিৰাজ আলি।

"লৰা বা ছোৱালী আৰু বিচাৰিব নেলাগে। ইয়েই ভাল হব। ইয়াকেই ৰাখি থওঁক।"

কয় সৰকাৰে।

সেইদিনাৰ পৰা পিতৃহাৰা নিৰাশ্ৰয় ৰহমানে আশ্ৰয় লাভ কৰে চিৰাজৰ ঘৰত। কালুমিয়াৰ থকা ঘৰটোৰ কোঠালী দুটা। এটা কোঠালীত বাস কৰে কালুমিয়া আৰু আনাৰে। খালী থকা কোঠালী-টোত বাহৰ চাং এখন সাজি ৰহমানে বাস কৰিবলৈ লয়। মাতৃহাৰা নাবালিকা আনাৰক চোৱা-চিতা কৰাৰ কাৰণে ৰহমানক পাই অশেষ আনন্দিত হয় পত্নীহাৰা কালুমিয়া।

ৰহমান বয়সৰ তুলনাত দেখাত সৰু ল'ৰা। কথা বতৰাত ভদ্ৰ, নম্ৰ আৰু বিনয়ী। কামত পটু। যিকোনো কাম কৰাত তাৰ এলাহ নাই। যেয়ে যি কাম কৰিবলৈ কয় তাক সি হাঁহিমুখে কৰে। সি কদাপি আপত্তি নকৰে। সেই কাৰণে ঘৰৰ আটাইবোৰ মানুহে তাক ভাল পায় আৰু মৰম কৰে।

ৰহমানে আনাৰক চোৱাচিতা কৰাৰ উপৰি ঘৰুৱা কাম-কাজতো বেগম আনোৱাৰাক সহায় কৰে। স্বাস্থ্যবান, হাস্যবদনা ধুনীয়া ৰহমানৰ মৰম স্নেহত সহজে মোহিত হয় মাতৃহীনা নাবালিকা আনাৰ। তাই ছায়াটোৰ দৰে ৰহমানৰ পিচে পিচে ঘূৰি ফুৰে। আনাৰৰ প্ৰতি ৰহমানৰ মৰম স্নেহ দেখি কালুমিয়াই আনন্দিত হয়। নিজৰ পুত্ৰবৎ মৰম স্নেহ কৰে তেওঁ পিতৃ-মাতৃহাৰা ৰহমানক।

গৰমৰ দিনত গধূলি চোতালত আৰু শীতৰ দিনত গধূলি জুইৰ

কাষত আনাৰ আৰু ৰহমানক বহুৱাই লৈ কালুমিয়াই, লায়লা মজনুৰ অমৰ প্ৰেমৰ কাহিনী আৰু আৰব্য উপন্যাসৰ নানা ধৰণৰ ৰোমাঞ্চক সাধুবোৰ শুনায়। সেই অলৌকিক ৰোমাঞ্চকৰ সাধুবোৰ শুনি ৰোমাঞ্চিত হয় আনাৰ, ৰোমাঞ্চিত হয় ৰহমান। দুয়োজনে শুনি থাকে নিৰলে।

ধৰ্ম্মপৰায়ণ কালুমিয়া। খোদাৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস। পুৱা আৰু গধূলি আনাৰ আৰু ৰহমানক লগত বহুৱাই লৈ তেওঁ নামাজ পঢ়ে। কৃষি কৰ্মত দিনভৰ ব্যস্ত থাকে। আশা-নিৰাশাৰ মাজেৰে জীৱন যুজত তেওঁ আগবাঢ়ি যায়।

এখন ফুলনিত দুটি ফুলৰ পুলিৰ দৰে লহপহ কৰি বাঢ়ি আছে আনাৰ আৰু ৰহমান। ৰহমান মাছ ধৰাত বৰ পাকৈত। সি বিলত মাছ ধৰি ভাল পায়। ৰহমানে যেতিয়া হাতত জাকৈখন লৈ বিলত মাছ ধৰিবলৈ যায় আনাৰে হাতত খালৈটো লৈ তাৰ পিচে পিচে যায়। ৰহমানে পানীত নামি মাছ ধৰি ঘূৰি ফুৰে বিলত। আনাৰে হাতত খালৈটো লৈ বোকাত লুতুৰি পুতুৰি হৈ ঘূৰি ফুৰে বিলৰ পাৰে পাৰে। ৰহমানৰ জাকৈত মাছ উঠা দেখিলে আনাৰে আনন্দত উৎফুল্ল হৈ চিঞৰি উঠে।

আম, কঠাল, জাম, লেটেকু, পনিয়ল, বগৰি আদি নানা ফলৰ গছেৰে ভৰা চিৰাজৰ বাৰীখন। গছত ফল পকে। ৰহমানে গছত উঠি পকা ফল পাৰি আনে। আনাৰে গছৰ তলত থিয় হৈ চাই থাকে।

আম আৰু বগৰী গছত উঠি ৰহমানে জোকাৰি দিয়ে গছৰ ফল লগা ডালবোৰ। আনন্দত উৎফুল্ল হৈ কোচ ভৰি আনাৰে ফলবোৰ বুটলি লয়। বিহঙ্গ-বিহঙ্গিনীৰ দৰে দুয়ো ফল-মূল খাই গছৰ তলে তলে ঘূৰি ফুৰে।

ৰাতিপুৱা হালোৱাবোৰক পথাৰত চাহ জলপান দিবলৈ ৰহমানে যায়। তাৰ পিচে পিচে লৰি চাপৰি যায় আনাৰে। ৰহমানে বজাৰলৈ যাব ওলালে তাৰ পিচে পিচে যাবলৈ ওলায় আনাৰ। বাধা দিয়ে তাইক চিৰাজে, বাধা দিয়ে বেগম আনোৱাৰাই। ৰহমানৰ লগত বজাৰলৈ যাবলৈ নেপালে, তাই ফেকুৰি ফেকুৰি কান্দে। ৰহমান বজাৰৰ পৰা ঘূৰি নহা পৰ্য্যন্ত তাই মুখখন ওফোন্দাই বহি থাকে।

ৰহমানে বজাৰৰ পৰা বজাৰ কৰি ঘূৰি আহোঁতে আনাৰৰ কাৰণে কোনোদিন লৈ আহে জিলাপী, কোনোদিন থুৰ্মা আৰু কোনো

দিন বিকুট। মাজে সময়ে অভিমান কৰি হৃমানে দিয়া বস্তু নোখোৱা হয় আনাৰে। ৰহমানে মাতিলেও নমতা হয় তাই। তেতিয়া ৰহমানে মৰম কৰি মূৰত হাত বুলাই নানান মিঠা কথা কৈ তাইৰ অভিমান ভাঙে।

মাতৃহীনা নাবালিকা আনাৰৰ মান-অভিমানে স্থান পায়, পিতৃ-মাতৃহাৰা গৃহহীন ৰহমানৰ ওচৰত। ৰহমানৰ ওচৰত আনাৰৰ মান-অভিমান, বিশ্বাস আৰু আনাৰৰ প্ৰতি ৰহমানৰ অকৃত্ৰিম ভাল পোৱাই কালুমিয়াৰ মনত অপাৰ আনন্দ দিয়ে। কালুমিয়াই আনাৰক চোৱা-চিতা কৰাৰ দায়িত্বভাৰ ৰহমানৰ ওপৰত ৰাখি মুকলি মনে ঘূৰি ফুৰে।

ফুলনি এখনত দুজোপা গছত ফুটি ওলোৱা ক'লি দুটি বিকশিত হৈ দুপাহি মনোলোভা ফুলত পৰিণত হোৱাৰ দৰে, ৰহমান আৰু আনাৰ বাল্যকাল অতিক্ৰম কৰি, ভৰি দিয়েহি নব যৌৱনত। যৌৱন ফুলনিত প্ৰেমিক ভ্ৰমৰ ৰহমানৰ মধুৰ গুঞ্জনত যুৱতী আনাৰৰ অন্তৰত অকৃত্ৰিম প্ৰেমৰ সৃষ্টি হয়।

## ।। চিৰাজৰ মৃত্যু ।।

সৰকাৰে ইতিমধ্যে কেবাটাও সামাজিক আৰু ধৰ্ম অনুষ্ঠানত মুক্তহস্তে দান বৰঙণি দি সমাজত এজন ধনী মানী, ধৰ্মানুৰাগী আৰু সমাজসেৱক ৰূপে নিজক প্ৰতিষ্ঠা কৰে। চিৰাজৰ ঘৰতো তেওঁ ঘৰৰ মুৰব্বী ৰূপে প্ৰতিষ্ঠিত হয়। সৰকাৰৰ নিৰ্দেশত চিৰাজৰ ঘৰৰ সকলো কাম-কাজ পৰিচালিত হয়। স্বগৃহতে থাকি ঘৰৰ মালিক চিৰাজ হয়, সৰকাৰৰ আদেশাধীন।

ধন দৌলতৰ লোভত পৰি বেগম আনোৱাৰা হয় সৰকাৰৰ হাতৰ পুতলা। আধুনিক পোছাক পৰিচ্ছদ আৰু প্ৰসাধনৰ সামগ্ৰীৰ দ্বাৰা প্ৰসাধিতা বেগম আনোৱাৰাৰ ওচৰত অৱহেলিত হয় চিৰাজ। বেগম আনোৱাৰাৰ পৰিৱৰ্তিত আচাৰ-ব্যৱহাৰ আৰু চলন ফুৰণ দেখি ক্ষুণ্ণ হয় চিৰাজ। তদুপৰি বেগম আনোৱাৰাৰ চৰিত্ৰৰ ওপৰত চিৰাজৰ মনত সন্দেহ জন্মে।

এদিনাখন গধূলি দৰকালৈ যাওঁ বুলি কৈ ঘৰৰ পৰা ওলাই যায় চিৰাজ। দৰকালৈ নগৈ আধাঘণ্টামান পিচত বাটৰ পৰা ঘূৰি

আছি তেওঁ হঠাতে ঘৰত প্ৰৱেশ কৰে। চিৰাজ অহা গম পাই অৰ্দ্ধ-নগ্ন অৱস্থাত সৰকাৰৰ কোঠালীৰ পৰা খৰ খৰ কৰি ওলাই আহে বেগম আনোৱাৰা। দুৱাৰমুখত অপ্ৰত্যাশিতভাবে চিৰাজক দেখি, তাই আতঙ্কিত হয়। কম্পিত পদক্ষেপে তাই তলমূৰ কৰি আঁতৰি যায়।

সেইদিনা সৰকাৰক কেন্দ্ৰ কৰি চিৰাজ আৰু বেগম আনো-ৱাৰাৰ মাজত ভীষণ তৰ্ক-বিতৰ্ক হয়।

চতুৰা আনোৱাৰাই নিজক দোষমুক্ত কৰি, সৰকাৰক সমৰ্থন কৰে। আনোৱাৰাৰ তৰ্ক-বিতৰ্কত বিক্ষুব্ধ হয় হোজা সৰলমনা চিৰাজ। বিক্ষুব্ধ চিৰাজৰ প্ৰহাৰত বেগম আনোৱাৰাই চিঞৰি চিঞৰি কান্দে।

নিজৰ কোঠালীত বহি থাকি মৰ্মাহত হয়, প্ৰেমিক সৰকাৰ। লাজে অপমানে নিৰৱে শুনি থাকে, প্ৰেমিকাৰ কান্দোন। প্ৰেমিকাৰ পক্ষ অৱলম্বন কৰাৰ তেওঁৰ সাহস নহয়। এইবোৰ ঘটনাৰ কাৰণ উপলব্ধি কৰি হোজা কালুমিয়াই মৰ্মাহত হয়। লজ্জিত হয় মাতৃভক্ত যুৱক কামালে। লজ্জিত হয় বোৱাৰী জাহেৰা খাতুনে। কোনেও বেগম আনোৱাৰাৰ পং অবলম্বন নকৰে।

পিচদিনা ৰাতিপুৱা, সাতদিনৰ ভিতৰতে তেওঁৰ ঘৰ খালী কৰি অন্য ঠাইলৈ যাব লাগে বুলি চিৰাজে সৰকাৰক কয়। অন্যথায় তেওঁ পুলিচৰ সহায় লব বুলিও সৰকাৰক ভাবুকি দেখুৱায়। কোনো প্ৰতিবাদ নকৰি সৰকাৰে মনে মনে শুনি থাকে। ওৰে দিনটো চিন্তিত হৈ তেওঁ বিচনাত পৰি থাকে।

চিৰাজৰ মুখত পুলিচৰ নাম শুনি স্বনামধন্য জয়নাল আবেদিন সৰকাৰ ভীতি-বিহ্বল হয়। নিজৰ সন্মান অটুত ৰাখি, চিৰাজৰ ঘৰৰ পৰা আঁতৰি যোৱাৰ সিদ্ধান্ত ললে তেওঁ।

প্ৰেমিক সৰকাৰৰ সিদ্ধান্তৰ কথা শুনি, প্ৰেমিকা আনোৱাৰা মৰ্ম্মাহত হ'ল। ভাত-পানী পৰিহাৰ কৰি তাই পাগলীৰ ৰূপ ধাৰণ কৰিলে। আনোৱাৰাৰ কাৰ্য্যকলাপ দেখি বিস্মিত হ'ল চিৰাজ। বিস্মিত হ'ল চিৰাজৰ বন্ধু ধৰ্মপৰায়ণ কালুমিয়া। হোজা চিৰাজ আজিৰ ঘৰখন, অশান্তিৰ ভাৱৰে আৱৰি পেলালে।

চিৰাজৰ অনুপস্থিতিৰ সুযোগ লৈ বেগম আনোৱাৰাই প্ৰেমিক সৰকাৰৰ পাব দুখনত দুহাতেৰে সাৱটি ধৰি অশ্ৰুসিক্ত নয়নে, গৃহ পৰিত্যাগ কৰাৰ সিদ্ধান্ত পৰিহাৰ কৰি বিকল্প ব্যৱস্থা গ্ৰহণ কৰিবলৈ

সানুনয়ে সৰকাৰক অনুৰোধ জনালে। মহা সমস্যাৰ সম্মুখীন হ'ল দয়ালু, পৰোপকাৰী, ধৰ্মপৰায়ণ জয়নাল আবেদিন সৰকাৰ। এফালে সন্মানৰ ভয়, আনফালে সুন্দৰী বেগম আনোৱাৰাৰ অগাধ প্ৰেমৰ আকৰ্ষণ। কিংকৰ্ত্তব্য বিমূঢ় দয়ালু সৰকাৰ।

উপায় বিচাৰি চিন্তিত জয়নাল আবেদিন সৰকাৰ। হঠাতে মনত পৰে তেওঁৰ, ডাঃ মীৰ মহম্মদ চমচেৰ আলি খান চৌধুৰীৰ কথা। ডাঃ চৌধুৰীৰ ঘৰ নগাওঁ চহৰত। সৰকাৰৰ অন্তৰঙ্গ বন্ধু। সৰকাৰৰ সহায়তে অনুষ্ঠিত বিৰাট ফাৰ্মাচী এখনৰ মালিক তেওঁ।

সৰকাৰে অৱশেষত সমস্যাৰ সমাধান বিচাৰি ডাঃ চৌধুৰীৰ ওচৰ চাপিলে গৈ। অন্তৰঙ্গ বন্ধু ডাঃ চৌধুৰীৰ বদান্যতাত, বেগম আনোৱাৰাৰ যোগেদি সৰকাৰৰ মহা সমস্যাৰ সাতদিনৰ ভিতৰতে সমাধান ঘটিল।

সৰকাৰ, কালুমিয়া, চিৰাজ, কামাল, চৈয়দ আৰু ৰহমানে আহি মজিয়াত ভাত খাবলৈ বহে। বেগম আনোৱাৰাই প্ৰত্যেক-জনৰ সম্মুখত ভাত সাজি আনি দিয়েহি। আটাই কেইজনে খোৱাত মনোনিৱেশ কৰে।

চিৰাজে এগৰাহ কি দুগৰাহ ভাত মুখত দি ডিঙিটো পুৰি গ'ল, বুকুখন জ্বলি গ'ল বুলি হাতেৰে ডিঙিটোত ধৰি চিঞৰি উঠে। খন্তেক পিচতে তেওঁ মুখেৰে হক্ হক্ শব্দ কৰি মাটিত বাগৰি পৰে।

চিৰাজৰ অৱস্থা দেখি, কালুমিয়া, কামাল, চৈয়দ আৰু ৰহমানে আতঙ্কিত হয়। বিদ্ৰুপৰ হাঁহি সৰকাৰৰ মুখত বিৰিঙি উঠে। আনোৱাৰাৰ মুখত আত্মতুষ্টিৰ ভাৱ পৰিলক্ষিত হয়। কালুমিয়াই ভাত খোৱা পৰিহাৰ কৰি চিৰাজক দুহাতেৰে ধৰি মাটিৰ পৰা কোলাত তুলি লয়। কামালে তত্তাতৈয়াকৈ চিৰাজৰ মুৰত পানী ঢালে।

চটফট্ কৰি কৰি চিৰাজ অজ্ঞান হ'ল। অজ্ঞান চিৰাজৰ নাক আৰু মুখেৰে প্ৰবাহিত হ'ল তেওঁৰ কলিজাৰ কেচা তেজ। খন্তেক পিচতে তেওঁৰ নশ্বৰ দেহৰ পৰা বন্ধু কালুমিয়াৰ কোলাত প্ৰাণবায়ু ওলাই গ'ল।

বাবাজান বাবাজান বুলি কামালে চিঞৰি উঠিল। পিতৃশোকত শোকাতুৰা সুৰেয়াই বাবাজান বাবাজান বুলি বাগৰি বাগৰি কান্দে মাটিত পৰি। আশ্ৰয়দাতাৰ অপমৃত্যু দেখি, পিতৃ-মাতৃ হাৰা ৰহমানে থৰ্ থৰ্ কৰি কঁপে।

"হায় মোৰ কপাল। কি কৰিলা খোদা" বুলি বুকুত ভুকুৰাই ভুকুৰাই কান্দে বেগম আনোৱাৰাই। চিৰাজৰ ঘৰ বিষাদত নিমজ্জিত হয়।

"সকলো খোদাৰ ইচ্ছা। মানুহৰ জন্ম আৰু মৃত্যুত কাৰোবাৰ হাত আছে জানো? লাভ নাই মিচাকৈয়ে কন্দা কটা কৰি। এইবুলি পৰোপকাৰী ধৰ্মপৰায়ণ সৰকাৰে শোকসন্তপ্ত পৰিয়ালক সান্ত্বনাৰ বাণী শুনায়।

অকালতে পিতৃহাৰা হ'ল কামাল, জামাল আৰু বেগম সুৰেয়া। বন্ধুহীন হ'ল পত্নীহাৰা গৰীব কালুমিয়া। আশ্ৰয়দাতাক হেৰুৱালে পিতৃ-মাতৃহাৰা গৃহহীন ৰহমানে। নিষ্কণ্টক হ'ল প্ৰেমান্ধ জয়নাল আবেদিন সৰকাৰ। আৰু নিষ্কণ্টক হ'ল ধন-সম্পত্তি লোভী কামান্ধ বেগম আনোৱাৰা।

সেই বছৰ সৰকাৰে ইচলামৰ পবিত্ৰ ঈদ উৎসৱ বিৰাত সমাৰোহেৰে পালন কৰে। সৰকাৰে ঘৰৰ আটাইৰে কাৰণে ঈদৰ নতুন কাপোৰ কিনি আনে। দবকা মছজিদৰ মৌলবী কাচেম আলি চাহাবক মাতি আনি ঘৰতে কোৰাণ পঢ়োৱায়।

নগাওঁ, হোজাই, দবকা নীলবাগান আৰু যমুনামুখ আদি ঠাইৰ গণ্যমান্য ভদ্ৰলোক সকলক মাতি আনি ঈদৰ ভোজ খুৱায়। সমবেত গৰীব দুখীয়া মানুহবিলাকৰ মাজত নতুন কাপোৰ আৰু টকা পইচা বিতৰণ কৰে।

সৰকাৰক ধনী, মানী, দয়ালু আৰু ধৰ্মপৰায়ণ ব্যক্তি বুলি সমবেত জনতা মণ্ডলীয়ে ভূয়সী প্ৰশংসা কৰে। সমগ্ৰ নগাওঁ জিলাত সৰকাৰৰ সুনাম বিয়পি পৰে। বিলুপ্ত হ'ল ভেৰেলী বিলৰ পাৰত বাস কৰা পাকৈত মাছুৱৈ চিৰাজ আলিৰ নাম।

এবছৰ পিচত হোজাই অঞ্চলৰ পৰা সৰকাৰে বিনা প্ৰতিদ্বন্দ্বিতাই লোকেল বোৰ্ডৰ সদস্য পদ লাভ কৰে। সৰকাৰে লোকেল বোৰ্ডৰ সদস্য পদ লাভ কৰি চিৰাজে সজা পুৰণি খেৰি ঘৰটো ভাঙি পেলায়। সেই ঠাইতে তেওঁ সজাই ললে এটা আধুনিক ধৰণৰ আহল বহল টিনৰ ঘৰ। ঘৰটোৰ ভেটিটোও পকা কৰি ললে।

বখি মাটিৰ চাৰিওফালে সম্মুখৰ দহফুট বহল পদূলি পৰ্য্যন্ত কুৰিফুট বহল আৰু দহফুট গভীৰ কৰি প্ৰকাণ্ড গড়খাৱৈ এটা খন্দাই ললে। গড়খাৱৈৰ পাৰে পাৰে ভিতৰফালে পদূলি পৰ্য্যন্ত

লগাই ললে কটা তাৰৰ বেৰ। পদূলিত লগাই ললে আধুনিক পদূলি ৰক্ষক লৌহদুৱাৰ। দুৰ্ভেদ্য আৰু সুৰক্ষিত কৰি ললে নিজৰ বাস-ভৱন।

নিজৰ বাসভৱনৰ আমুল পৰিবৰ্তন সধাৰ পিচত সৰকাৰে মানুহ লগাই ভেবেলী বিলৰ পাৰৰ হাবি বন কটাই দুশ বিঘা পলসুৱা জমি চাফ্ কৰি ললে। সেই জমিত আহুধান আৰু মৰাপাটৰ খেতি সম্প্ৰসাৰণ কৰালে। এসময়ত নগাওঁ জিলাৰ ভিতৰত সৰ্বাধিক মৰাপাট উৎপন্ন কৰি তেওঁ প্ৰখ্যাত খেতিয়কৰ সন্মান লাভ কৰিলে।

প্ৰতি বছৰে শীতকালত লক্ষ লক্ষ বনৰীয়া হাঁহ আহি সমবেত হয় অৰণ্যৰ মাজৰ ভেবেলী বিলত। শিলং, গুৱাহাটী, নগাওঁ আদি ঠাইৰ চৰকাৰৰ উচ্চপদস্থ বিষয়াসকলে আৰু চিকাৰী সকলে তাত হাঁহ চিকাৰ কৰেহি। চিকাৰী সকলৰ আমোদ প্ৰমোদৰ স্থান ভেবেলী বিল।

এদিনাখন ৰাতিপুৱা নাৱত উঠি বিলত হাঁহ চিকাৰ কৰি ঘূৰি ফুৰোঁতে, নগাঁও জিলাৰ বৰ চাহাব (DC) আৰু তেখেতৰ সহ-ধৰ্মিণী বিলৰ মাজত নাও ডুবি দুৰ্ঘটনাৰ সন্মুখীন হলত সৰকাৰে নিজৰ জীৱন বিপন্ন কৰি বৰ চাহাব আৰু তেখেতৰ সহধৰ্মিণীক পানীৰ পৰা তুলি আনিলে।

বৰ চাহাবৰ অনুগ্ৰহত সৰকাৰে লাভ কৰিলে সৎসাহসী বীৰ পুৰুষ বুলি চাৰ্টিফিকেট এখন আৰু কাৰ্টুজসহ দুটনলী বন্দুক এটা। সমগ্ৰ অসমতে তেওঁৰ বীৰত্বৰ কাহিনী বিয়পি পৰিল। তেওঁৰ হাজাৰ হাজাৰ শুভাকাংক্ষীয়ে আহি তেওঁক সম্বৰ্দ্ধনা জনালে।

নিজৰ বাসভৱনটো সুৰক্ষিত কৰি সজাই লোৱাৰ পিছতো সৰ-কাৰে হাতত বন্দুক লৈ ওৰে নিশা বাহিৰত বহি ঘৰ পহৰা দিয়ে। প্ৰত্যেক নিশা সৰকাৰে অকলে ঘৰ পহৰা দিয়াটো বেগম আনোৱাৰাই ভাল নেপায়। সৰকাৰে ওৰে-নিশা অকলে ঘৰ পহৰা দিয়াৰ অৰ্থ তেওঁ উপলব্ধি কৰিব নোৱাৰে।

"জোনাব, আমাৰ ঘৰৰ চাৰিওফাল ইমান সুৰক্ষিত যে, ভিতৰত প্ৰবেশ কৰাৰ কোনো সাধ্য নাই। তেনেস্থলত আপুনি অকলে ওৰে নিশা বাৰাণ্ডাত উজাগৰে বহি ঘৰ পহৰা দিয়াৰ কাৰণ কি?"

এদিনাখন নিশা সৰকাৰৰ মুখলৈ চাই প্ৰশ্ন কৰে বেগম আনো-ৱাৰাই।

"চোৱা বেগম, প্ৰকৃত চোৰ-ডকাইতক বাধা দিয়া একোতে সম্ভৱ নহয়। অৰণ্যৰ মাজত আমাৰ ঘৰ। আপদে বিপদে আমাক মাত এষাৰি দিবলৈকো ওচৰে-পাজৰে কোনো মানুহ নাই। যদি কোনো এদিন নিশা ডকাইত আহি ঘৰত প্ৰৱেশ কৰি, টকা পইচা ক'ত লুকাই ৰাখিছা উলিয়াই দিয়া বুলি ঘৰ ঘৰুৱাক অত্যাচাৰ কৰে, ভাবি চোৱাচোন তেতিয়া উপায় হব কি? সেই ভয়তেহে ওৰে নিশা উজাগৰে বহি থাকি মই ঘৰ পহৰা দিওঁ।"

বেগম আনোৱাৰাৰ মুখলৈ চাই সৰকাৰে উত্তৰ দিয়ে।

"যদি আপুনি তেনে কিবা সন্দেহ কৰে, তেনেহলে ঘৰত চাৰি পাঁচজন মানুহ থাকোঁতে, আপুনি সদায় অকলে পহৰা দিয়ে কিয়? সিহঁতৰ দ্বাৰাই পাল কৰি, পহৰা দিয়াব নোৱাৰে জানো?"

পুনৰ প্ৰশ্ন কৰে বেগম আনোৱাৰাই।

"চোৱা বেগম, ঘৰত কাম চাকৰেই হওক অথবা বিনা দৰমহাই ঘৰত আশ্ৰয় লৈ কাম কৰি থকা মানুহেই হওক, সিহঁতক ঘৰ পহৰা দিয়া কামত বিশ্বাস কৰা উচিত নহয়।"

"কিয়?"

"সাধাৰণতে দেখা যায়, গিৰিহঁতৰ ঘৰত কাম কৰা মানুহৰ পৰা চোৰ-ডকাইতবোৰে গিৰিহঁতৰ ঘৰৰ খবৰ সংগ্ৰহ কৰে। অনেক সময়ত চোৰ আৰু ডকাইতৰ দলে ঘৰৰ চাকৰ অথবা ঘৰত বাস কৰা বাহিৰা মানুহৰ সহায়ত গিৰিহঁতৰ ঘৰত চুৰি-ডকাইতি কৰে। সেইবোৰ কথা ভাবি চিন্তিহে সিহঁত কাকো পহৰাত নিয়োজিত নকৰি মই নিজে কষ্ট কৰি পহৰা দিওঁ।"

সৰকাৰৰ যুক্তিসঙ্গত কথাত হয়ভৰ দি মনে মনে থাকে অশিক্ষিতা বেগম আনোৱাৰা। বছৰৰ পিচত পাৰ হৈ যায় বছৰ। দিনক দিনে উন্নতিৰ পথত আগুৱাই গৈ থাকে জয়নাল আবেদিন সৰকাৰ। সকলোপিনে জয় জয় ময় ময় তেওঁৰ। তথাপিও ওৰে নিশা বাৰাণ্ডাত উজাগৰে বহি বহি ঘৰ পহৰা দিয়াৰ পৰা তেওঁ বিৰত নহয়।

যুৱতী হয় বেগম সুৰেয়া। বেগম আনোৱাৰাই তাইৰ বিয়াৰ কাৰণে সৰকাৰক ব্যতিব্যস্ত কৰি তোলে। যুৱতী বেগম সুৰেয়াৰ মুখাকৃতি দেখি মানুহে ভয় পায়। সেই কাৰণে হবলা তায়ো মানুহৰ আগত ওলাবলৈ লাজ কৰে। সৰকাৰে অশেষ যত্ন কৰিছে যদিও তাইৰ বিয়া পাতিব পৰা নাই।

জামালে মেট্ৰিক ফেল কৰে। তাৰ ঘৰুৱা কাম-কাজত মন নাই। অনাই বনাই ঘূৰি ফুৰে। টকা পইচা লৈ চাকৰি বিচাৰি যাওঁ বুলি কৈ ঘৰৰ পৰা ওলাই যায়। জুৱা খেলি, মদ ভাং খাই গাথোন সৰকাৰৰ ধনৰ শ্ৰাধ কৰে। চিন্তান্বিত বেগম আনোৱাৰা। লজ্জিত স্বনামধন্য জয়নাল আবেদিন সৰকাৰ।

এদিনাখন গধূলি কালুমিয়াই দবকা বজাৰৰ পৰা ঘূৰি আহি আনোৱাৰাৰ মুখলৈ চাই কয়, "বেগম, জামালে দেখোন কোনোবাদিন জেললৈ যাব আৰু বিপদত পেলাব আমাক।"

"কিনো কৰিলে সি?"

কালুমিয়াৰ মুখলৈ চাই প্ৰশ্ন কৰে বেগম আনোৱাৰাই।

"আজি হেনো সি দবকা বজাৰৰ চাউলবেপাৰী সুলেমানক মদ খাবলৈ টকা দহটা খোজে। পিচে সুলেমানে তাক মদ খাবলৈ টকা দহটা নিদিয়াত, সি সুলেমানক ভেগাৰেৰে খুচি মাৰিবলৈ অগ্ৰসৰ হয়। ঘটনাস্থলীত মৌলবী কাচেম আলি চাহাব উপস্থিত নথকা হলে, আজি মহাবিপদ এটা ঘটিলহেঁতেন।"

উত্তৰ দিয়ে কালুমিয়াই।

"এতিয়ানো কলৈ গ'ল সি?"

পুনৰ উদ্বিগ্নমনে কালুমিয়াৰ মুখলৈ চাই প্ৰশ্ন কৰে বেগম আনোৱাৰাই।

"শুনিছো বাচত উঠি সি নগাওঁ চহৰলৈ গৈছে।"

"নগাওঁলৈ গৈ তাত বা আকৌ কি কৰে সি।"

"নগাওঁ চহৰলৈ গৈ তাত কিবা গণ্ডগোল কৰিলে সি, পুলিচে ধৰি নি জেলত সুমাই থব তাক।"

"কি যে কৰোঁ জোনাব, সি মোৰ কথা-বতৰা সমূলি নুশুনে। এতিয়া দেখিছো সিও ধ্বংস হব আৰু আমাকো বিপদত পেলাব।"

দুঃখ প্ৰকাশ কৰে বেগম আনোৱাৰাই।

"সৰকাৰৰ হুজুৰাই কোনো এঠাইত কেৰাণী বা মহৰীৰ চাকৰি এটাত সুমুৱাই নিদিয়ে কিয় তাক।"

"মেট্ৰিক পাচ নকৰিলে আজি-কালি হেনো কেৰাণী বা মহৰীৰ চাকৰি নেপায় সি।"

"তেনেহলে বাচৰ কণ্ডাক্টৰ, পিয়ন বা বন বিভাগৰ গাৰ্ডৰ চাকৰি এটাত তাক সুমাই দিবলৈ সৰকাৰক নকয় কিয় আপুনি?"

"নোঃকোৱাকৈ আছোনে? তেনেকুৱা সাধাৰণ চাকৰিৰ কাৰণে চাহাব বিলাকক খাতিৰলৈ হেনো সৰকাৰে লাজ পায়।"

"তেনেহলে এতিয়া আপুনি তাক কি কৰিম বুলি ভাবিছে?"

"কিয়ে কৰো" বুলি কৈ তলমূৰ কৰে বেগম আনোৱাৰাই। এনেতে সৰকাৰে ঘৰত প্ৰবেশ কৰেহি।

"শুনিছেনে জোনাব, দৰকা বজাৰত আজি জামানে কি কাণ্ড কৰিছে?"

সৰকাৰৰ মুখলৈ চাই প্ৰশ্ন কৰে বেগম আনোৱাৰাই।

"শুনা নাই। কোৱাচোন দৰকা বজাৰত সি আজি কি কৰিছে।"

বেগম আনোৱাৰাৰ মুখলৈ চাই প্ৰশ্ন কৰে সৰকাৰে।

"জোনাবে কৈছে, সি হেনো আজি কোনোবা চাউল বেপাৰী সুলেমানে তাক মদ খাবলৈ দহটা টকা নিদিয়াত সুলেমানক সি ডেগাৰ মাৰিবলৈ গৈছিল।"

কালুমিয়াক দেখুৱাই কয় বেগম আনোৱাৰাই।

"হয়নে জোনাব?"

কালুমিয়াৰ মুখলৈ চাই সৰকাৰে সোধে।

"মই দেখা নাই জোনাব। পিচে চাউল বেপাৰী সুলেমানেহে মোক কৈছে।"

উত্তৰ দিয়ে কালুমিয়াই।

"ঠিকেই কৈছে। কেলেইনো মিছা কথা কব সি" বুলি কৈ তলমূৰ কৰে সৰকাৰে।

"তেন্তে তাক এনেকৈ এৰি দিলে ভাল হব জানোঁ জোনাব?"

"কি কৰিম কওঁকচোন আপুনিয়ে।"

"দেখক জোনাব, আমি হলো অশিক্ষিত হোজা মানুহ। আপুনি কেনেকৈ কি কৰে সেইবোৰ আমি নেজানোঁ। আপোনাৰ লগত উঠা-বহা কৰা দেখো, এম-এল-এ, মিনিষ্টাৰ আৰু চহৰৰ চাহাব সকলক। সেই চাহাব সকলৰ যোগেদি পিতৃহীন ল'ৰাটোৰ কি এটা দিহা লগায়, সেইটো আপুনিহে জানে।"

"মেট্ৰিক পাচ নকৰিলে, আজি কালি কোনো চাকৰি নেপায়। সেই কাৰণে ঘৰতে ভাল শিক্ষক এজনৰ দ্বাৰা পঢ়ুৱাই তাক এইবাৰ আকৌ প্ৰাইভেটে মেট্ৰিক পৰীক্ষা দিয়াম বুলি ভাবিছো।"

"স্থি কৰে সোনকালে কৰক। নহলে সিটো ধ্বংস হ'বই, আপো-নাৰ ওপৰতো কলংক আনিব। আৰু এটা কথা, সিদিনা যে, লংকাৰ কুতুবুদ্দিন মুঞ্চি সুৰেয়াক চাবলৈ আহি, পিচত খবৰ দিম বুলি কৈ গৈছিল, পিচে মুঞ্চিয়ে কিবা খবৰ দিলেনে জোনাব ?"

'দিলে।"

"কি খবৰ দিলে ?"

"তেওঁৰ ল'ৰাই হেনো এতিয়া বিয়া নকৰায়। কলেজত পঢ়িব।"

"বিয়া কৰাইও সি কলেজত পঢ়িব নোৱাৰে জানো ?"

"পাৰে। আচল কথা, আজি-কালি ডেকা ল'ৰাই ক'লি ছোৱালী বিয়া কৰাব নোখোজে। প্ৰত্যেককে লাগে, বগী ছোৱালী।"

"তেনেহলে ত্যাইৰ কাৰণে কি কৰিম বুলি ভাবিছে আপুনি ?"

"কিছুদিনৰ পৰা মই এটা কথা মনে মনে ভাবি আছোঁ।"

"কি কথা ?"

"আমাৰ ঘৰত থকা ৰহমানৰ লগতেই সুৰেয়াৰ বিয়াখন পাতি দিম বুলি ভাবি আছোঁ। কি কোৱা তুমি ?" সমৰ্থন বিচাৰি বেগম আনোৱাৰাৰ মুখলৈ চাই উত্তৰ দিয়ে সৰকাৰে।

ৰহমানৰ নিচিনা ধুনীয়া আৰু স্বাস্থ্যবান ল'ৰা এজনৰ লগত সুৰেয়াৰ বিয়াখন পাতি দিব পাৰিলেতো সুৰেয়াৰে পৰম সৌভাগ্যৰ কথা হ'ব। "পিচে ৰহমানৰ নিচিনা ধুনীয়া ল'ৰা এজনে সুৰেয়াৰ নিচিনা কলী ছোৱালী এজনীক বিয়া কৰাব জানো ?"

প্ৰশ্নবোধক সুৰত উত্তৰ দিয়ে বেগম আনোৱাৰাই।

কালুমিয়াই তলমূৰ কৰি কিবা ভাবে।

"ৰহমান এজন পিতৃ-মাতৃ হাৰা গৃহহীন ল'ৰা। তাৰ নামত দহ বিঘামান জমি নামজাৰি কৰি দি, ঘৰ এটা সাজি দিলে, সি সুৰেয়াক বিয়া নকৰাই, বিয়া কৰাব কাক ?"

উত্তৰ দিয়ে সৰকাৰে।

"তেনেহলে কথাটো ৰহমানৰ কাণ চুৱাই নলয় কিয় ?"

"চৈয়দৰ যোগেদি মই ৰহমানক কথাটো জনাম বুলি ভাবিছো।"

"ঠিকেই ভাবিছে। সুৰেয়াৰ কাৰণে আৰু দৰা বিচাৰি হাৰাশাস্তি হ'ব নেলাগে আপুনি। পাৰিলে ৰহমানকে সোনকালে ঠিক কৰক।"

"ঠিক আছে। তুমি ভাবিব নেলাগে" বুলি কৈ সৰকাৰে বেগম আনোৱাৰাৰ কোঠালীৰ পৰা ওলাই যায়।

পিচদিনা ৰাতিপুৱা সৰকাৰে চৈয়দক মাতি আনি, সুৰেয়াক ৰহমানে বিয়া কৰোৱাত মত আছে নে নাই সুধি জনাবলৈ কয়। সৰকাৰৰ কথামতে এদিনাখন গধূলি সুৰেয়াক বিয়া কৰোৱাৰ মত আছে নে নাই চৈয়দে ৰহমানক গৈ সোধে। চৈয়দৰ প্ৰস্তাৱ শুনি কোনো প্ৰত্যুত্তৰ নকৰি ৰহমানে এটা হাঁহি মাৰি আঁতৰি যায়।

ৰহমানে হাঁহি মাৰি আঁতৰি যোৱা দেখি, ৰহমানে সুৰেয়াক বিয়া কৰাবলৈ মত আছে বুলি ভাবি, চৈয়দে ৰহমানৰ মত আছে বুলি সৰকাৰক জনায়। চৈয়দৰ কথা শুনি সৰকাৰ নিশ্চিন্ত হয়। আনন্দিত হয় বেগম আনোৱাৰা। ধুনীয়া আৰু স্বাস্থ্যবান ল'ৰা ৰহমানৰ লগত বিয়া স্থিৰ হোৱা সুসংবাদে যুৱতী সুৰেয়াৰ চকু-মুখে বোৱাই দিয়ে, নৱ যৌৱনৰ কাম-বাসনাৰ তৃপ্তিৰ মিচিকিয়া সুমধুৰ হাঁহি। ইপিনে ৰহমানৰ প্ৰেমিকা আনাৰ হয় মৰ্মাহত।

ডিচেম্বৰ মাহ। কাঁহ জ্বৰ আৰু বুকুৰ বিষত শয্যাশায়ী বেগম আনোৱাৰা। সৰকাৰে হোজাই ডাক্তৰখানাৰ পৰা কাঁহ জ্বৰৰ ঔষধ আনি খুৱায়। উপশম নহ'ল। বেমাৰ লাহে লাহে বাঢ়ি যায়। কাঁহোতে খেকাৰৰ লগত মুখৰ পৰা ৰক্ত পৰে। চিন্তিত হ'ল জয়নাল আবেদিন সৰকাৰ। চিন্তান্বিত হ'ল মাতৃভক্ত কামাল।

ডাঃ মীৰ মহম্মদ সমচেৰ আলি খাঁন চৌধুৰীৰ লগত সৰ-কাৰে গৈ পৰামৰ্শ কৰে। তাৰ পিচত সৰকাৰৰ অনুৰোধত ডাঃ চৌধুৰী চাহাবে সৰকাৰৰ ঘৰলৈ আহি বেগম আনোৱাৰাক পৰীক্ষা কৰে। পৰীক্ষা কৰি উঠি ডাঃ চৌধুৰীয়ে বেগম আনোৱাৰা যক্ষ্মা ৰোগত আক্ৰান্ত হোৱা বুলি সৰকাৰৰ আগত প্ৰকাশ কৰে। সৰকাৰে যক্ষ্মা ৰোগৰ নাম শুনি আতঙ্কিত হয়।

যক্ষ্মা অতি ভয়ানক সংক্ৰামক ৰোগ বুলি কৈ ডাঃ চৌধুৰীয়ে ঘৰৰ আটাইবোৰ মানুহকে সতৰ্কবাণী শুনায়। তদুপৰি আনোৱাৰাক অকলে এটা পৰিষ্কাৰ পৰিচ্ছন্ন কোঠালীত ৰাখি সাৱধান হবলৈকো ডাক্তৰে সৰকাৰক উপদেশ দিয়ে। ডাঃ চৌধুৰীয়ে সৰকাৰৰ অনু-ৰোধ এৰাব নোৱাৰি বেগম আনোৱাৰাৰ চিকিৎসাৰ ভাৰ গ্ৰহণ কৰে।

ঘৰৰ ডাঙৰ-সৰু আৰু বিশেষকৈ আনোৱাৰাক সেৱা শুশ্ৰূষা

কৰাৰ ভাৰ কামালৰ পত্নী জাহেৰা খাতুনৰ ওপৰত পৰে। ঘৰৰ বাকীবোৰ কাম আনাৰে কৰে। আনোৱাৰাক ঔষধপাতি খুওৱাত কামাল আৰু সৰকাৰে চকু ৰাখে।

সতি-সন্তানহীন জাহেৰা খাতুন। জৰায়ুৰ বেমাৰী। বহুত ঔষধ-পাতি খাইও সুফল পোৱা নাই তাই। সেই কাৰণে তাই পৰিয়ালৰ ভিতৰত বিৰাগভাজন। সাধাৰণ দোষতে আনোৱাৰাই তাইক বাজী তিৰোতা বুলি তিৰস্কাৰ কৰে। কপালৰ দোষ বুলি ভাবি তাই কোনো প্ৰতিবাদ নকৰে। বিষাদ মনে তলমূৰ কৰি আঁতৰি যায়। সেই কাৰণে তাই আনোৱাৰাক ভাল নেপায়।

এইবোৰ নানা কাৰণত আনোৱাৰাক সেৱা শুশ্ৰূষা কৰাত জাহেৰা খাতুনে অৱহেলা কৰে। আনোৱাৰাই কেতিয়াবা পানী লাগে বুলি চিঞঁৰি থাকিলেও জাহেৰাই নুশুনাৰ ভাও ধৰি ঘৰৰ পৰা ওলাই যায়।

মাতৃভক্ত কামাল। বেমাৰী মাতৃক অনাদৰ কৰা বুলি শুনি সি, জাহেৰাক তিৰস্কাৰ কৰে। তদুপৰি সৰকাৰে তাইক নানা কটু কথা শুনায়। তেতিয়া জাহেৰাই খঙতে মাকৰ ঘৰলৈ গুচি যায়।

বিপদত পৰিল বেগম আনোৱাৰা। চিন্তান্বিত হল, জয়নাল আবেদিন সৰকাৰ। নিৰুপায়ত পৰি কামালে, জাহেৰাক মাকৰ ঘৰৰ পৰা মাতি আনিবলৈ যায়। আনোৱাৰা নমৰা পৰ্য্যন্ত ঘৰলৈ ঘূৰি নেযাওঁ বুলি জাহেৰাই উত্তৰ দিয়ে। মনোকষ্ট পাই, হতাশা বুকুত লৈ লাজে অপমানে কামালে ঘৰলৈ ঘূৰি আহে।

নিৰুপায়ত পৰি সৰকাৰে, আনোৱাৰাৰ সেৱা শুশ্ৰূষাৰ কাৰণে এজনীৰ পিচত এজনীকৈ কেবাজনীও মাইকী মানুহ গাওঁৰপৰা বিচাৰি আনিছিল যদিও কোনো এজনীয়েও এদিন বা দুদিনত বাহিৰে ঘৰত নেথাকিল। যক্ষ্মাৰোগ নিজৰ গালৈ সংক্ৰমিত হবৰ ভয়ত প্ৰত্যেকজনীয়ে ঘৰৰ পৰা আঁতৰি যায়।

অৱশেষত, ঘৰৰ আটাইবোৰ কাম কাজ কৰাৰ উপৰি, আনোৱাৰাক সেৱা শুশ্ৰূষা কৰাৰ ভাৰ আনাৰৰ ওপৰত পৰে। আনাৰে আনোৱাৰাক গৰম পানীৰে নিতৌ গা ধুৱাই দিয়ে। ধুই দিয়ে তাইৰ কানি-কাপোৰবোৰ। প্ৰত্যেক দিনে পুৱা আনোৱাৰা থকা কোঠালীটো মচি দিয়ে।

ভয় কৰে কালুমিয়াই। ভাল নেপায় ৰহমানে। সৰকাৰৰ ভয়ত তেওঁলোকে আনাৰক বাধা দিব নোৱাৰে। আনাৰ স্বাস্থ্যৱতী, ধুনীয়া

পৰিশ্ৰমী ছোৱালী। তাই সকলো কাম বিনা দ্বিধায় কৰি যায়। সময় মতে তাই বেমাৰীক ঔষধপাতি খুৱায়। ভাত ৰান্ধিবাঢ়ি যথাসময়ত আনোৱাৰাক কোঠালীত পৰিবেশন কৰে।

শীতৰ দিন কেইটাত বিশেষকৈ পুৱা গধূলি আনোৱাবাৰ কোঠা-লীত জুই একুৰা আনাৰে জ্বলাই ৰাখে। সেই জুইকুৰা বেমাৰী আনোৱাবাৰ অকলশৰীয়া জীৱনৰ লগৰী। এদিনাখন গধূলি অকলে জুই তাপি বহি থাকোঁতে অতীত জীৱনৰ সংঘটিত ঘটনাসমূহ এটাৰ পিছত এটাকৈ আহি তাইৰ মনত পৰে।

বাল্যকালৰ খেলাধূলা আৰু হঁহা-কন্দাৰ ঘটনাবিলাক মনত পৰোঁতে তাইৰ শুকান মুখখনিত হাঁহি বিৰিঙি উঠে। উশৃংখল নৱযৌৱনৰ ঘটনাসমূহ মনত পৰোঁতে লাজে তাইৰ মুখখনি আৱৰি পেলায়।

হঠাতে মনত পৰিছে তাইৰ দুৰ্ভগীয়া চিৰাজ আলিৰ কথা। গৰীব চিৰাজ আলি। চিৰাজ আলিৰ কথা মনত পৰোঁতে তাইৰ যক্ষ্মাৰোগত ক্ষত-বিক্ষত বুকুখনি কঁপি উঠে। তাইৰ চকুৰ আগত চিৰাজৰ অপমৃত্যুৰ বিভীষিকাময় ভয়াবহ সকৰুণ প্ৰতিচ্ছবি এখনি প্ৰতিবিম্বিত হৈ ভাহি উঠে। সেই ভয়াবহ দৃশ্য দেখি তাইৰ সৰ্ব-শৰীৰ থৰ্ থৰ্ কৰি কঁপিবলৈ ধৰে।

"বিশ্বাসঘাতিনী নাৰী, নৰহত্যা মহাপাপৰ তোৰ কাহানিও মুক্তি নাই। ইহ জনমতে তই সেই মহাপাপৰ শাস্তি ভুগিব লাগিব। অপকৰ্মৰ ফলতেই তোৰ সোণৰ সংসাৰ পুৰি চাই হৈ যাব।" চিৰাজৰ অমৰ আত্মাৰ বিদ্ৰূপৰ বাণী বেগম আনোৱাবাৰ কাণত প্ৰতিধ্বনিত হয়। তেতিয়া তাই "ৰক্ষা কৰা খোদা" বুলি কৈ দুহাতেৰে তাইৰ চকুমুৰি চেপি ধৰে। তাৰ পিচত তাই বিছনাত বাগৰি পৰে।

ক্ষন্তেক পিচতে দুধ এগিলাচ হাতত লৈ আনাৱে কোঠালীত প্ৰৱেশ কৰেহি। আনোৱাৰাই বিছনাত উবুৰি খাই পৰি থকা দেখি আনাৰে সোধে "মাজান আজি আকৌ আপোনাৰ গাটো বেয়া লাগিছে নেকি?"

"আজি আকৌ কিনো বেয়া লাগিব মা।"

অশান্ত মনৰ অস্থিৰতা চপাই, আনাৰৰ মুখলৈ নোচোৱাকৈয়ে উত্তৰ দিয়ে বেগম আনোৱাৰাই।

"তেনেহলে এনেকৈ পৰি আছে কিয়? উঠক এতিয়া। এয়া গৰম দুধ অলপ আনিছোঁ। সোনকালে খাই লওক।"

পুনৰ অনুৰোধৰ সুৰত আনাৰে কয়।

"তুই যে মোক ঔষধ খুৱাইছ, দুধ খুৱাইছ আৰু ইমান সেৱা শুশ্ৰূষা কৰিছ, মই জানো ভাল হম আনাৰ ?"

আনাৰৰ মুখলৈ নিৰাশাৰ দৃষ্টি নিক্ষেপ কৰি প্ৰশ্ন কৰে, বেগম আনোৱাৰাই।

"কি যে কয় আপুনি ? কিয় ভাল নহব আপুনি মা। ডাক্তৰে কৈছে নিশ্চয় ভাল হব আপুনি।"

আনোৱাৰাৰ অন্তৰৰ অব্যক্ত ভাব নুবুজাকৈয়ে উত্তৰ দিয়ে আনাৰে। সৰলমনা আনাৰ। বেগম আনোৱাৰাই কোনো প্ৰত্যুত্তৰ নকৰি আনাৰৰ মুখলৈ চাই থাকে। আনাৰে দুধৰ গিলাচটো আনোৱাৰাৰ সন্মুখত দাঙি ধৰে, আনোৱাৰাই বিছনাৰ পৰা উঠি দুধৰ গিলাচটো হাতপাতি লয়।

"আপুনি দুধখিনি খাই লওঁক মা। মই অলপ পিচত আহি গিলাচটো লৈ যাম" বুলি কৈ আনাৰে কোঠালীৰ পৰা ওলাই যায়। আনোৱাৰাই দুধৰ গিলাচটো হাতত লৈ আনাৰৰ ফালে চাই থাকে।

"মা আজি আকৌ তোমাৰ জ্বৰ উঠিছে নেকি ?"

এনেতে কামালে আনোৱাৰাৰ কোঠালীত প্ৰবেশ কৰি, বেগম আনোৱাৰাৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"উঠা নাই বোপা।"

কামালৰ মুখলৈ চাই উত্তৰ দিয়ে বেগম আনোৱাৰাই।

"তেনেহলে এই গধূলি সময়ত শুই আছিলা কিয় ?"

"মই শুই থকা বুলি তোমাক কোনে ক'লে ?"

"আনাৰে।"

"মনটো ভাল নথকাৰ কাৰণে অলপ সময়ৰ কাৰণে শুই পৰিছিলো।"

"কেলেই কিবা অসুবিধা হৈছে নেকি তোমাৰ ?"

"হওঁতে কোনো অসুবিধা হোৱা নাই।"

"তেনেহলে"

"এই দুৰাৰোগ্য কালান্তক বেমাৰৰ পৰা মই ৰক্ষা পাম জানোঁ বোপা ?"

"মনত ভাবি থাকিলে কোনো বেমাৰেই ভাল নহয় মা। মনৰ দুৰ্বলতাত বেমাৰ বাঢ়িহে যায়। ডাক্তৰে কৈছে তুমি নিশ্চয়

ভাল হবা মা। তুমি বেমাৰৰ কথা ভাবি নেথাকিবাছোন।"

"বাৰু ঠিক আছে। মই আৰু বেমাৰৰ কথা নেভাবো। পিচে কেইদিনমানৰ পৰা মই তোমাক এটা কথা কম কম বুলি মনতে ভাবি আছো। পিচে তুমি জানো মোৰ কথাটো ৰাখিবা বোপা?"

"কেলেই তোমাৰ কথা নেৰাখিম মা। নিশ্চয় তোমাৰ কথা ৰাখিম। কোৱাছোন কি কথা কম কম বুলি মনতে ভাবি আছা তুমি।"

"তুমি নিজেই শুনিছা নহয়। জাহেৰা বাজীজনীয়ে হেনো মই নমৰা পর্যন্ত ঘৰলৈ ঘূৰি নাহে।"

"শুনিছো মা।"

"তেনেহলে তাইক তালাক দি, সোনকালে আনাৰক বিয়া কৰাব লাগে তুমি। মই ভাবিছোঁ, সেই বাজীজনীক তালাক দি আনাৰত বাহিৰে অইন কোনো এজনী ছোৱালী বিয়া কৰালে তাইও তোমাক সুখ-শান্তি দিব নোৱাৰিব আৰু মোকো ফিৰি নেচাব। দেখিছাই নহয় এজনীৰ পিচত এজনী কাম কৰা ছোৱালী আনিছিলা কিন্তু সকলোৱে এদিনৰ বাহিৰে দুদিন নাথাকে—আঁতৰি গ'ল।

আনাৰ অবিহনে মোক সেৱা শুশ্রূষা কৰা দূৰৰ কথা, চিঞৰি মৰিলেও মোক পানী এটোপা দিয়া মানুহ এজনী ঘৰত নোলাব। দেখা নাই জানোঁ আনাৰৰ পিছত কিমান মানুহ আহি লাগি আছে। কাৰোবাৰ লগত লেইহ বিয়া হলে মোৰ সর্বনাশ হব আৰু তোমা-লোকেও ভাতমুঠি নেপাবা। সেইবোৰ ভাবি চিন্তিহে কৈছো বোপা, আনাৰক সোনকালে তুমি বিয়া কৰাব লাগে।"

নবযৌৱনা ষোড়শী সুন্দৰী আনাৰক বিয়া কৰাবলৈ আনো-ৱাৰাই কোৱাত লাজুকীয়া মিচিকিয়া হাঁহি কামালৰ মুখমণ্ডলত বিৰিঙি উঠে। লাজতে কোনো উত্তৰ নিদি সি তলমূৰ কৰে।

"উত্তৰ নিদিলা যে বোপা?"

পুনৰ কামালৰ মুখলৈ চাই আনোৱাৰাই প্রশ্ন কৰে।

"কালু চাচাই (কালুমিয়াই) সম্মত হব জানো মা?"

মিচিকিয়া হাঁহি ওঠত লৈ তলমূৰ কৰিয়েই উত্তৰ দিয়ে কামালে।

"কালুমিয়াৰ কথা ভাবিব নেলাগে তুমি। কালুমিয়াৰ লগত বাকী কথা হ'ম মই। মাত্র তোমাৰ মতহে মোক লাগে।"

"কি কৰিলে মোৰ বাবাজানে মা?"

এনেতে আনাৰে কোঠালীত প্ৰবেশ কৰি আনোৱাৰাৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"একো কৰা নাই তোমাৰ বাবাজানে মা।"

উত্তৰ দিয়ে আনোৱাৰাই।

"তেনেহলে ককাইদেওৰ আগত বাবাজানৰ কি কথা কৈছিল আপুনি?"

"তোমাৰ বাবাজানৰ বিষয় কোনো কথা মই কোৱা নাই। কৈছিলো তোমাৰ বিয়াখন পত্যাৰ কথাহে।"

"মোৰ বিয়া?"

বিস্ফোৰিত নেত্ৰে আনোৱাৰাৰ মুখলৈ চাই আনাৰে প্ৰশ্ন কৰে।

"এৰা তোমাৰ বিয়া।"

"দেখা মাজান, পৃথিবীত জন্ম লাভ কৰি মাতৃমুখ দেখা নেপালো। কেচুৱাতে হেৰুৱাইছো মাতৃক। আপুনিয়েই মোক নিজৰ সন্তানৰ দৰে তুলি তালি যৌৱনত ভৰি দিয়ালেহি। আপোনাক এনে অৱস্থাত পেলাই থৈ মই কলৈকো নেযাওঁ। সেইকাৰণে কৈছো, মোৰ বিয়াৰ কথা এতিয়া আপুনি নুতুলিব।"

"তোমাকনো কলৈ বিয়া দি পঠাম বুলি কলোঁ।"

"নেজানো আপুনি কি বুদ্ধি পাঙিছে" বুলি কৈ ওচৰতে থকা টেবুলখনৰ ওপৰৰ পৰা বড়ি এটা হাতত লৈ "লওক বড়িটো খাই লওঁক সোনকালে।"

আনোৱাৰাৰ মুখলৈ চাই আনাৰে কয়।

"বড়ি দেখোন ভাটিবেলা এটা খাইছোৱেই আৰু এতিয়া এটা খাব লাগে নেকি?"

"কেলেই আপোনাৰ মনত নাই নেকি, বড়ি দিনত চাৰিবাৰ খাব লাগে নহয়। আজি আপুনি দেখোন তিনিবাৰহে খাইছে। ডাক্তৰে কৈছে 'আপি, নাপাহৰিবি, বেগমক এই বড়িটো দিনে চাৰিবাৰকৈ খুৱাবি'। ধৰক সোনকালে খাই লওঁক, ভাত হব ধৰিছে। ইয়াৰ পিচত অলপ গৰম ভাত খাই শুই থাকিব।"

"বাৰু দে" বুলি কৈ বড়িটো বেগম আনোৱাৰাই হাত পাতি লয়। "এয়া পানী" বুলি কৈ আনাৰে পানী এগিলাচ আনোৱাৰাৰ ফালে আগবঢ়াই দিয়ে। কামালে আনাৰৰ মুখৰ ফালে নিৰৱে চাই থাকে। আনোৱাৰাই বড়িটো মুখত লৈ পানী এঢোক খাই বড়িটো

গলাধঃকৰণ কৰে। আনাৰে গিলাচটো হাতত লৈ কোঠালীৰ পৰা ওলাই যায়।

ঠেঁতুৰা লগোৱা শীতৰ দিনবোৰ লাহে লাহে পৃথিৱীৰ পৰা আঁতৰি যায়। বসন্তৰ আগমনত সুপ্ত শক্তি জাগ্ৰত হয়। শক্তিৰ প্ৰভাৱত বলিয়া বায়ু দেৱতাই আনন্দতে বৰুণ দেৱক লগত লৈ আহি পৃথিৱীত বৰষুণ বৰষে। শীতৰ প্ৰকোপত লেৰেলা হৈ পেপুৰা লাগি থকা গছ গছনিবোৰে কুঁহিপাত মেলে।

কলীয়া কুলি বসন্তৰ নগৰী। গছে গছে উৰি উৰি সুললিত কণ্ঠে বসন্ত আগমনৰ আমন্ত্ৰণী দিয়েহি। হাবি বননিত প্ৰতি-ধ্বনিত হয় 'বৌ কথা ক'ত, বৌ ক'কা ক'ত' সুবাসি কেতেকী চৰাইৰ মাত। বসন্তৰ আগমনত জীৱৰ অন্তৰত, প্ৰেম প্ৰীতি আৰু ভালপোৱা জাগ্ৰত হয়। পৰিবৰ্তন হয় ঋতুৰ। পৰিবৰ্তন ঘটে, ধৰণীৰ। প্ৰকৃতিৰ লীলা।

পৰিবৰ্তন ঘটে সৰকাৰৰ ঘৰত। কাহঁতে বেগম আনো-ৱাৰাৰ মুখৰ পৰা খেকাৰৰ লগত তেজ পৰা বন্ধ হয়। দুৰাৰোগ্য যক্ষ্মাৰোগৰ আংশিক উপশম ঘটিলে আৰোগ্য লাভৰ আশা বেগম আনোৱাৰাৰ দুৰ্বল মনত সঞ্চাৰিত হয়। দুৰ্বল আনোৱাৰা। মাজে সময়ে তাই কোঠালীৰ পৰা ওলাই আহি বাৰাণ্ডাত বহে।

ৰোগাক্ৰান্ত আনোৱাৰাৰ নিষ্প্ৰভ কোটৰাগত চকু দুটি। তাইৰ হৰিণীৰ নিচিনা ধুনীয়া সন্মোহক চকুযুৰিৰ তলত কলা দাগ পৰে। সুগোল সুকোমল ধুনীয়া ৰক্তাভ গালদুখনিৰ মাংসপেশীবোৰ শুকাই ক্ষীণাই যায়। মনোমোহা মুখখনিৰো কিমান যে বিকৃতি ঘটে।

তাইৰ পিনোন্নত সুদৰ্শন মনোমুগ্ধকাৰী কামোদ্দীপক স্তন-যুগলৰো আমূল পৰিবৰ্তন ঘটে। স্তনযুগল, বুকুৰ পৰা ওলমি থকা দুটা চালৰ স্তূপাকৃতিত পৰিণত হয়। চমুকৈ কবলৈ গলে, বেগম আনোৱাৰাৰ সুন্দৰ শৰীৰ হাড় চালৰ সমষ্টিত ৰূপান্তৰিত হয়।

অস্থায়ী জীৱন যৌৱন।

অস্থায়ী ৰূপ লাৱণ্য।

প্ৰেম পিপাসু সৰকাৰৰ মনৰ পৰা ৰোগাক্ৰান্তা বেগম আনোৱাৰাৰ প্ৰেম আকৰ্ষণ আঁতৰি যায়। মধু পীপাসু ভ্ৰমৰৰ সদৃশ সৰকাৰৰ চকুত পৰে, প্ৰকৃতিৰ ফুলনিত যেন সদ্য প্ৰস্ফুতিত ফুল নৱযৌৱনা ষোড়শী সুন্দৰী আনাৰ।

আনাৰৰ অপৰূপ লাৱণ্যত, ধৰ্মপৰায়ণ সমাজসেৱী জয়নাল আবেদিন সৰকাৰ মুগ্ধ হয়। তেওঁৰ অন্তৰত আনাৰক বুকুত সাৱটি লোৱাৰ বাসনা জাগি উঠে। দিনে নিশাই চিন্তা কৰোতে, তেওঁৰ মানসপটত আনাৰৰ প্ৰতিচ্ছবি প্ৰতিবিম্বিত হৈ উঠে। বাহু বান্ধোনত আনাৰক বুকুত সাৱটি লোৱাৰ বাসনাই তেওঁক বলিয়া কৰি তোলে।

এদিনাখন গধূলি আনাৰক সৰকাৰে অকলে পাই দুহাতেৰে বুকুত সাৱটি লয়। তাৰ পিচত তেওঁ আনাৰৰ মুখতে মুখ লগাই নিম্নস্বৰে কয়, "আনাৰ! তুমি মোৰ হৃদয়ৰ ৰাণী। তোমাক মই আপোন কৰি লব খোজো। হবা জানো তুমি মোৰ আপোন?"

কামান্ধ সৰকাৰৰ অপ্ৰত্যাশিত প্ৰস্তাৱ শুনি, আনাৰে চমকি উঠে। লাজ আৰু ঘৃণাত তাইৰ নাক মুখ ৰঙা পৰি যায়। কিন্তু নিৰুপায় তাই, সৰকাৰৰ বাহু বান্ধোনত আবদ্ধ।

"মই দেখোন আপোনাক আপোন বুলি ভাবি আছো চাচা।" নিজক সংযত কৰি বুদ্ধিমতী আনাৰে উত্তৰ দিয়ে।

"সঁচানে ৰাণী?"

পুনৰ নিম্নস্বৰে প্ৰশ্ন কৰে সৰকাৰে।

সঁচা বুলি কৈ আঁতৰি যায় আনাৰে।

সৰকাৰে মনৰ আশা পূৰ্ণ হব বুলি ভাবি আনন্দিত হয়।

সৰকাৰৰ প্ৰস্তাৱত ম্ৰিয়মান হয় আনাৰ।

সেইদিনাৰ পৰা আনাৰৰ ওপৰত, সৰকাৰৰ মৰম স্নেহৰ আতিশয্য বাঢ়ি যায়। আনাৰে, সৰকাৰৰ প্ৰস্তাৱ ৰহমানৰ ওচৰত ব্যক্ত কৰে। আনাৰৰ কথা শুনি ৰহমানক উত্তেজিত হোৱা যেন পৰিলক্ষিত হয়। কোনো প্ৰত্যুত্তৰ নকৰি সি আনাৰৰ মুখলৈ চাই থাকে। ক্ষন্তেক নীৰৱে থাকি সি আনাৰৰ মুখলৈ চাই কয়,

"আনাৰ! মই সৰকাৰৰ স্বভাৱ চৰিত্ৰ ভালকৈ জানোঁ। সাৱধানে চলিবা। সৰকাৰে তোমাৰ কোনো অনিষ্ট কৰিব নোৱাৰে। মনত ৰাখিবা, নিৰাশ্ৰয়ৰ আশ্ৰয়, মেহেৰবান খোদা।"

"আৰু এটা কথা। কামাল ককাইদেওক মোক বিয়া কৰাবলৈ মাজানে কৈছে। সেই কাৰণে তেওঁও মোৰ পিচে পিচে ঘূৰি ফুৰে।"

বিষাদিত মনে আনাৰে ৰহমানৰ মুখলৈ চাই পুনৰ কয়।

"যদি সেয়ে হয়, তেনেহলে ই এটা শুভ লক্ষণ।"

খিচিকিয়া হাঁহি মাৰি ৰহমানে উত্তৰ দিয়ে।

"কি এনে শুভ লক্ষণ দেখিলা তুমি?"

"দেখা আনাৰ! কামাল এজন দুৰ্দ্দান্ত সাহসী আৰু শক্তিশালী যুৱক। তেওঁ জীয়াই থাকোঁতে সৰকাৰে তোমাক বলপূৰ্বক বিয়া কৰাব নোৱাৰে। আৰু সৰকাৰ থাকোঁতে কামালেও তোমাক বিয়া কৰাব নোৱাৰে। সেই কাৰণে কৈছোঁ দুয়োজনে তোমাক বিয়া কৰাবলৈ ভলোৱাটো তোমাৰ পক্ষে এটা অতীব শুভ লক্ষণ। পিচে কোৱাচোন, কোনজনক বিয়া কৰাবলৈ খোজা তুমি?"

"কোনো এজনকো বিয়া কৰাব নোখোজো মই।"

ভেঙুচালি কৰি উত্তৰ দিয়ে আনাৰে।

"তেনেহলে তুমিনো ভালপোৱা কাক? আৰু বিয়া কৰাব খোজা কাক?"

খিচিকিয়া হাঁহি ওঠত লৈ প্ৰশ্ন কৰে ৰহমানে।

"ধেৎ অকৰা। এতিয়াও নেজানে" বুলি কৈ আঁতৰি যায় আনাৰ।

পুলকিত নয়নে ৰহমানে আনাৰৰ ফালে চাই থাকে।

সেই সময়ৰ পৰা আনাৰক লৈ সৰকাৰ আৰু কামালৰ মাজত প্ৰেমৰ প্ৰতিদ্বন্দ্বিতা চলে। ইজনতকৈ সিজনে আনাৰক বেচি মৰম স্নেহ দেখুৱায়। লক্ষ্য কৰে ৰহমানে।

সেই বছৰ ঈদৰ সময়ত, বেগম আনোৱাৰাৰ নিৰ্দ্দেশত কামালে বজাৰৰ পৰা ধুনীয়া কাপোৰ এযোৰ কিনি আনি আনাৰক উপহাৰ দিয়ে। ঘৰৰ আটাইবোৰ মানুহৰ কাৰণে ঈদৰ কাপোৰ কিনি আনোতে, সৰকাৰেও কামালে কিনি অনা কাপোৰ যোৰতকৈ বেচি ধুনীয়া পাটৰ কাপোৰ এযোৰ আনাৰৰ কাৰণে কিনি আনে।

আনাৰৰ কাৰণে আৰু এযোৰ কাপোৰ কিনি অনা দেখি আচৰিত হয় বেগম আনোৱাৰা।

"জোনাব! আনাৰৰ কাৰণে, কামালে কিনি অনা কাপোৰ যোৰ দেখোন আপুনি দেখিছেই। তেনেস্থলত, তাইৰ কাৰণে আপুনি আকৌ এযোৰ কাপোৰ কিনি আনিলে কিয়? তাতকৈ আপুনি সুৰৈয়াৰ কাৰণে ধুনীয়া কাপোৰ এযোৰ কিনি নানিলে কিয়?"

বিস্ফাৰিত নেত্ৰে বেগম আনোৱাৰাই সৰকাৰৰ মুখলৈ চাই প্ৰশ্ন কৰে।

বেগম আনোৱাৰাই সন্দেহ কৰা বুলি সৰকাৰৰ কলুষিত মন চমকি উঠে।

"চোৱা বেগম! সুৰেয়া হ'ল আমাৰ ছোৱালী। তাইৰ কাৰণেও ধুনীয়া শাৰী এখন কিনি আনিছো। মাতৃহাৰা আনাৰ আমাৰ ঘৰৰ আশ্ৰিতা ছোৱালী। তাই কোনোদিনে কোনো বস্তু আমাক নোখোজে। দেখিছাই নহয়, তোমাৰ এই মহাবিপদৰ সময়ত বোৱাৰীজনী ঘৰৰ পৰা পলাই গ'ল। তোমাক সেৱা-শুশ্ৰূষাৰ কাৰণে কতজনী ছোৱালী আনিলোঁ কোনোজনীয়ে এদিনত বাহিৰে দুদিন আমাৰ ঘৰত নেথাকিল। তেনেস্থলত বেচেৰী আনাৰজনীয়ে ভয় ভীত এৰি তোমাক সেৱা শুশ্ৰূষা কৰাৰ উপৰি, ঘৰখনৰ সকলো কাম কাজৰ ভাৰ অকলে আঁকোৱালি লৈছে। তাইক উৎসাহিত কৰাৰ কাৰণেহে ময়ো তাইৰ কাৰণে নতুন কাপোৰ এযোৰ কিনি আনিছোঁ।"

নিজৰ উদ্দেশ্য সংগোপনে ৰাখি, বেগম আনোৱাৰাৰ মুখলৈ চাই বুধিয়ক প্ৰেমাসক্ত সৰকাৰে কয়। সৰলমনা আনোৱাৰাই সৰকাৰৰ যুক্তিসঙ্গত উত্তৰ শুনি মনে মনে থাকে। তাই নতুন কাপোৰবোৰ চাইচিতি, আনাৰক মাতে।

"কি লাগে মাজান?" বুলি উত্তৰ দি আনোৱাৰাৰ সন্মুখত আনাৰ আহি উপস্থিত হয়।

"লোৱা। এই যোৰাও তোমাৰ ঈদৰ কাপোৰ। এইবোৰ কামাল, জামাল, চৈয়দ, ৰহমান আৰু তোমাৰ বাবাজানৰ ঈদৰ কাপোৰ। কাপোৰবোৰ তুলি নি ভালকৈ আলমাৰিত থোৱাগৈ।"

আনাৰৰ মুখলৈ চাই আদেশৰ সুৰত বেগম আনোৱাৰাই কয়।

"যোৱা বছৰ ঈদৰ সময়ত আপুনি মোক দিয়া কাপোৰযোৰ দেখোন নতুন হৈ আছেই। তদুপৰি ককাইদেওৱে এইবাৰ আকৌ এযোৰ আনি দিছে। দুযোৰা কাপোৰ থাকোঁতে আকৌ এযোৰ নতুন কাপোৰ মোক কেলেই লাগিছে। এইযোৰ কাপোৰ আপুনিয়েই ৰাখি থওঁক মা। মোক নতুন কাপোৰ নেলাগে" বুলি আনোৱাৰাৰ মুখলৈ চাই আনাৰে কয়। সৰকাৰে আনাৰৰ মুখলৈ বিমৰ্ষ মনে চাই থাকে।

"বাক যোৱা। যি কৰিবা কৰিবা পিচত। এতিয়া কাপোৰবোৰ তুলি নি আলমাৰিত ৰাখি থোৱাগৈ।"

আনাৰৰ মুখলৈ চাই আনোৱাৰাই আদেশৰ সুৰত কয়। আনাৰে

কোনো প্ৰত্যুত্তৰ নকৰি কাপোৰবোৰ মাটিৰ পৰা তুলি লৈ কোঠালীৰ পৰা ওলাই যায়।

গৰমৰ দিনবোৰ আৰম্ভ হোৱাৰ পিচৰ পৰা বেগম আনোৱাৰাই ঘৰে বাহিৰে খোজকাঢ়ি ঘুৰি ফুৰে। ঈদৰ দিনা আবেলি তিনি বজাত মচ্জিদত নমবাতি জ্বলোৱাৰ প্ৰয়াসত বেগম আনোৱাৰাই, সুৰেয়াক লগত লৈ, গৰুৰ গাড়ীত উঠি সৰকালৈ যায়। আনাৰকো লগত লৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল বেগম আনোৱাৰাই।

"ঈদৰ দিনা আলহী আহিলে কোনে শোধ পোচ কৰিব? আনাৰক নিব নেলাগে" বুলি সৰকাৰে বাধা দিয়ে। সেইদিনা অৱশ্যে সৰকাৰৰ ঘৰলৈ আলহী নহা নাছিল। হোজাই, লংকা, নীলবাগান আৰু যমুনামুখ আদি ঠাইৰ কেবাগৰাকী গণ্যমান্য মানুহে সৰকাৰক ঈদ মুবাৰক জনাবলৈ আহিছিল।

আলহী সকল যোৱাৰ পিচত এটা নতুন বস্তু দেখুৱাম বুলি কৈ সৰকাৰে তেওঁৰ শয়ন কক্ষলৈ আনাৰক মাতি নিয়ে। সৰকাৰে শয়ন কক্ষত প্ৰবেশ কৰি তেওঁ ওপৰত শুৱা প্ৰকাণ্ড কাঠৰ পেৰাটোৰ তলা খোলে। তাৰ পিচত তেওঁ পেৰাটোৰ ভিতৰৰ পৰা কাৰুকাৰ্য্য খচিত ধুনীয়া ৰূপৰ সৰু বাকচ এটা উলিয়াই আনে।

ধুনীয়া ৰূপৰ বাকচটো খুলি সৰকাৰে কিছুমান হীৰা, মাণিক, পান্না আৰু মুক্তাদি খচিত অতি উজ্জ্বল আধুনিক সোণৰ অলংকাৰ আনাৰক দেখুৱায়।

কল্পনাতীত ধুনীয়া অত্যুজ্জ্বল সোণৰ অলংকাৰবোৰ দেখি আনাৰে আচৰিত হয়। তাই স্থিৰনেত্ৰে সেই অলংকাৰবোৰৰ ফালে চাই থাকে।

পেণ্ডেণ্টত হীৰা খচিত মুকুতাৰ মালা এধাৰ বাকচৰ পৰা হাতত লৈ সৰকাৰে আনাৰৰ ডিঙিত পিন্ধাই দিবলৈ আনাৰৰ ফালে আগুৱাই যায়।

"এইবোৰ অলংকাৰ মোক নেলাগে চাচা" বুলি কৈ আনাৰ পিচুৱাই যায়।

"লোৱা। ডিঙিত পিন্ধি লোৱাচোন এবাৰ। চাই লওঁ মই মোৰ হৃদয়ৰ ৰাণী আনাৰক কিমান ধুনীয়া দেখি।" মুকুতাৰ মালাধাৰ দুহাতেৰে আনাৰৰ সন্মুখত দাঙি ধৰি অনুৰোধৰ সুৰত প্ৰেমাসক্ত সৰকাৰে কয়। কোনো উত্তৰ নিদি আনাৰে সৰকাৰৰ

ফালে চাই থাকে। "মুকুতাৰ এই মালাধাৰীৰ কিমান মূল্য জানা জানোঁ ৰাণী?"

মুকুতাৰ মালাধাৰী আনাৰক দেখুৱাই সৰকাৰে প্ৰশ্ন কৰে।

নিৰব আনাৰ।

"দহ হাজাৰ টকা।"

"এয়া চোৱা হীৰা, মাণিক পান্না খচিত অতি আধুনিক সোণৰ চন্দ্ৰহাৰ।

এৱা চোৱা, হীৰা মাণিক আৰু পান্নাদি খচিত সোণৰ বাজু।

এইযোৰ হীৰাখচিত অতি আধুনিক কাণফুল।

এইটো মাণিক খচিত সোণৰ নলক।

এইবোৰ হীৰা মাণিক আৰু পান্নাখচিত সোণৰ চুৰি।

এইযোৰ হীৰা মাণিক আৰু পান্না খচিত সোণৰ আধুনিক কপালী" বুলি কৈ সৰকাৰে এপাৰৰ পিচত এপদ সোণৰ অলংকাৰ বোৰ ৰূপৰ বাকচৰ পৰা উলিয়াই আনাৰক দেখুৱায়। আনাৰে নিৰ্বাক নিস্পন্দ হৈ সোণৰ অলংকাৰবোৰৰ ফালে চাই থাকে।

আনাৰে জীৱনত দেখিছিল ৰূপৰ হাৰ, ৰূপৰ কাণফুল। ৰূপৰ চুৰি আৰু ৰূপৰ নলক। হীৰা, মাণিক, মুক্তা আৰু পান্না আদিৰ নাম মানুহৰ মুখত শুনিছিল যদিও সেই দুষ্প্ৰাপ্য বস্তুবোৰ দেখাৰ সৌভাগ্য তাইৰ জীৱনত ঘটা নাছিল। অমূল্য ৰত্নৰাজী খচিত সোণৰ অতি উজ্জ্বল আধুনিক অলংকাৰবোৰ দেখি, সেইবোৰ সপোনত দেখা যেন তাই অনুভব কৰে।

"এতিয়া কোৱাচোন ৰাণী। দুষ্প্ৰাপ্য ৰত্নৰাজী খচিত আধুনিক সোণৰ অলংকাৰবোৰ তোমাৰ পচন্দ হ'ল নে নহ'ল।"

অলংকাৰবোৰ দেখুৱাৰ পিচত সৰকাৰে আনাৰক বুকুত দুহাতেৰে সাবটি লৈ প্ৰশ্ন কৰে।

"এৰি দিয়ক চাচা। মই মাতৃহাৰা গৃহহীন দুখীয়াৰ ছোৱালী। এইবোৰ অলংকাৰে মোক শোভা নকৰে।"

কম্পিত কণ্ঠে উত্তৰ দিয়ে আনাৰে।

"কিন্তু আনাৰ এই অলংকাৰবোৰৰ মূল্য কিমান জানানে তুমি?" পুনৰ প্ৰশ্ন কৰে সৰকাৰে।

"নেজানোঁ।"

"পাঁচ লক্ষ টকা।"

"পাঁচ লক্ষ টকানো কিমান ?"

"বহুত বহুত টকা।"

"বহুত বহুত টকা মূল্যৰ এই অলংকাৰবোৰনো আপুনি পালে ক'ত ?"

"তোমাৰ কাৰণে গোপনে কিনি আনি সাঁচি ৰাখিছোঁ।"

"ঠিক আছে। এই অলংকাৰবোৰ মোক নেলাগে। আপুনি মাজানকে দিব।"

"বাক কোৱাচোন ৰাণী। তুমি জানো নহবা মোৰ।"

"মইতো আপোন বুলি ভাবি আছোঁ আপোনাকেই। পিচে—" বুলি কৈ থমকি ৰয় আনাৰ।

"পিচে মানে ?"

"মাজানে হেনো কামাল ককাইদেওক মোক বিয়া কৰাবলৈ কৈছে।"

সোঁহাতৰ আঙুলিৰে বাওঁহাতৰ আঙুলি কেইটা মোহাৰি মোহাৰি কওঁ নকওঁকৈ আনাৰে কয়।

কামালৰ নাম শুনি সৰকাৰ উত্তেজিত হয়। ক্ষন্তেক নিৰৱে থাকি উত্তেজিত মনক সংযত কৰি সৰকাৰে কয়, "দেখা আনাৰ! কামাল বিবাহিত। তাৰ স্ত্রী জাহেৰা খাতুনক মই অতি সোনকালে আনি দিম। তুমি তাৰ কথা চিন্তা নকৰিবা।"

এনেতে গৰুৰ গাড়ী অহা শব্দ চোতালত প্রতিধ্বনিত হয়। সৰকাৰৰ বাহুবন্ধনৰ পৰা মুক্তিলাভ কৰি, কম্পিত পদক্ষেপে, সৰকাৰৰ শয়নকক্ষৰ পৰা আনাৰ ওলাই আহে।

আধুনিক যুগৰ নাৰী আধুনিক। ধনদৌলত আৰু ভোগ-বিলাস প্রয়াসী। আনাৰ মাতৃহাৰা। এজন গৃহহীন মানুহৰ ছোৱালী। পাচলক্ষ টকা মূল্যৰ দুষ্প্রাপ্য ৰত্নৰাজি খচিত আধুনিক সোণৰ অলংকাৰবোৰৰ লোভত পৰি তাই মোৰ ওচৰত আত্ম-সমর্পণ নকৰিব জানো'

নিশ্চয় কৰিব।

এপদ এপদকৈ অলংকাৰবোৰ ৰাপৰ বাকচত সুমাই থৈ প্রেমান্ধ সৰকাৰে ভাবে। হঠাতে মনত পৰে তেওঁৰ, আনাৰৰ প্রণয়প্রার্থী কামালৰ কথা।

মূর্খ কামাল।

বেহেয়া আনোৱাৰা।

সমূচেৰ আজি যাঁৰ কালান্তক মূর্তি সিহঁতে দেখা নাই।

সিহঁতে গছৰ ডালত কপৌ দেখিছে। গছৰ তলত কাও দেখা নাই। ভাবোঁতে ভাবোঁতে খিলখিলকৈ হাঁহি সৰকাবৰ মুখত বিৰিঙি উঠে।

এনেতে বেগম আনোৱাৰা আৰু বেগম সুকেয়াই গাড়ীৰ পৰা নামি আহি ঘৰত প্ৰৱেশ কৰে। সেই সময়ত ক্লান্ত পৰিশ্ৰান্ত দিনমণিয়ে ৰঙাণ্ড ৰাপ ধাৰণ কৰি অস্তাচলত আশ্ৰয় গ্ৰহণ কৰে। ৰহমানে পথাৰৰ পৰা গৰুবোৰ খেদি আনি গোহালিত বান্ধে।

"ৰহমান, গোহালিত মহবোৰৰ বৰ উৎপাত হৈছে। গোহালিত সোমালে মহবোৰে নাকে মুখে সোমাই যাব খোজে। অলপ শুকান জাবৰ জোঁঠৰ গোটাই লৈ জুই জ্বলাই দি মহবোৰক গোহালিৰ পৰা উলিয়াই দিয়াচোন।" ৰহমানৰ ফালে চাই আদেশৰ সুৰত কালুমিয়াই কয়।

কালুমিয়া কামাল আৰু চৈয়দে সেই সময়ত চোতালত বহি শুকান মৰাপাটবোৰ মুঠি মুঠি কৈ বান্ধি থাকে। কোনো প্ৰতিবাদ নকৰি ৰহমানে জাবৰ জোঁঠৰবোৰ গোটাই লৈ জুই জ্বলাই দি গোহালিৰ ভিতৰত ধোঁৱাৰ সৃষ্টি কৰে।

বেগম আনোৱাৰাই, পোচাক সলনি কৰি চোতাললৈ ওলাই আহে। তাৰ পিচত কামালৰ ফালে চাই কয়, "বোপা কামাল, আজি দেখোন ঘৰত মাছ পুঠি একোৱে নাই। বিলত জাল পতা নাই জানো আজি?"

"বিলত জাল পতা আছে মা। পিচত জাল চাবলৈ সময় উলিয়াবহে পৰা নাই।"

মৰাপাট এমুঠি দুই হাতেৰে পকাই পকাই কামালে উত্তৰ দিয়ে।

"জামাল দেখোন ঘৰত নাই। সি আজি আকৌ কলৈ গ'ল জানানে তুমি?"

পুনৰ কামালৰ মুখলৈ চাই বেগম আনোৱাৰাই প্ৰশ্ন কৰে।

"নেজানো মা। আপুনি ঘৰৰ পৰা ওলাই যোৱাৰ অলপ পিচতে, সিও সাজি কাচি ঘৰৰ পৰা ওলাই যোৱা দেখিছোঁ। সি কলৈ যায়, কি কৰে কোনোবা দিন আনোঁ কাৰবাক কৈ যায় মা।"

"এই ল'ৰাটোৱে মোক পাগলী কৰিছে এখিন। স্কুলত নপঢ়ে। ঘৰত কাম কাজ নকৰে। কেৱল ঘূৰাই ফুৰা। কি যে কৰো।"

বেগম আনোৱাৰাই আজেগৰ সুৰত নিজকে নিজে কয়। ইতিমধ্যে গোহালিৰ গৰু বাছুৰি আৰু ঘোঁৰা দি ৰহমানে গোহালিৰ পৰা ওলাই আহে। কামানে আজ চাবলৈ ৰহমানক পঠাই দিয়ে। এনেতে সন্ধ্যাৰ নামাজ পঢ়ি সৰকাৰে চোতাললৈ ওলাই আহে।

"মাজান চাহ বনোৱা হৈছে।"

পাকঘৰৰ ভিতৰৰ পৰা আনোৱাৰাক লক্ষ্য কৰি চিঞৰি কয় আনাৰে।

"আটাইবোৰৰ কাৰণে চাহ চোতাললৈ লৈ আহা।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

অলপ পিচতে চাহ হৈ কাপ ট্ৰে এখনত তুলি আনি আনাৰে চোতালত উপস্থিত হয়। ৰহমানৰ বাহিৰে আটাই কেউজনে চোতালত বহি চাহ পান কৰে। ৰহমানৰ চাহ কাপ ঢাকি ৰাখিবলৈ বেগম আনোৱাৰাই, আনাৰক উপদেশ দিয়ে।

"মিয়া চাহাব!"

চাহপান শেষ কৰি বিড়ি এটা জ্বলাই লৈ সৰকাৰে কালুমিয়াক সম্বোধন কৰে।

জোনাব!"

সৰকাৰৰ কাজে চাই উত্তৰ দিয়ে কালুমিয়াই।

'বিলৰ পাৰৰ মৰাপাট ডৰা কটা হলনে আজি?"

"কটা হোৱা নাই। অলপ কাটিবলৈ বাকী আছে জোনাব।"

"আহধানৰ খেতি ডৰাত বানপানী আহি সুমাইছে নেকি?"

"এতিয়ালৈকে সোমোৱা নাই।"

"এইবেলি আমাৰ মৰাপাট কেই শ মোন মান হব পাৰে বুলি আপুনি অনুমান কৰে?"

'হা· ·নীৰে .শহতীয়া মৰাপাট কেইডৰা নষ্ট নকৰিলে অতি কমেও পোন্ধৰ কি ষোল শ মোনমান মৰাপাট হব।"

"সিদিনা যে, আপুনি লংকা বজাৰলৈ গৈছিল, পাটৰ ভাও তাত কিমানলৈ উঠা দেখিলে?"

"সেইদিনা এক নম্বৰ পাট আঠি টকাত বিক্ৰি হৈছে জোনাব।"

"তেনেহলে এইবাৰ পাটৰ ভাও উঠিব যেন লাগিছে। কি কয় আপুনি?"

'যিহে খবাং বতৰ গৈছে এইবাৰ, পাটখেতি কোনো ঠাইতে ভাল

হোৱা নাই। মই ভাবো এইবাৰ পাটৰ চৰা দাম উঠিব।"

এনেতে পানীত ভিভিবুৰি হাতত খালৈ এটা লৈ ৰহমান আহি চোতালত উপস্থিত হয়।

"জালত মাছ লাগিছেনে ৰহমান ?"

ৰহমানৰ মুখলৈ চাই কামালে প্ৰশ্ন কৰে।

"লাগিছে ককাইদেও।"

উত্তৰ দিয়ে ৰহমানে।

"কি মাছ লাগিছে ?"

"কাৱৈ মাছ।"

"চাওঁ—এইফালে লৈ আহাচোন খালৈটো।"

ৰহমানৰ ফালে চাই, আদেশৰ সুৰত বেগম আনোৱাৰাই কয়। ৰহমানে খালৈটো নি বেগম আনোৱাৰাৰ সন্মুখত ৰাখে।

"হাবে ইমানবোৰ কাৱৈ মাছ লাগিছে ? হেৰ আনাৰ খালৈটো সোনকালে লৈ যোৱা। জীয়াই থকা মাছবোৰ কলহত পানী ভৰাই জীয়াই থবা। মৰা মাছবোৰহে আজি কাটিবা।"

খালৈৰ ভিতৰত জপিয়াই থকা কাৱৈ মাছবোৰ জুমি চাই আনোৱাৰাই আদেশৰ সুৰত আনাৰক কয়। আনাৰে খালৈটো হাতত লৈ, মাছবোৰ জুমি চায়। মাছবোৰ দেখি তাই পুলকিত হয়। মিচিকিয়া হাঁহি ওঠত বিৰিঙি উঠে। কটাক্ষ নয়নে তাই ৰহমানৰ মুখলৈ চাই খালৈটো হাতত লৈ আঁতৰি যায়। আনাৰৰ কটাক্ষ চাৱনি দেখি ৰহমান আনন্দিত হয়। সি আনাৰৰ ফালে চাই থাকে ।

লাহে লাহে বাৰিষাৰ ক'লা মেঘে সুনীল আকাশ আৱৰি পেলায়। অকণি অকণি লাজুকী তৰাবোৰে লাজতে মেঘৰ আৰত অন্তৰ্দ্ধান হয়। ঘোৰ অন্ধকাৰ ধৰণীলৈ নামি আহে। মেঘৰ আঁৰত বিজুলীয়ে তিৰবিৰাই বৰুণ দেৱতাৰ আগমনৰ আগজাননী দিয়ে।

বৰষুণ অহা যেন দেখি, মৰাপাটবোৰ চোতালৰ পৰা তুলি নি ভঁৰালঘৰত ৰাখিবলৈ কালুমিয়াক উপদেশ দি সকলোৱে চোতালৰ পৰা উঠি যায়। সকলোৰে পিচে পিচে উঠি যায় বেগম আনোৱাৰা। খন্তেক পিচতে হিৰ্ হিৰ্ পিৰ্ পিৰ্ শবদেৰে চোতালত বৰষুণ পৰে।

আনাৰে জীয়াই থকা কাৱৈ মাছবোৰ কলহত পানী ভৰাই জীয়াই থয়। তাৰ পিচত ৰন্ধন আৰম্ভ কৰে। ভাত তৰকাৰী ৰান্ধি থাকোঁতে তাইৰ ৰহমানৰ কথা মনত পৰে। ৰহমানৰ কথা ভাবি থাকোঁতে

তাইৰ মানসপটত সৰকাৰে তাইক দেখুওৱা দুষ্প্ৰাপ্য ৰত্নৰাজি খচিত আধুনিক সোণৰ অলংকাৰবোৰ উদ্ভাসিত হৈ উঠে। সোণৰ অলংকাৰ-বোৰৰ কথা মনত পৰাত তাই চিন্তান্বিত হয়।

পাঁচ লক্ষ টকা মূল্যৰ ৰত্নৰাজি খচিত সোণৰ অলংকাৰবোৰ সৰকাৰে পালে ক'ত?

নবাব অথবা বাদচাহ আদিৰ ঘৰৰ বাহিৰে সাধাৰণ গাঁৱলীয়া মানুহৰ ঘৰত ইমানবোৰ মহামূল্যবান সোণৰ অলঙ্কাৰ থাকিব পাৰেনে?

অসম্ভৱ।

কেতিয়াও নোৱাৰে।

তেনেহলে সৰকাৰ কোনোবা ৰাজ্যচ্যুত বাদচাহ নে নবাব? আমাৰ ঘৰত আত্মগোপন কৰি আছেহি!

বেগম আনোৱাৰা আৰু বেগম সুৰেয়াই সেই মহামূল্যবান সোণৰ অলংকাৰবোৰ সৰকাৰৰ লগত থকাটো গম পায় নে নেপায় বাৰু?

যদিহে গম পায়, তেনেহলে তেওঁলোকে সেই অলংকাৰবোৰ ব্যৱহাৰ নকৰি, হাতে কাণে সাধাৰণ ৰূপৰ অলংকাৰ পিন্ধাৰ কাৰণ কি?

এটাৰ পিচত এটা প্ৰশ্ন বজ্ৰনকত আনাৰৰ মনত উদয় হয়হি। তাই ভাবি ভাবি কোনো সদুত্তৰ বিচাৰি নেপায়। তাইৰ মন চঞ্চল হৈ উঠে। চিন্তাক্লিষ্ট আনাৰে ভাত তৰকাৰী বাঢ়ি বাঢ়ি মজিয়াত সাজি দিয়েহি। সৰকাৰ, কামাল, চৈয়দ, কালুমিঞা আৰু ৰহমান আহি ভাত খাবলৈ বহে।

এগৰাহ কি দুগৰাহ ভাত মুখত দি সৰকাৰে আনাৰক মাতে—

"আনাৰ।"

"কি লাগে চাচা?"

পাক ঘৰৰ পৰা ওলাই আহি আনাৰে প্ৰশ্ন কৰে।

"আজি ঘৰত নিমখ নাছিল নেকি আনাৰ?"

আনাৰৰ মুখলৈ চাই সৰকাৰে প্ৰশ্ন কৰে।

"আছে চাচা।"

"তেনেহলে মাছৰ তৰকাৰীত নিমখ দিয়া নাই কিয়?"

নিজৰ ভুল বুজিব পাৰি আনাৰে লজ্জিত হয়। কোনো প্ৰত্যুত্তৰ নকৰি তাই তলমূৰ কৰি থাকে।

"কি ভাবি আছা। নিমখ লৈ আহা।"

আদেশৰ সুৰত সৰকাৰে কয়।

আনাৱে কোনো উত্তৰ নিদি সেই এখনত নিমখ অলপ আনি সৰকাৰৰ সন্মুখত ৰাখে।

"তুমি দেখোন কোনো দিনে এনে ভুল নকৰা আনাৰ, আজিনো তৰকাৰীত নিমখ দিবলৈ পাহৰিলা কিয় ?" আনাৰৰ মুখলৈ চাই প্ৰশ্ন-বোধক সুৰত কয় বেগম আনোৱাৰাই।

কোনো উত্তৰ নিদি তলমূৰ কৰি আনাৱে থিয় হৈ থাকে।

"বাৰু ঠিক আছে। যি হ'ল হ'ল। বাকী তৰকাৰীখিনিত এতিয়া নিমখ দিয়া গৈ।"

পুনৰ আনোৱাৰাই কয়।

আনাৱে তলমূৰ কৰি আঁতৰি যায়।

আঠাইকেউজন মতা মানুহে ভাত খাই উঠি যোৱাৰ পিচত বেগম আনোৱাৰা আৰু বেগম সুৰেয়াৰ লগত আনাৱে ভাত খাবলৈ বহে। সেই সময়তো বাংলাভাষী হাস্যবদনা সুন্দৰী আনাৰক চিন্তাক্লিষ্ট দেখা যায়।

"আনাৰ! আজি দেখোন তুমি মন মাৰি আছা। তোমাৰ কিবা অসুখ হৈছে নেকি ?

ভাত খাই খাই আনাৰৰ মুখলৈ চাই আনোৱাৰাই প্ৰশ্ন কৰে।

"মোৰ কোনো অসুখ হোৱা নাই মাজান।"

তলমূৰ কৰি উত্তৰ দিয়ে আনাৱে।

"কোনোবাই কিবা তোমাক কৈছে নেকি আজি ?"

"কোনেনো কি কব মোক ?"

আনাৱে মনৰ উদ্বিগ্নতা লুকাই ৰাখি উত্তৰ দিয়ে।

"তেনেহলে মনমাৰি আছা কিয় ? মোৰ লগত দৰকালৈ যাব নোৱাৰাৰ কাৰণে নেকি ?"

"নহয়।"

"যদিহে তোমাৰ কিবা এটা হয়, তেনেহলে নেজানোঁ মোৰ ভাগ্যত ঘটে কি ?"

বেজাৰ মনে নিজকে নিজে বেগম আনোৱাৰাই কয়। ভাত খাই উঠি হাতত লাঠি আৰু টৰ্চ লাইট লৈ কামাল আৰু চৈয়দে পথাৰত ধান ৰখিবলৈ যায়। সৰকাৰে হাতত বন্দুকটো লৈ বাৰাণ্ডাতে বহে। বেগম আনোৱাৰাই তামোল-পাণৰ বটাখন আগত লৈ তামোল কাটে। আনাৱে ভাত-পানী খাই উঠি বাচন-বৰ্তনবোৰ ধুই পখালি পাকঘৰত নি

যায়। তাৰ পিচত তাই পাকঘৰৰ দুৱাৰখন বন্ধ কৰি আনোৱাৰাৰ কাষে চাই সোধে, "মাজান আপোনাক কিবা লাগিব নেকি ?"

"একো নালাগে মা। তুমি শুই থাকাগৈ।"

তামোল-পাণ পাগুলিয়াই পাগুলিয়াই বেগম আনোৱাৰাই উত্তৰ দিয়ে।

আনাৰে যৰৰ পকা ওলাই যায়। সেই সময়ত অন্ধকাৰ ভেদ কৰি কিনকিনিয়া বৰষুণ চোতালত পৰি থাকে।

ৰহমানৰ কোঠালীত টিপ্ টিপ্ কৰি কেৰাচিন তেলৰ চাকি এটা জ্বলি থাকে।

"ইমান ৰাতিলৈ অকলে বহি বহি কি কৰিছা" বুলি কৈ আনাৰে দুৱাৰ ঠেলি ৰহমানৰ কোঠালীত প্ৰৱেশ কৰে। ৰহমানে সেই সময়ত বিচনাত বহি বেতৰ ফুল তোলা বিচনী এখন বনাই থাকে।

"কাৰ কাৰণে ইমান ধুনীয়া বিচনীখন বনাব ধৰিছা তুমি ?"

ৰহমানৰ ওচৰ চাপি, ৰহমানে বনাই থকা বিচনীখনৰ ফালে চাই আনাৰে প্ৰশ্ন কৰে।

"মোৰ মৰমৰ বান্ধৱী এজনীৰ কাৰণে।"

আনাৰৰ মুখলৈ নোচোৱাকৈয়ে ৰহমানে উত্তৰ দিয়ে।

"তোমাৰ মৰমৰ বান্ধৱী এজনীৰ কাৰণে ?"

আচৰিত হৈ আনাৰে পুনৰ প্ৰশ্ন কৰে।

"এৰা, মোৰ বান্ধৱী এজনীৰ কাৰণে।"

"কোন সেইজনী তোমাৰ মৰমৰ বান্ধৱী ?"

"কেলেই লাগিছে তোমাক ?"

"ক'তনো থাকে তাই ?

"ইয়াতেই থাকে।"

"সুন্দৰী ?"

"নহয়।"

"তেনেহ'লে—"

"কেতিয়া বিচনী দিম, তেতিয়া দেখিবা নহয় কোন ছোৱালী সেইজনী।"

"এতিয়াই কোৱাচোঁন, কোন ছোৱালী সেইজনী।"

দুহাতেৰে পিচফালৰ পৰা ৰহমানৰ ডিঙিত ধৰি আনাৰে সোধে।

"উহু এতিয়া নকওঁ। দুখ পাইছো, ডিঙিৰ পৰা এৰি দিয়া।"

"এৰি নিদিও। কোৱা আগতে কোন ছোৱালী সেইজনী" বুলি কৈ আনাৰে ৰহমানৰ মুৰটো জোকাৰি দিয়ে।

"ঠিক আছে। এতিয়াই কম। প্ৰথমে ডিঙিৰ পৰা এৰি দিয়াচোন।"

"বাৰু ঠিক আছে। এৰি দিছোঁ। এতিয়া কোৱা কোন ছোৱালী সেইজনী" বুলি কৈ আনাৰে ৰহমানৰ ডিঙিৰ পৰা হাত এৰি দিয়ে।

ৰহমানে আৱেগকুলকৈ আনাৰক দুহাতেৰে বুকুত সাৱটি লৈ, আনাৰৰ মুখত মুখ লগাই, তাইৰ ৰঙাঙা গোলাপী গালত চুমা এটা খায়। তাৰ পিচত নিম্নস্বৰে কয়, "এইজনীয়ে মোৰ মৰমৰ বান্ধৱী আৰু জীৱনৰ লগৰী।"

"ধেৎ মিছা কথা।"

ৰহমানৰ মুখৰ পৰা মুখখন আঁতৰাই আনি আনাৰে কয়।

"চোৱা আনাৰ। তোমাৰ বাহিৰে ইহ সংসাৰত মোৰ আপোন বুলিবলৈ কোনোবা আছে জানো?"

আনাৰক বাহুবন্ধনৰ পৰা মুক্তি দি তাইৰ মুখলৈ চাই ব্যথিত সুৰত ৰহমানে কয়।

কোনো প্ৰত্যুত্তৰ নকৰি ৰহমানৰ মুখলৈ তাই সজল নয়নে চাই থাকে।

"বাৰু এতিয়া কোৱাচোন কি কথা আছে তোমাৰ।"

ক্ষন্তেকৰ নিস্তব্ধতা ভংগ কৰি আনাৰৰ মুখলৈ চাই ৰহমানে সোধে।

"বৰ ডাঙৰ কথা এটা আছে।"

উত্তৰ দিয়ে আনাৰে।

"কোৱাচোন তোমাৰ কি কথা আছে।"

"বাৰু কওঁ ৰবা" বুলি কৈ আনাৰে দুৱাৰমুখলৈ যায়।

সেই সময়ত বাহিৰত ধাৰাসাৰ বৰষুণ। দুৱাৰ মুখলৈ গৈ তাই দুৱাৰৰ ফাঁকেৰে বাহিৰৰ ফালে জুমি চায়। তাৰ পিচত ৰহমানৰ ওচৰলৈ আহি তাইক দিনত সৰকাৰে কি কথা কৈছিল আৰু কি কি অলংকাৰ দেখুৱাইছিল, সকলো কথা ৰহমানৰ কাণৰ ওচৰত ফুচফুচাই বিৱৰি কয়।

ৰহমানে আনাৰৰ কথা শুনি চমকি উঠে। তাক উত্তেজিত যেন পৰিলক্ষিত হয়। ক্ষন্তেক নিৰৱে থাকি সি আনাৰৰ মুখলৈ চাই

সোধে, "আনাৰ! এইবোৰ কথা ইতিমধ্যে কাৰোবাৰ আগত প্ৰকাশ কৰিছা নেকি?"

"কৰা নাই।"

আনাৰে উত্তৰ দিয়ে।

"ঠিক আছে। এইবোৰ কথা আৰু কোনো মনুহৰ আগত তুমি নকৰা। মনত ৰাখিবা। এইবোৰ কথা কাৰোবাৰ আগত কলে তুমি বিপদত পৰিবা আৰু মোৰ চিন্তা হব।"

"বাৰু ঠিক আছে। কোনো মানুহৰ আগত নকওঁ। এতিয়া কোৱাচোন, ইমানবোৰ মহামূল্যবান সোণৰ অলংকাৰ সাধাৰণ গাঁও-লীয়া মানুহৰ ঘৰত থাকিব পাৰেনে?"

"নোৱাৰে।"

"শুনিছো হীৰা, মাণিক আৰু মুক্তাদি খচিত সোণৰ অলংকাৰ নবাৰ আৰু বাদচাহ সকলৰ ঘৰতহে থাকে। কথাটো সচাঁনে?"

"সঁচা।"

"তেনেহলে সৰকাৰ কোনোবা ৰাজ্যচ্যুত বাদচাহ নে নবাব?"

"সৰকাৰ বাদচাহো নহয় আৰু নবাবো নহয়।"

"কেনেকৈ জানিলা তুমি?"

"এতিয়া নকওঁ। সকলো কথা তুমি পিচত জানিবা।"

"এতিয়াই নোকোৱা কিয়?"

"সময়ত তুমি নিজেই জানিবা।"

"কিযে পেটপচা মানুহ তুমি।"

"সেইবোৰ কথা এতিয়া এৰা। এতিয়া কোৱাচোন কাঠৰ পেৰা আৰু বাপৰ বাকচৰ চাবি সৰকাৰে ক'ত ৰখা দেখিলা তুমি।"

"পেৰা আৰু বাপৰ বাকচৰ চাবি সৰকাৰে ককালত বন্ধা জৰী ডালত ওলোমাই ৰখা দেখিছো। এতিয়া কোৱাচোন, যদি সৰকাৰ বাদচাহো নহয় আৰু নবাবো নহয়, তেনেহলে ইমানবোৰ হীৰা, মাণিক মুক্তা আৰু পান্না খচিত সোণৰ অলংকাৰ তেওঁ পালে ক'ত?"

"সকলো সময়ত জানিবা তুমি।"

"এতিয়াই কোৱাচোন।"

"আনাৰ—"

আনটো কোঠালীৰ পৰা কাজুমিয়াই মাতে।

"আহি আছোঁ, বাবাজান।"

উত্তৰ দিয়ে আনাৰে।

সৰকাৰৰ কথা কাৰো আগত নকবলৈ পুনৰ ৰহমানে আনাৰক সতৰ্ক কৰি দিয়ে। তাৰ পিচত সি আনাৰৰ সুকোমল কপালত গালত চুমা এটা খাই তাইক বিদায় দিয়ে। মিচিকিয়া হাঁহি ওঠত লৈ পুলকিত নয়নে আনাৰে কোঠালীৰ পৰা ওলাই যায়।

ৰহমানে কোঠালীৰ দুৱাৰ বন্ধ কৰি বিছনাত শুই পৰে। চাকিটো নুমাই দিয়াৰ লগে লগে তাক ঘোৰ অন্ধকাৰে আৱৰি ধৰে। বাহিৰত বৰষুণৰ তীব্ৰতা লাহে লাহে বাঢ়ি যায়। আনাৰে জনোৱা সংবাদে ৰহমানক উত্তেজিত কৰি তোলে।

বিছনাত শুই পৰাৰ লগে লগে, হবিগঞ্জৰ প্ৰখ্যাত জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰীৰ ঘৰত সংঘটিত হোৱা লোমহৰ্ষক হাকলাকৰ নৰহত্যা আৰু ডকাইতিৰ ভয়াবহ কাহিনী তাৰ মনত পৰে।

ডকাইতিৰ কথা ভাবি থাকোঁতে, পুলিচে তাৰ মাতৃক মাৰ পিত কৰি ঘৰৰ পৰা টানি চোচৰাই নিয়া সকৰুণ দৃশ্য তাৰ চকুৰ আগত ভাহি উঠে। তাৰ পিচত তাৰ পিতৃৰ দ্বিখণ্ডিত মৃত দেহৰ প্ৰতিচ্ছবি মানস পটত প্ৰতিবিম্বিত হৈ উঠে। পুলিচৰ অত্যাচাৰত কাৰাৰুদ্ধ মাতৃৰ অকাল মৃত্যুৰ সংবাদ তাৰ কৰ্ণ যুগলত প্ৰতিধ্বনিত হয়। সি অজ্ঞাতে মাজান মাজান বুলি চিঞৰি উঠে।

সি থিৰেৰে থাকিব নোৱাৰে। প্ৰতিহিংসাৰ অগনি তাৰ অন্তৰত জ্বলি উঠে। সি ওৰে নিশা বিছনাত পৰি চট্‌ ফট্‌ কৰি কটায়। নিদ্ৰাদেৱীয়ে ভয়তে তাৰ ওচৰকে নেচাপে।

পিচ দিনা ৰাতিপুৱা সি সাত বজালৈ নিদ্ৰাচ্ছন্ন হৈ বিছনাত পৰি থাকে। হাতত গাই খীৰোৱা বাল্টিটো লৈ আনাৰে আহি তাক মাতে। সি আনাৰৰ মাত শুনি চকু মুখ মোহাৰি মোহাৰি কোঠালীৰ পৰা ওলাই আহে।

"কি হৈছে তোমাৰ, আজি ইমান পৰলৈকে শুই আছা কিয় ?"

ৰহমানৰ মুখলৈ আচৰিত হৈ চাই আনাৰে প্ৰশ্ন কৰে।

"একো হোৱা নাই।"

ৰহমানে অন্যমনস্ক ভাবে উত্তৰ দিয়ে।

"তোমাৰ চকুযুৰি ৰঙা পৰিছে কিয় ?"

ৰহমানে আনাৰৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি আনাৰৰ হাতৰ পৰা বাল্টিটো লৈ গোহালিত প্ৰবেশ কৰে। গোহালি ঘৰৰ দুৱাৰ মুখত

আনাৰে গৈ থিয় হয়। দিনমণিয়ে সেই সময়ত সৰকাৰৰ চোতালত তীব্ৰ আলো বিকীৰণ কৰি আনাৰৰ ফালে চাই থাকে।

"আনাৰ! তাত থিয় হৈ কি চাই আছা। চাহ জলপান আজি নিদিয়া নেকি ?"

থকা ঘৰৰ দুৱাৰ মুখত থিয় হৈ বেগম আনোৱাৰাই আনাৰক সোধে।

"গাখীৰ নিবলৈ আহিছো মা।"

পিচ মুখ কৰি চাই আনাৰে উত্তৰ দিয়ে।

"এতিয়াও গাই খীৰোৱা হোৱা নাই নেকি আজি ?"

"হব ধৰিছে মা।"

"গাই খীৰোৱাত ৰহমানে আজি ইমান পলম কৰিছে কিয় ?"

নিৰবে থাকে আনাৰ।

"ব্যক্ যি হৈছে, হৈছে। সোনকালে গাখীৰলৈ আহা। তোমাৰ চাচাই চাহ খাবলৈ অপেক্ষা কৰি আছে।"

খন্তেক পিচতে ৰহমানে গাই খীৰাই গাখীৰৰ বাল্টিংটো আনি আনাৰৰ হাতত দিয়ে। আনাৰে গাখীৰৰ বাল্টিংটো হাতত লৈ গৈ পাকঘৰত প্ৰবেশ কৰে। ৰহমানে গোহালিৰ পৰা গৰুবোৰ উলিয়াই দি গৰুবোৰৰ পিচে পিচে পথাৰলৈ যায়।

আনাৰে সৰকাৰ আৰু বেগম আনোৱাৰাৰ কাৰণে মজিয়াত চাহ জলপান সাজি দিয়ে। তাৰ পিচত কালুমিয়া কামাল আৰু চৈয়দৰ চাহ জলপান বাৰাণ্ডাত নি দিয়ে।

সৰকাৰ আৰু বেগম আনোৱাৰাই চাহ জলপান খাবলৈ আহি মজিয়াত বহে। বেগম আনোৱাৰাই চাহৰ কাপটো হাতত লৈ সৰকাৰৰ মুখলৈ চাই কয়, "জোনাৰ! আপোনাক এটা কথা কম কম বুলি কেইদিনমানৰ পৰা ভাবি আছো! আপুনি বা শুনি কি কয়।"

"কোনটো কি কথা।"

আনোৱাৰাৰ মুখলৈ নোচোৱাকৈয়ে সৰকাৰে কয়।

"মোক যি বেমাৰে পাইছে দেখিছো সোনকালে আৰোগ্য লাভ কৰাৰ আশা নাই। আপুনি শুনিছেই নহয় মই ননবা পৰ্য্যন্ত কামালৰ পৰিবাৰে হেনো ঘৰলৈ নাহে। মই ভাবিছো, সেই বাজীজনীক আৰু ঘৰলৈ আনিব নেলাগে। কি কয় আপুনি ?"

"এৰা মইো শুনিছো।"

সৰকাৰে উত্তৰ দিয়ে।

"সেই কাৰণে, সেই ৰাজীজনীক তালাক দি কামালৰে বিয়াখন সোনকালে পাতিব লাগে।"

"কিন্তু এটা কথা নহয়, তোমাৰ এনে অৱস্থাত কামালে এই ঘৰত কোনোবাই ছোৱালী দিব জানো ?"

"কেলেই ছোৱালীৰ কথা ভাবিছে আপুনি। কামালৰ কাৰণে ছোৱালী দেখোন আমাৰ ঘৰতেই আছে।"

"ক'তা ? কোন ছোৱালী কামালৰ কাৰণে আমাৰ ঘৰত আছে ?"

"আনাৰ।"

আনাৰৰ নাম শুনি সৰকাৰে চমকি উঠে। ক্ষন্তেক নিৰৱে থাকি নিজক সংযত কৰি সৰকাৰে কয়—

"দেখা বেগম, আনাৰৰ বিয়া কামালৰ লগত পাতিলে তোমাৰ সৰ্বনাশ হব। আৰু মই মহা বিপদত পৰিম। আজি কালিৰ ডেকা ল'ৰাৰ কথা জানাই নহয়। ল'ৰাক ধুনীয়া ছোৱালী বিয়া কৰাই দিলে মা'ক বাপেকক পাহৰি যায়। সেই কথা জানি শুনিও তোমাৰ এই মহাবিপদৰ সময়ত এনে কথা ভুলতেও মুখত নানিবা।"

"কামাল আৰু আনাৰৰ ক্ষেত্ৰত সেই কথা প্ৰযোজ্য নহয়। মই বিশ্বাস নকৰোঁ। কামাল মোৰ ল'ৰা। মই তাৰ স্বভাৱ চৰিত্ৰ ভালকৈ জানোঁ। আনাৰকো মই তুলি তালি ডাঙৰ দীঘল কৰিছো। মোৰ মহা বিপদৰ সময়ত বোৱাৰীয়ে ঘৰ এৰি গ'ল। মোৰ ছোৱালী সুৰেয়াই ভয়তে মোক ফিৰিও নেচালে। কিন্তু আনাৰে মোক কোনোবা দিন অৱহেলা কৰা দেখিছে জানো আপুনি ?

আনাৰ পৰম মাতৃহাৰা সুন্দৰী যুৱতী ছোৱালী। তাইৰ কাৰণে অনবৰত গ্ৰাহক আহি আছে। যদি তাইৰ কোনো এজন ল'ৰাৰ লগত বিয়া হৈ যায়, তেতিয়াহে মোৰ সৰ্বনাশ হব। চিঞৰি চিঞৰি মৰিলেও মোক পানী এটোপা দিয়া মানুহ এজন নোলাব। সেই কাৰণেহে কৈছো কামালৰ বিয়াখন আনাৰৰ লগত সোনকালে পাতি দিব লাগে।"

"চোৱা বেগম ! তোমাক সেৱা শুশ্ৰূষা কৰাৰ কথা আৰু ঘৰখনৰ মান ইজ্জতৰ কথা চিন্তা কৰিলে, আনাৰৰ বিয়াখন মোৰ লগতহে পাতিব লাগে। কামালৰ লগত নহয়। কামালৰ কাৰণে আনাৰতকৈও বেচি ধুনীয়া ছোৱালী এজনী ইতিমধ্যে মই চাই ৰাখিছোঁ।"

"মোৰ সেৱা শুশ্ৰূষাৰ কাৰণে কত জনী গৰীব ছোৱালী আৰু

মাইকী মানুহ আপুনি আনিলে ; কিন্তু কোনো স্ত্ৰীকে এদিনত বাহিৰে দুদিন ঘৰত ৰাখিব পাৰিলে জানো ? তেনেস্থলত মোৰ এনে অৱস্থাত কামালক আপুনি বাহিৰা ছোৱালী এজনী বিয়া কৰাই দিলে তাই জানো এই ঘৰত থাকি মোক সেৱা শুশ্ৰূষা কৰিব ?”

“সেইবোৰ কথাৰ মীমাংসা নকৰাকৈ কোনো ছোৱালীৰ লগত কামালৰ বিয়া পাতি নিদিওঁ হেই নহয়।”

“কিন্তু মইযে ইতিমধ্যে আনাৱৰ বিয়া কামালৰ লগত হব বুলি কামাল, আনাৱ আৰু কালুমিয়াৰ কাণ চুৱাই ৰাখিছোঁ।”

“তুমি কাৰ আগত কি কথা কৈ ৰাখিছা, সেইবোৰ কথা মই নেজানো। মুঠৰ ওপৰত কামালৰ লগত আনাৱৰ বিয়া হব নোৱাৰে” বুলি কৈ সৰকাৰে মজিয়াৰ পৰা উঠি যায়। বেগম আনোৱাৰাই মূৰে কপালে হাত দি চিন্তা কৰে।

কামালে চাহ খাই থাকোতে সৰকাৰ আৰু বেগম আনোৱাৰাৰ মাজত হোৱা কথোপকথন শুনি ৰাগান্বিত হয়। ভাল পোৱা আৰু বিবাহ মানুহৰ ব্যক্তিগত কথা। তেনেস্থলত মই আনাৱক বিয়া কৰাবলৈ ওলোৱাত, বাধা দিয়াৰ অধিকাৰ এই চপনীয়াটোৱে ক'ত পালে ? কামালে মনতে ভাবে।

তাৰ পিচত সি আনোৱাৰাৰ ওচৰলৈ গৈ কয়, “মাজান ! আপোনালোকৰ সকলো কথা মই শুনি আছোঁ। আপোনাৰ কথামতেই মই আনাৱক বিয়া কৰাবলৈ স্থিৰ কৰিছোঁ। চাচাক কৈ দিব আপুনি। আনাৱত বাহিৰে অন্য কোনো ছোৱালীক মই বিয়া নকৰাও” বুলি কৈ কামাল ওলাই যায়।

“শুনাচোন শুনা বোপা কামাল” বুলি কৈ আনোৱাৰাই কামালৰ ফালে চাই থাকে।

ইতিমধ্যে ৰহমানে গৰুবোৰ পথাৰত এৰাল দি ঘূৰি আহি হাত মুখ ধুই বাৰাণ্ডাত বহে। আনাৱে তাক চাহ জলপান আনি দিয়ে। হাস্য বদনা ৰহমানৰ মুখত হাঁহি মাত নেদেখি, আনাৱে ৰহমানৰ মুখলৈ চাই সোধে—“ৰহমান তোমাৰ আজি কি হৈছে ? ৰাতি পুৱাৰ পৰাই মুখখন ওকোন্দাই আছা দেখোন ?”

“মনটো সমূলি ভাল লগা নাই।”

চাহৰ কাপটো হাতত লৈ ৰহমানে উত্তৰ দিয়ে।

“তোমাক কোনোবাই কিবা কৈছে নেকি ?”

"কোনেনো কি কব।"

"তোমাৰ অসুখ কৰিছে নেকি ?"

"কৰা নাই।

"তেনেহলে মনটো বেয়া লাগি আছে কিয় ?"

"আনাৰ ! ৰহমানৰ কি হৈছে ?"

ঘৰৰ ভিতৰৰ পৰা আনাৰক, বেগম আনোৱাৰাই সোধে।

"নেজানো মাজান। ই দেখোন ৰাতিপুৱাৰ পৰাই মুখখন ওফোন্দাই আছে। সুধিলে একোকে নকয়।"

আনাৰে উত্তৰ দিয়ে।

"ৰহমান, তোমাৰ আজি গা অসুখ কৰিছে নেকি ?"

ঘৰৰ ভিতৰৰ পৰা ওলাই আহি ৰহমানৰ মুখলৈ চাই বেগম আনোৱাৰাই সোধে।

"একো অসুখ হোৱা নাই মা।"

ৰহমানে উত্তৰ দিয়ে।

"ইকি ! তোমাৰ চকুযুৰি দেখোন ৰঙা পৰিছে।

চকুত কিবা পৰিছে নেকি ?"

"একো পৰা নাই।"

"তেনেহলে—"

"কি হৈছে নেজানো মা।"

"বাৰু চাহ জলপান খাই উঠি তুমি কি কাম কৰিম বুলি ভাবিছা ?"

"বিললৈ যাম বুলি ভাবিছো।"

"কিয় ?"

"জাল পাতিবলৈ।"

"বাৰু ঠিক আছে। ঘৰত আজি কোনো তৰি তৰকাৰী নাই। বিললৈ যোৱাৰ আগতে, চালৰ পৰা কোমোৰা এটা পাৰি দি যাবা" বুলি কৈ আনোৱাৰাই ঘৰত প্ৰৱেশ কৰে।

সৰকাৰে সেই সময়ত পেৰাৰ ওপৰত শুই আছিল। এনেতে বেগম আনোৱাৰাই সৰকাৰৰ শয়ন কক্ষত প্ৰবেশ কৰি সৰকাৰৰ ফালে চাই সোধে, "জোনাব ! আপোনাৰ টোপনি আহিছে নেকি ?"

"টোপনি অহা নাই।"

সৰকাৰে উত্তৰ দিয়ে।

"এতিয়া কামালৰ কথা শুনিছে নহয় ?"

"শুনিছো ।"

"সি হেনো আনাৰত বাহিৰে অন্য কোনো ছোৱালীক বিয়া নকৰায়। এতিয়া আপুনি কি কৰিম বুলি ভাবিছে ?"

"মইনো আৰু কি ভাবিম। তোমাৰ মঙ্গলৰ কাৰণে আৰু ঘৰ খনৰ মান ইজ্জতৰ কথা চিন্তা কৰিহে, আনাৰৰ বিয়া কামালৰ লগত হব নোৱাৰে বুলি কৈছিলোঁ, মোৰ নিজ স্বাৰ্থৰ কাৰণে নহয়। দেখিছাই নহয়, মানুহৰ উপকাৰৰ অৰ্থে আৰু সমাজৰ হিতাৰ্থে মই কিমান কাম কৰোঁ।"

"কামাল যিহে অকথালৰা, সি জানো মানিব ?"

"নেমানিলে হবনে ? তুমি কথাটো তাক বুজাই কৰাচোঁন।'

"এইবোৰ কথা হলে মই তাক বুজাব নোৱাৰো। যি কৰে আপুনিয়েই কৰিব" বুলি কৈ সৰকাৰৰ শয়ন কক্ষৰ পৰা আনোৱাৰাই ওলাই আহে।

সেইদিনা গধূলিৰ পৰাই সুনীল আকাশ মেঘাচ্ছন্ন। তৰাৰ ফুলনি আকাশত প্ৰস্ফুতিত নহল। ঘোৰ অন্ধকাৰত নিমাজ্জত ধৰণী।

সন্ধিয়া ভাত খাই থকোঁতে চৈয়দৰ মুখলৈ চাই সৰকাৰে কয়, "বুজিছা চৈয়দ! আজি দেখিছো বতৰ বৰ বেয়া। আজি ধাননি পথাৰত সোনকালে গাহৰি ওলাব যেন লাগিছে। ভাত খাই উঠি আৰু পলম নকৰিবা। তোমালোকে গৰালাৰ কৰি পথাৰলৈ যোৱা।"

"বাৰু হব।"

চৈয়দে সন্মতি জনায়।

সৰকাৰে ভাত খাই উঠাৰ আধা ঘন্টামান পিচত চৈয়দে হাতত লাঠি এডাল আৰু টৰ্চ লাইট এটা লৈ আহি সৰকাৰক কয়— "আনাৰ কামালে হেনো মোৰ লগত আজি ধান ৰখিবলৈ নেযায়।"

"কিয় ?"

প্ৰশ্ন কৰে সৰকাৰে।

"নেজানো। সোধাত সি নেযাওঁ বুলি কলে।"

"তাৰ কিবা অসুখ হৈছে নেকি ?"

"মই দেখাত তাৰ কোনো অসুখ হোৱা নাই।"

"হুঁ, বুজিছোঁ। বাৰু তুমি অকলে যাব নোৱাৰিবা জানো ?"

"পাৰিম।"

"এনো নোৱাৰিবা কিয় ? উভয় ওপৰত নো কিহৰ ভয় আছে। গাহৰি আহি ধাননিত সোমোৱা শব্দ পালে বটীটানি চং চং শব্দ কৰি টিনবোৰ বজাই দিব নোৱাৰিবা জানো ?"

"পাৰিম।"

"পিচে দেখা। ধাননি পথাৰত ধান বখিবলৈ গৈ উভয় ওপৰত আৰু শুই নেথাকিবা। গাহৰিয়ে ধান খাই খান্তাং কৰিব।"

"বাৰু" বুলি উত্তৰ দি চৈয়দে আঁতৰি যায়।

॥ ছায়া মূৰ্তিৰ আবিৰ্ভাব। ॥

সৰকাৰে হাতত বন্দুকটো আৰু টৰ্চ লাইট এটা লৈ ঘৰৰ পৰা বাৰাণ্ডালৈ ওলাই যায়। বেগম আনোৱাৰাই ঘৰ দুৱাৰ বন্ধ কৰি বিছনাত শুই পৰে। সৰকাৰে বাৰাণ্ডাত থকা টিনৰ চকি খনত বহি চকিখনৰ পিচফালে বেৰত বন্দুকটো থিয় কৰি ৰাখে। তাৰ পিচত তেওঁ টৰ্চ লাইটো চকিখনৰ ওচৰতে মাটিত ৰাখি বিড়ি এটা জ্বলায়। সৰকাৰে বিড়িটো হুপি হুপি ধোঁৱাবোৰ নাকে মুখে উলিয়াই দি ধূম-পানৰ আমেজ গ্ৰহণ কৰে।

সেই সময়ত চোতালত, ঝৰ্ ঝৰ্ শব্দ কৰি ৰবৰ্ষুণ পৰে। দূৰ-ণিৰ পৰা হুগুৰী পহুৰ মাত বতাহত উটি আহে। হুগুৰী পহুৰ মাত ভেকুলীৰ টোৰ টোৰণি, ঝিঁঝিৰ ঝি ঝি আৰু বৰষুণৰ ঝৰ ঝৰ শব্দ একত্ৰিত হৈ প্ৰতিধ্বনিত হয় সৰকাৰৰ কাণত। সুমধুৰ প্ৰাকৃতিক ঐক্যতান।

বতাহ বৰষুণৰ প্ৰভাৱত গ্ৰীষ্ম কালৰ নিশাত শীতল প্ৰবাহ প্ৰৱাহিত হয়। সেই শীতল প্ৰবাহৰ সুযোগ লৈ নিদ্ৰাদেৱীয়ে পহৰাৰত সৰকাৰৰ চকুত সম্মোহনৰ মায়া জালৰ সৃষ্টি কৰে। এনে পৰিৱেশত সৰকাৰৰ সৰশৰীৰ লাহে লাহে অৱশ হৈ পৰে। হালি জালি টোপনিয়াই টোপনিয়াই সৰকাৰে বহি থাকে। সৰকাৰৰ প্ৰভু ভক্ত চালচিগা লেহেলা কুকুৰটোৱেও নেজ কোচাই মূৰটো ঠেঙৰ মাজত সুমাই লৈ বাৰাণ্ডাৰ চুকত শুই থাকে।

নিশা লাহে লাহে গভীৰ হৈ আহে। মাজে সময়ত দূৰণিত প্ৰশ্ন বোধক সুৰত শিয়ালৰ মাত 'কিয়া কিয়া হুৱা কিয়া কিয়া' প্ৰতিধ্বনিত হয়। সৰকাৰৰ প্ৰভুভক্ত কুকুৰে নিৰবে শুই থাকে। নিৰৱ নিস্তব্ধ ৰজনী।

নিশা আৰ ৰজাত, হঠাতে নিশাৰ নিস্তব্ধতা ভঙ্গ কৰি বাৰাণ্ডাৰ চুকত শুই থকা কুকুৰটোৱে ভেউ ভেউ শব্দ কৰি চিঞৰি উঠিল। কুকুৰৰ ভুক ভুকনি শুনি সৰকাৰৰ নিদ্ৰাভঙ্গ হ'ল। তেওঁৰ তন্দ্ৰাচ্ছন্ন চকুত দহ-গজ মান আঁতৰত কলা কাপোৰ এখনেৰে আবৃত ছায়া মূৰ্তি এটা প্ৰতিবিম্বিত হ'ল। ছায়া মূৰ্তিটো দেখি সৰকাৰে চমকি উঠিল।

"কোন তুমি ?"

খপ জপ কৈ বন্দুকটো হাতত লৈ কম্পিত কণ্ঠে তেওঁ চিঞৰি উঠিল। নিমিষতে অদৃশ্য হৈ গ'ল ছায়ামূৰ্ত্তি। লগে লগে কুকুৰৰ ভুক ভুকনিও বন্ধ হ'ল। সৰকাৰে মাটিৰ পৰা টৰ্চ লাইটটো তুলি লৈ চতু-দিকে আলো নিক্ষেপ কৰিলে। কাকো কতো দেখা নেপাই আচৰিত হল সৰকাৰ।

মানুহনে ভুত ?

প্ৰশ্ন কৰে নিজৰ মনক।

যদিও কোনোবা মানুহ আছিল, তেনেহলে নিমিষতে অন্তৰ্দ্ধান হল কেনেকৈ।

মই জানো সপোন দেখিছিলোঁ ?

যদি সেয়ে হয়, তেনেহলে কুকুৰটোৱে ভুকিছিল কিয় ?

মই সপোনত দেখা ছায়া মূৰ্তিটো কুকুৰটোৱে দেখিব পাৰে জানো ?

নোৱাৰে।

অসম্ভৱ।

তেনেহলে ইকি ভুতৰ খেলা ?

সৰকাৰৰ ভীতিগ্ৰস্ত মনত নানান প্ৰশ্নৰ অৱতাৰণা হয়।

নিজৰ চকুক অবিশ্বাস কৰিব নোৱাৰি সৰকাৰে হাতত বন্দুক আৰু টৰ্চ লাইট লৈ চৌহদৰ ভিতৰটো ঘূৰি পকি চালে। কাকো কতো দেখা নেপালে।

মনৰ সন্দেহ দূৰ কৰিব নোৱাৰি অৱশেষত তেওঁ বেগম আনো-ৱাৰাক মাতিলে। সৰকাৰৰ মাত শুনি "কি হল" বুলি প্ৰশ্ন কৰি লেম্প এটা হাতত লৈ বেগম আনোৱাৰাই ঘৰৰ পৰা ওলাই আহে।

সৰকাৰে ইফালে সিফালে চাই নিম্ন স্বৰে বেগমৰ আগত ছায়া-মূৰ্তিৰ কাহিনী ব্যক্ত কৰে। ছাঁয়ামুৰ্ত্তিৰ আৱিৰ্ভাৱৰ কাহিনী শুনি বেগম আনোৱাৰা ভীতি বিহ্বলা হয়।

"ভুত আছিল নেকি ?"

বেগম আনোৱাৰাই ভীতি বিহ্বল ভাবে ইফালে সিফালে চাই সৰকাৰক প্ৰশ্ন কৰে।

"ভূতে জানো এই অন্ধকাৰ নিশা এনেকুৱা ৰৰমুখৰ ৰতৰত ক'লা পোচাক পিন্ধি ওলায় ?"

সৰকাৰে প্ৰশ্ন কৰে ?

"এনেকুৱা বেয়া ৰতৰতেই ভূত ওলায়।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

"মোৰা চৌদ্ধ পোন্ধৰ বছৰ কাল এই ঠাইতে ৰহি ঘৰ পহৰা দিলো, কোনোদিনে ভূত দেখা নেপালোঁ। আজিনো ক'ৰ পৰা ভূতটো ওলালহি।"

"মই দেখোন মাজে সময়ে আপোনাক কৈয়েই আছোঁ, বলো জোনাব! আমাৰ ঘৰত ভূতে লম্ভিছে। অলপ টোপনি আহিলেই কেতিয়াবা কেতিয়াবা কলা মানুহ এজন ঘৰৰ ভিতৰত ঘূৰি ফুৰা দেখোঁ। কেতিয়াবা কেতিয়াবা ভিভিটো পুৰি গল, বুকুখন জ্বলি গল, বুলি মজিয়াত চিঞৰা শুনোঁ। আপুনিহে সেইবোৰ মনত ভৰা কথা সপোনত দেখা বুলি কয়। পিচে এতিয়া আপোনাৰ সন্মুখতে ভূত দেখোন ওলাল।"

"মাজান! ঘৰটো ইমান ঘোপমৰা অন্ধকাৰ মোৰ বৰ ভয় লাগিছে।"

ভূতৰ কথা কোৱা মেলা কৰা শুনি, ঘৰৰ ভিতৰৰ পৰা ভয়াৰ্ত কণ্ঠে চিঞৰি কয় বেগম সুবেয়াই।

"ঘৰৰ ভিতৰতনো কিহৰ ভয়। ভয় লাগিছে যদি ইয়ালৈ ওলাই আহা।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

ক্ষন্তেক পিচতে সুবেয়াই কঁপি জপি ঘৰৰ পৰা ওলাই আহে। তাৰ পিচত ভীতি বিহ্বল চিত্তে, ইফালে সিফালে চাই তাই, "ক'ত ভূত ওলাইছিল মাজান" বুলি আনোৱাৰাৰ মুখলৈ চাই সোধে।

"ভূত ক'ত ওলাইছিল, মই দেখা নাই মা। জোনাবেহে দেখিছে।" উত্তৰ দিয়ে আনোৱাৰাই।

সৰকাৰে ভূতৰ অস্তিত্বক বিশ্বাস নকৰে। ক্ষন্তেক নিৰৱে থাকি তেওঁ কালুমিয়াক মাতি আনে। কালুমিয়াই সৰকাৰৰ মুখত আচৰিত ঘটনাৰ কথা শুনি কামাল আৰু ৰহমানকো মাতি আনে। তাৰ পিচত তিনিও জনে হাতত দা আৰু টৰ্চ লাইট লৈ চৌহদৰ ভিতৰত

ঘূৰি পকি তন্ন তন্ন কৰি চায়। কাকো কতো দেখা নেপায়।

"কাকনো ক'ত দেখিব। মানুহ হোৱা হলেহে দেখিব। ভূতক জানো কোনো মানুহে বিচাৰি পায়?"

মন্তব্য কৰে বেগম আনোৱাৰাই।

"এৰা? ভূতেই আছিল হবলা। ভূত নহলেনো এনে এটা সুৰক্ষিত চৌহদত কোনো মানুহে প্ৰবেশ কৰিব পাৰে জানো?"

বেগম আনোৱাৰাক সমৰ্থন কৰি কালুমিয়াই কয়।

ইতিমধ্যে নিশাদেৱীয়ে এন্ধাৰবোৰ সাৱটি লৈ ধৰণীৰ পৰা লাহে লাহে বিদায় গ্ৰহণ কৰে। দিনমণিৰ আগমনত, হেঙুলীয়া আভা অৰুণাচলত পৰিলক্ষিত হয়। চৰাইবোৰে কুৰুলিয়াই কুৰুলিয়াই দিনমণিক স্বাগত জনায়। চিন্তান্বিত সৰকাৰে হাতত বন্দুকটো লৈ ঘৰত প্ৰবেশ কৰে।

এই ঘটনাৰ কেইদিনমান পিচত ৰহমানে জ্বৰত শয্যাশায়ী হয়। কঁপি কঁপি জ্বৰ উঠে। আনাৰে তাৰ সৰ্বশৰীৰ কাপোৰেৰে ঢাকি দিয়ে। শৰীৰৰ পৰা ঘাম ওলালে জ্বৰৰ উত্তাপ হ্ৰাস পায়। মেলেৰীয়া জ্বৰ। কালুমিয়াই হোজাই ডাক্তৰ খানাৰ পৰা ৰহমানৰ কাৰণে ঔষধ আনেগৈ। ৰহমানক ঔষধ খুওৱা আৰু সেৱা শুশ্ৰূষা কৰাৰ দায়িত্ব ভাৰ আনাৰে লয়।

দিনৰ বেলা ৰহমানক চোৱা চিতা কৰে বেগম আনোৱাৰাই। সৰকাৰে মাজে সময়ে খবৰ লয়। কেতিয়াবা কেতিয়াবা কামালেও আহি ৰহমানৰ ওচৰত বহি থাকে। পুৱা গধুলি চৈয়দে ৰহমানৰ খবৰ লয়। ৰহমানৰ ওচৰত কোনো মানুহ নেথাকিলে বেগম সুৰেয়াইও ৰহমানক ভুমুকি মাৰি চাই যায়।

নিশা মাজে সময়ে ৰহমানে জ্বৰৰ উত্তাপত "পানী, পানী, পানী দিয়া মাজান, মৰিলো ঐ" বুলি চিঞৰি উঠে। সেই অৱস্থাত আনাৰ আৰু কালুমিয়াই আহি মূৰত পানী ঢালি বিচনিৰে বিচি বিচি, ওৰে নিশা ৰহমানৰ কাষত বহি বহি কটায়।

ৰহমান জ্বৰত পৰি থকা সময় হোৱাত গৰু অনা, গাই খীৰোৱা গৰু বন্ধা, গোবৰ পেলোৱা আৰু মাহ ধৰা আদি কাম কালুমিয়াই কৰে। তদুপৰি তেওঁ চৈয়দৰ লগত গৈ পথাৰত মৰাপাট কাটে। কামালে খুচি হলে মৰাপাট কাটিবলৈ যায়। খুচি নহলে নাযায়। ঘৰত শুই থাকে। সৰকাৰে তাক কোনো কথা নকয়।

যিদিনা নিশা পৰিশ্ৰান্ত কালুমিয়াই টোপনিত লাল কাল দি শুই থাকে, সেই দিনা নিশা আনাৰে অকলে ৰহমানক সেৱা শুশ্ৰূষা কৰি ৰহমানৰ কাষত বহি থাকে। মাজে সময়ে আনাৰে ৰোগাক্ৰান্ত ৰহমানৰ মুৰটো কোলাত তুলি লৈ মুৰটো মোহাৰি দিয়ে। ৰহমানে জ্বৰৰ প্ৰকোপত চট্‌ ফট্‌ কৰি থাকে। ৰহমানৰ অৱস্থা দেখি আনাৰে চকুলো টোকে। ৰহমানে জ্বৰৰ প্ৰকোপত কেতিয়াবা কেতিয়াবা অজ্ঞান হৈ ভুল বকে। আনাৰে নত জানুহৈ কৰযোৰে ওপৰলৈ চাই সানুনয়ে কয়, "মেহেৰবান খোদা! পিতৃ-মাতৃ হাৰা ৰহমানৰ জীৱন ভিক্ষা দিয়া।"

আনাৰৰ সকৰুণ প্ৰাৰ্থনাত মেহেৰবান খোদা সন্তুষ্ট হয়। ৰহমানে লাহে লাহে আৰোগ্যৰ পথত উপনীত হয়। ৰহমানৰ স্বাস্থ্যৰ উন্নতি ঘটা দেখি আনাৰৰ মনত আনন্দে নধৰা হয়। তাই মেহেৰবান খোদাক নতজানুহৈ ধন্যবাদ্‌ জনায়। কালুমিয়াই ৰহমানৰ স্বাস্থ্যৰ উন্নতি দেখি স্বস্তিৰ নিশ্বাস পেলায়। ৰহমানৰ প্ৰেমাকাংক্ষী বেগম সুৰেয়াৰ মুখত আনন্দৰ হাঁহি বিৰিঙি উঠে।

এদিনাখন আবেলি সৰকাৰে পথাৰত খেতি চাবলৈ গৈছিল। পথাৰত গৈ ধাননিৰ মাজত সোমাই, ধান ভৰা গাহৰিয়ে খাই গছকি নষ্ট কৰা দেখি চৈয়দৰ ওপৰত তেওঁৰ খং উঠে। সেই অপৰাধৰ বাবে তেওঁ ঘৰলৈ ঘূৰি আহি "দায়িত্বহীন, ফাঁকিদাৰ" বুলি চৈয়দক তিৰস্কাৰ কৰে। চৈয়দে সৰকাৰৰ কথাৰ মুখে মুখে উত্তৰ দিয়াত, সৰকাৰ ৰাগন্বিত হৈ চৈয়দৰ মুখলৈ চাই কয়, "নিমখ হাৰাম, তই মোক চিনি পোৱা নাই।"

"ময়ো হৰি গঞ্জৰ মানুহ জোনাব। মই আপোনাক চিনি নেপালে কোনে আপোনাক চিনিব।"

ব্যঙ্গস্বৰে উত্তৰ দিয়ে চৈয়দে।

চৈয়দৰ উত্তৰ শুনি স্বনাম ধন্য জয়নাল আবেদিন সৰকাৰ চমকি উঠিল। তেওঁ ইফালে সিফালে চাই চৈয়দৰ উত্তৰ নুশুনাৰ ভাও ধৰি চোতালৰ পৰা আঁতৰি যায়। সেই সময়ত ৰহমানে তাৰ কোঠালীৰ সন্মুখত চোতালত বহি আছিল। সৰকাৰৰ মুখাকৃতি দেখি ৰহমান আতঙ্কিত হয়। ভুল কৰিলা চৈয়দ! তুমি, সঁচাকৈয়ে প্ৰকৃত সৰকাৰক চিনি পোৱা নাই। ৰহমানে মনতে এইদৰে ভাবে।

সেইদিনাৰ পৰা সৰকাৰক চিন্তান্বিত পৰিলক্ষিত হয়। চৈয়দৰ লগত তেওঁ কোনো কথা বতৰা নাপাতে। চৈয়দে আপোন মনে নিশা

ধাননিত পহৰা দিয়ে আৰু ওৰে দিনটো পানীত নামি মৰাপাট কাটে; কাৰো আদেশ বা উপদেশৰ প্ৰতি অপেক্ষা নকৰে।

এদিনাখন ৰাতিপুৱা চৈয়দে ধাননি পথাৰৰ পৰা ঘূৰি আহি সৰকাৰক কয়, "জোনাব। ধানবোৰ পকিবলৈ ধৰিছে। জাকে জাকে গাহৰি আহি ধানৰ মাজত সোমায়। গাহৰিবোৰ বৰ ধূৰ্ত হ'ল। আজি কালি টিন বজাই থাকিলেও সিহঁতে ভয় নকৰে আৰু ধানৰ মাজৰ পৰা ওলাই নেযায়। মোৰ পক্ষে এইদৰে টিন বজাই বজাই গাহৰি খেদি ধান ৰক্ষা কৰা সম্ভৱ নহয়।"

"এৰা নুমলীয়া আহখেতি গাহৰিৰ পৰা ৰক্ষা কৰা বৰ টান। গাহৰিবোৰে টিনৰ শব্দ শুনি শুনি পিচত সিহঁতে ভয় নকৰা হৈছে। টিন বজাই থাকিলেও সিহঁতে ধান খায়ে থাকে।'

চৈয়দৰ কথা শুনি সৰকাৰে নিৰৱে থকা দেখি, তেওঁৰ ওচৰতে বহি থকা কালুমিয়াই চৈয়দক সমৰ্থন কৰি কয়।

"চৈয়দ তুমি আৰু আজিৰ পৰা গাহৰি খেদাৰ চিন্তা কৰিব নেলাগে। মই আজি গধূলি তোমাৰ লগতে ধাননি পথাৰলৈ বন্দুক লৈ যাম। চাই লম গাহৰিয়ে কেনেকৈ ধান খায় আহি।"

ক্ষন্তেকৰ নিস্তব্ধতা ভঙ্গ কৰি সৰকাৰে গহীনাই কয়।

"ঠিকেই ভাবিছে আপুনি। কিমান দিন আৰু বেচেৰা চৈয়দে অকলে টিন বজাই বজাই গাহৰি খেদিব। আপুনি বন্দুক লৈ গৈ দুই চাৰিটা গাহৰি গুলীয়াই মাৰি পেলাওঁক দেখিব বাকীবোৰে পলাই পত্ৰং দিব।" সৰকাৰৰ মতলব নুবুজাকৈয়ে কালুমিয়াই কয়। নিৰৱে থাকে সৰকাৰ।

সেইদিনা গধূলি সৰকাৰে হাতত বন্দুক আৰু টৰ্চ লাইট এটা লৈ চৈয়দৰ লগত ধাননি পথাৰলৈ গ'ল। সৰকাৰে হাতত বন্দুক লৈ চৈয়দৰ লগত ওলাই যোৱা দেখি ৰহমানৰ মুখলৈ চাই কালুমিয়াই কয় "ৰহমান। আজি যদি সৰকাৰে গুলীয়াই দুই চাৰিটা গাহৰি মাৰিব পাৰে, তেনেহলে কেইদিন মানৰ কাৰণে ওৰে নিশা উজাগৰে বহি থাকি গাহৰি খেদাৰ পৰা চৈয়দে ৰক্ষা পাব। কি কোৱা তুমি।"

"খোদাইহে জানে। সৰকাৰে আজি গাহৰি মাৰে নে, কি মাৰে।" ৰহমানে উত্তৰ দিয়ে।

"কেলেই, সৰকাৰে বন্দুকেৰে ধান খোৱা গাহৰিবোৰ গুলীয়াই মাৰিব নোৱাৰিব নেকি?"

ৰহমানৰ কথাৰ অৰ্থ বুজিব নোৱাৰি কালুমিয়াৰ কাষতে থিয় হৈ থকা আনাৰে ৰহমানৰ ফালে চাই প্ৰশ্ন কৰে।

হঠাতে চৈয়দে সৰকাৰক কোৱা কথা 'জোনাব মেয়ো হবিগঞ্জৰ মানুহ। মই আপোনাক নিচিনি চিনিব কোনে' ৰহমানৰ মনত পৰে। মূৰ্খ চৈয়দ। দুৰ্দ্দান্ত সৰকাৰক সচাঁকৈয়ে চিনি পোৱা নাই তুমি। ৰহমানে মনতে ভাবে।

"উত্তৰ নিদি মনে মনে থাকিলা যে?"

ৰহমানৰ মুখলৈ চাই আনাৰে পুনৰ প্ৰশ্ন কৰে।

"মইনো কেনেকৈ কম। সৰকাৰে গাহৰি মাৰিব পাৰেনে নোৱাৰে।"

ৰহমানে উত্তৰ দিয়ে।

"কেনেই আজি নিশা গাহৰিবোৰে ধান খাবলৈ নাহিব নেকি?"

"গাহৰিবোৰেহে জানে।"

"কিয়ে কয় এইটোৰে। মেলেৰীয়া জ্বৰত পৰি এইটোৰ দেখিছো মূৰৰ বিকৃতি ঘটিল বাবাজান।"

"প্ৰত্যেক দিনে নিশা গাহৰিয়ে ধান খাবলৈ আহে মা। ৰহমানেনো কেনেকৈ জানিব। সি জানো ধান ৰখিবলৈ যায়?"

কালুমিয়াই কয়।

"তেনেহলে আজি নিশাও গাহৰিবোৰে ধান খাবলৈ নাহিব জানো বাবাজান?"

"সদাই আহে। আজিও আহিব মা।"

"সৰকাৰে গাহৰিক গুলীয়ালে বন্দুকৰ শব্দ নহব জানো বাবাজান?"

"নিশ্চয় হব মা।"

"বাক ঠিক আছে। গুলীমৰা শব্দ শুনিলেই বুজিব পাৰিম সৰকাৰৰ কাৰ্য্য দক্ষতা।"

"আনাৰ! তাত থিয় হৈ কি কথা পাতি আছা। ইফালে আহাচোঁন।" এনেতে ঘৰৰ ভিতৰৰ পৰা আনাৰক বেগম আনোৱাৰাই মাতে।

"কি লাগে মাজান" বুলি উত্তৰ দি আনাৰে গৈ ঘৰত প্ৰৱেশ কৰে।

"আজি ৰন্ধা বঢ়া নকৰা জানো তুমি?"

আনাৰৰ মুখলৈ চাই বেগম আনোৱাৰাই সোধে।

"ভাত আৰু ডালি ইতিমধ্যে পাক কৰি ৰাখিছো মা। কেৱল মাছৰ তৰকাৰীখনহে বনাবলৈ বাকী আছে।"

আনাৰে উত্তৰ দিয়ে।

"ৰাক যোৱা। কি কৰা সোনকালে কৰা গৈ। বহি বহি মোৰ আমনি লাগিছে।"

"ঠিক আছে মা। মই এতিয়াই মাছৰ জোলখন বনাওঁ গৈ" বুলি কৈ আনাৰে পাক ঘৰৰ ফালে আগবাঢ়ে।

"শুনাচোন আনাৰ আৰু এটা কথা।"

আনাৰৰ ফালে চাই বেগম আনোৱাৰাই কয়।

"কি কথা মাজান" বুলি প্ৰশ্ন কৰি আনাৰে আনোৱাৰৰ ফালে ঘূৰি চায়।

"ৰহমানৰ দেখিছো যোৱা কালি আৰু আজি জ্বৰ উঠা নাই। আজি দুপৰীয়া তাক অলপ ভাত দিছিলা নহয়?"

"দিছিলো মা।"

"এতিয়ালৈ দেখিছো তাৰ জ্বৰ উঠা নাই।"

"উঠা নাই।"

"তেনেহলে ভাত তৰকাৰী হলে, তাক অলপ গৰম ভাত আৰু মাছৰ জোল দিয়া ভাল হব নেকি?"

"মইনো কম কি মা। বাবাজানে কৈছে, কেইদিনমান নিশা ৰহমানক ভাত দিব নেলাগে বুলি। সিদিনাখন দেখিছেই নহয়। দুই দিন তাৰ জ্বৰ উঠা নেদেখি, মই নিশা অলপ ভাত তৰকাৰী তাক খাবলৈ দিছিলো। ভাত খাই উঠাৰ কন্তেক পিচতে তাৰ ভীষণ জ্বৰ উঠে। তাৰ পিচত সি হক্ হক্ কৈ বমি কৰি, পেটৰ পৰা খোৱা বস্তুখিনি উলিয়াই দিছিল। আজি নিশা আৰু তাক ভাত দিলে, তাৰ বাকি হয়।"

"তেনেহলে আজি নিশাও তাক ভাত নিদিয়াই ভাল হব। ভাতৰ পৰিবৰ্তে গাখীৰ এগিলাচ আৰু ৰুটি কেইডোখৰ মানকে তাক দিবাচোঁন।"

"সেয়ে হব মাজান" বুলি কৈ আনাৰে গৈ পাক ঘৰত প্ৰৱেশ কৰে।

আনাৰে কাৱৈ মাছ কেইটিমান কাটি উঠি আনোৱাৰাক সোধে, "মাজান কাৱৈ মাছৰ লগত ভোলৰ তৰকাৰী বনাম নে জিকাৰ তৰকাৰী বনাম?"

"ৰাতি ভোলৰ তৰকাৰী খায় জানোঁ? ৰাতি ভোলৰ তৰকাৰী খালে পানী লাগে। কাৱৈ মাছৰ লগত জিকাৰ তৰকাৰীকে বনোৱা।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

আনাৰে মাছৰ তৰকাৰীখন বানই চোতাললৈ ওলাই আহে।

সেই সময়ত কামাল, কালুমিয়া, বেগম আনোৱাৰা আৰু বেগম সুৰেয়াই চোতালত চাৰি পাৰি বহি থাকে। হঠাতে গুৰুম্ গুৰুম্ শব্দ দুটা পথাৰত প্ৰতিধ্বনিত হয়। আনাৰে কামালৰ মুখলৈ চায় কয় "ককাই-দেউ আজিৰ পৰা আপোনালোকে নিশা ধান ৰখিবলৈ আৰু যাব নলগা হ'ল।"

"কিয় ?"

প্ৰশ্ন কৰে কামালে।

"শুনা নাই জানোঁ চাচাই গুলীমৰা শব্দ ?"

"শুনিছোঁ।"

"তেনেহলে চাচাই আজি ধান খোৱা গাহৰি মৰা নাই নেকি ?"

"এটা গাহৰি মাৰিলে হব কি ? হাবিত আৰু কত গাহৰি আছে। সিহঁতে ধান খাবলৈ নাহিব নেকি ?"

"কেলেই এটা গাহৰি ধান খাওঁতে মৰা দেখি বাকীবোৰ গাহৰিয়ে ভয়তে পলাই নেযাব জানো ?"

"পলাই যাব কলৈ ? পলাই হাবিতহে সোমাব গৈ। আকৌ ওলাই আহিব।"

"বাৰু এইবোৰ কথা এৰা এতিয়া। ভাত তৰকাৰী হলনে নাই ?"

আনাৰক লক্ষ কৰি সোধে বেগম আনোৱাৰাই।

"হৈছে মাজান।"

উত্তৰ দিয়ে আনাৰে।

"যদি হৈছে, তেনেহলে ভাত তৰকাৰী সোনকালে সাজাগৈ। এতিয়া জোনাবে আহি পাব। সুৰেয়া তুমিও যোৱা। কাহি বাতিবোৰ ধুই পখালি আনাৰক দিয়াগৈ।"

"মা আপোনাৰ কাৰণেও ভাত সাজিম নেকি ?"

আনোৱাৰাৰ ফালে চাই সোধে আনাৰে।

"নেলাগে। মই তোমাৰ লগত পিচত খাম। বাকীবোৰ মানুহৰ কাৰণে ভাত সাজাগৈ।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

আনাৰে ভাত সাজিবলৈ যায়। তাইৰ পিছে পিছে উঠি যায় বেগম সুৰেয়া। ক্ষন্তেক পিচতে হিৰ্ হিৰ্ গিৰ্ গিৰ্ শব্দ কৰি চোতালত ৰৰষুণ পৰে। কামাল, কালুমিয়া আৰু বেগম আনোৱাৰাই চাৰি পাতি তুলি লৈ ঘৰত প্ৰৱেশ কৰে। আনাৰে ভাত সাজি আনি মজিয়াত

থাকেহি। কামাল, কালুমিয়া আৰু বেগম সুৰেয়াই ভাত খাবলৈ বহে। বেগম আনোৱাৰাই পীৰা এখন পাৰি ভুহালৰ কাষত বহে।

বাহিৰত বৰষুণৰ প্ৰকোপ লাহে লাহে বাঢ়ি যায়। সৰকাৰে ধাননি পথাৰৰ পৰা ঘূৰি নহা দেখি বেগম আনোৱাৰা চিন্তান্বিত হয়। বহি বহি তেওঁৰ আমনি লাগে। কামাল, কালুমিয়া আৰু সুৰেয়াই ভাত খাই উঠে।

"জোনাব! বন্দুকৰ গুলীমৰা শব্দ শুনা প্ৰায় এঘণ্টা মানেই হ'ল। এতিয়াও সৰকাৰ আৰু চৈয়দ পথাৰৰ পৰা ঘূৰি আহি নোপোৱাৰ কাৰণ কি?"

কালুমিয়াৰ মুখলৈ চাই আনোৱাৰাই প্ৰশ্ন কৰে।

"সৰকাৰে গাহৰি মাৰিব পৰা নাই নেকি?"

বিড়ি এটা হুপি হুপি কালুমিয়াই উত্তৰ দিয়ে।

"সৰকাৰে দেখোন ইমান নিশালৈ কোনো দিনে কোনো ঠাইতে থকা মই দেখা নাই। আজিনো তেওঁ গাহৰি মৰাৰ কাৰণে ইমান নিশালৈ ধাননি পথাৰত বহি থাকিবনে?"

"কথাটো হওঁতে হয়। পিচে সৰকাৰে হয় গাহৰি মাৰিব পৰা নাই, নহয় বৰষুণৰ কাৰণে আহিব পৰা নাই। সৰকাৰৰ হাতত দুনলী কার্টুজৱালা বন্দুক আছে যেতিয়া ভয় কৰিবৰ কোনো কাৰণ নাই।"

"গধূলিৰ পৰা মোৰ মনটো দেখোন বেয়া লাগি আছে।"

"চিন্তা কৰিব নালাগে। বৰষুণ কমিলেই জোনাবে আহি পাব।"

নিৰৱে থাকে বেগম আনোৱাৰা।

"মাজান! আপোনাৰ কাৰণে ভাত সাজিম নেকি?"

আনোৱাৰাৰ মুখলৈ চাই সোধে আনাৰে।

"ৰবাচোন অলপ। তোমাৰ চাচাই আহি পায় নেকি?"

উত্তৰ দিয়ে আনোৱাৰাই।

আনাৰে মনে মনে থাকে। কামালে মজিয়াৰ পৰা উঠি যায়। অন্তেক পিচতে বৰষুণত তিতি বুৰি আহি সৰকাৰে ঘৰত প্ৰৱেশ কৰে।

"হায় খোদা! বৰষুণত তিতি বুৰি দেখোন আপুনি নুতুৰ পুতুৰ হৈছে?"

সৰকাৰৰ মুখলৈ চাই বেগম আনোৱাৰাই কয়।

"কি কৰিবা বেগম! বাটতে বৰষুণে পালে" বুলি কৈ হাতত

থকা বন্দুকটো আৰু টৰ্চলাইটটো মজিয়াৰ কাষত থকা টেবুলখনৰ ওপৰত ৰাখি সৰকাৰে আনোৱাৰাৰ ফালে চায়।

"হায় খোদা! আপোনাৰ চোলাটো দেখোন তেজেৰে ৰাঙলি হৈছে। ইমান তেজ ওলাল ক'ৰপৰা? গাহৰি মাৰোঁতে আপোনাৰ শৰীৰত ক'ৰবাত জখম হল নেকি? ইফালে আহকচোন চাওঁ।"

সৰকাৰে বেগম আনোৱাৰাৰ কথা শুনি তেওঁ পিন্ধি থকা চোলা-টোৰ ওপৰত এবাৰ চকু ফুৰাই চায়। চোলাটোৰ ওপৰত তেজৰ চেকা দেখি তেওঁ চমকি উঠে। ইফালে সিফালে চাই নিজক সংযত কৰি তেওঁ আনোৱাৰাৰ মুখলৈ চাই কয়, "বেগম, তুমি বন্দুকৰ আৱাজ শুনা নাছিলা জানোঁ?"

"শুনিছিলোঁ।"

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

"গাহৰি এজাক আহি ধাননিৰ মাজত সোমায়। ৰেচেৰা চৈয়দে গাহৰি জাক দেখি ঢং ঢং শব্দ কৰি টিনবোৰ বজাই দিয়ে। টিনবোৰৰ শব্দ শুনিও গাহৰিবোৰে ধাননিৰ মাজৰ পৰা ওলাই নেযায়। ধান খাই থাকে। নিৰুপায়ত পৰি মই টঙৰ ওপৰৰ পৰা নামি গৈ জাকৰ ভিতৰত সবাতোকৈ ডাঙৰ গাহৰিটোৰ ওপৰত গুলী মাৰি পঠিয়াও। গাহৰিটোৱে গুলী খাই দৌৰি গৈ বিলৰ পাৰত বাগৰি পৰে। বাকীবোৰ গাহৰিয়ে ধাননিৰ পৰা ওলাই গৈ হাবিত প্ৰবেশ কৰে।

গাহৰিটো গুলী লাগি মৰা বুলি ভাবি মই তাক চাবলৈ যাওঁ। মই গাহৰিটোৰ ওচৰ পাওঁতে, সি জাপমাৰি উঠি ঘক্ ঘক্ শব্দ কৰি দৌৰি গৈ হাবিত সোমায়। তাৰ গাৰ পৰাই তেজ চিটিকি আহি মোৰ চোলাৰ ওপৰত পৰিছে হবলা। মই ইমান সময় লক্ষ্য কৰাই নাছিলোঁ।"

"হায় খোদা! কিযে মানুহ আপুনি। গাহৰিৰ তেজ গাতলৈ ঘৰত সোমাইছেহি। হেৰ আনাৰ। তুমি কি চাই আছা, সোনকালে পানী এবাল্টি আৰু লুঙি এখন বাহিৰত জোনাবক উলিয়াই দিয়াচোন।" আনাৰে পানী এবাল্টি আৰু লুঙি এখন বাহিৰত উলিয়াই দিয়ে। সৰকাৰে তলমুৰ কৰি কিবা ভাবি চিন্তি বাহিৰলৈ ওলায় যায়।

"খোদাইহে আজি জোনাবক ৰক্ষা কৰিলে।"

বেগম আনোৱাৰাৰ মুখলৈ চাই কয় কালুমিয়াই।

"চাচাক খোদাই কেনেকৈ ৰক্ষা কৰিলে বাবাজান?"

কালুমিয়াৰ মুখলৈ চাই প্ৰশ্ন কৰে আনাৱে।

"খোদাই ৰক্ষা নকৰিলে গুলী বিদ্ধ গাহৰিটোৱে হাবিলৈ পলাই নগৈ, জোনাবক আক্ৰমণ কৰিলেহেঁতেন।"

কালুমিয়াই উত্তৰ দিয়ে।

"গাহৰিয়ে মানুহ খায় নেকি বাবাজান ?"

"গাহৰিয়ে মানুহ নেখায় মা। দাঁতেৰে খুচি আৰু মুখেৰে কামুৰি মানুহ মাৰি পেলায়।"

এনেতে গা ধুই, কাপোৰ কানি সলনি কৰি সৰকাৰে আহি ভাতৰ পাতত বহে। কালুমিয়াই মজিয়াৰ পৰা উঠি যায়। বেগম আনোৱাৰাই ভাতৰ পাতত বহি, সৰকাৰৰ মুখলৈ চাই সোধে, "জোনাব! আপুনি অকলে আহিলে যে, চৈয়দক এৰি আহিলে ক'ত ?

"চৈয়দক টঙৰ ওপৰত ৰাখি থৈ আহিছোঁ।"

তলমূৰ কৰি সৰকাৰে উত্তৰ দিয়ে।

"কিয় ?"

পুনৰ প্ৰশ্ন কৰে আনোৱাৰাই।

"গাহৰিবোৰে আকৌ হাবিৰ পৰা ওলাই আহি ধান খাব পাৰে বুলি ভাবি।"

"গাহৰি এটা মৰাৰ পিচতো গাহৰি জাকে আকৌ ধান খাবলৈ আহিবনে ?"

"সেই গাহৰি জাকে আজি আকৌ ধান খাবলৈ আহিবও পাৰে নাহিবও পাৰে। পিচে হাবিত গাহৰি এজাকহে আছেনে ?"

বেগম আনোৱাৰাই আৰু কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি, তলমূৰ কৰি ভাত খায়। তেওঁ ভাত খাই উঠি, চৈয়দৰ কাৰণে সাজি ৰখা ভাত সাজ আনাৰক চাকি ৰাখিবলৈ কয়।

সৰকাৰ আৰু বেগম আনোৱাৰাই ভাত খাই উঠি বাৰাণ্ডাত গৈ বহে। সৰকাৰে বিড়ি এটা জ্বলাই লৈ দীঘলীয়া হুপা এটা মাৰি ধোঁৱাবোৰ নাকে মুখেদি উলিয়াই দিয়ে। তাৰ পিচত আনোৱাৰাৰ মুখলৈ চাই সোধে, "বেগম! আজি ৰহমানৰ খবৰ কি ?"

"ৰহমানৰ ভালেই। আজিও তাৰ জ্বৰ উঠা নাই।"

উত্তৰ দিয়ে আনোৱাৰাই।

"তেনেহলে আজি গধূলি তাক ভাত দিছানে ?"

"দিয়া নাই।"

"কিয় ?"

"যোৱা সপ্তাহতো এনেকৈ এদিন নে দুদিন তাৰ জ্বৰ উঠা নাছিল। জ্বৰ নুঠা দেখি মই আনাৰৰ হতুৱাই তাক নিশা অলপ ভাত তৰ-কাৰী খাবলৈ দিয়াইছিলোঁ। ভাত খোৱাৰ পিচত সেইদিনা তাৰ কঁপি কঁপি জ্বৰ উঠিছিল। সেই কাৰণে আজিও তাৰ জ্বৰ উঠা নাই যদিও তাক ভাত দিবলৈ দিয়া নাই। গাখীৰ এগিলাচ আৰু ৰুটি কেইডোখৰ-মানকে আজিও তাক দিবলৈ আনাৰক কৈছো।"

"আনাৰেই যে ঘৰৰ সকলো কাম কাজ কৰিও, ৰহমানক সেৱা শুশ্ৰূষা কৰিব লাগে, সুবেয়াই জানেঁ৷ তাক সেৱা শুশ্ৰূষা কৰিব নোৱাৰে ?"

"পাৰেতো। পিচে তাই নকৰিলে কৰিম কি ?"

"দেখা বেগম! এনেয়ে তাই দেখাত কুৰূপা। তাতে আকৌ কাম কাজ আৰু আচাৰ ব্যৱহাৰতো বেয়া হলে ৰহমানৰ নিচিনা স্বাস্থ্যৱান আৰু ধুনীয়া ল'ৰা এটাই তাইক বিয়া কৰাব জানেঁ৷ ?"

"মই জনামতে ৰহমানে সুবেয়াক ভাল নেপায় আৰু সুবেয়াইও তাৰ কাষ নেচাপে। আপুনিহে দেখোন যোৰ কৰি ৰহমানৰ লগত তাইৰ বিয়া পাতি দিব খুজিছে। ৰহমানে ভাল পায় আনাৰক। আনাৰেও ৰহমানক ভাল পায়। দেখিছেই নহয়, ঘৰৰ ইমানবোৰ কাম কাজ অকলে কৰিও আনাৰে দিনে নিশায় ৰহমানক কেনেকৈ সেৱা শুশ্ৰূষা কৰি আছে। মোৰ মতে ৰহমানে বিয়া কৰালে কৰিব আনাৰকহে। সুবেয়াক নহয়।"

"দেখা বেগম, একে ঘৰতে দুজন মানুহ বাস কৰিলে, এজনে আন জনক ভাল পায়। মৰম কৰে। স্নেহ কৰে। বিপদৰ সময়ত ইজনে সিজনক সহায় কৰে। ই প্ৰকৃত মানৱ ধৰ্ম। সেই বুলি পিতৃ-মাতৃ হাৰা, গৃহহীন ল'ৰা এটাৰ লগত; জোনাব কালুমিয়াই আনাৰৰ নিচিনা ছোৱালী এজনীক, তোৰ লগত বিয়া দিবনে ?"

"কিন্তু এটা কথা নহয়। মিয়া বিবি ৰাজি হলে কি কৰিব পাৰে কাজীয়ে।"

"সেইবোৰ হ'ল মানুহে কোৱা বাজে ফকৰা যোজনা। মই ভাবি আছোঁ কি জানা ? খৰালি পৰিলেই সুবেয়াৰ বিয়াখন ৰহমানৰ লগত পাতি দিম।"

"সুৰেয়াৰ বিয়াখন ৰহমানৰ লগত পাতি দিব পাৰিলেতো বৰ ভাল কথা হব। পিচে—

এনেতে বেগম আনোৱাৰাৰ মুখলৈ চাই আনাৰে কয়—"মাজান। মোৰ কাম শেষ হ'ল। এতিয়া মই যাওঁ। আপুনি দুৱাৰখন বন্ধ কৰক।"

"ৰহমানক গাখীৰ আৰু ৰুটি কেইডোখৰমান দিলানে?"

আনাৰক সোধে বেগম আনোৱাৰাই।

"দিয়া নাই মা। এতিয়াহে দিম বুলি ভাবিছোঁ।"

উত্তৰ দিলে আনাৰে।

"যাৰু যোৱা।"

আনাৰে গাখীৰ এগিলাচ আৰু ৰুটি চাৰিখন হাতত লৈ ঘৰৰ পৰা ওলাই আহে। ৰহমানৰ কোঠালীত কেৰাচিন তেলৰ চাকি এগচ টিপ্ টিপ্‌কৈ জ্বলি আছে। ৰহমানে বিছনাত শুই থাকে। আনাৰে দুৱাৰখন ঠেলি কোঠালীত প্ৰবেশ কৰে।

"শুই আছাযে, আজি আকৌ তোমাৰ জ্বৰ উঠিল নেকি?" ৰহমানৰ কপালত হাত দি আনাৰে প্ৰশ্ন কৰে।

"উঠা নাই।"

উচপ খাই উঠি চকুমেলি চাই ৰহমানে উত্তৰ দিয়ে।

"তেনেহলে শুই আছা কিয়? উঠা। পীল এটা খাই গাখীৰখিনি আৰু ৰুটি কেইডোখৰ খাই লোৱা।" ৰহমানে বিছনাত উঠিবহে। আনাৰে পীল এটা হাতত লৈ ৰহমানক মুখ মেলিবলৈ কয়।

ৰহমানে মুখ মেলে। আনাৰে পীলটো ৰহমানৰ মুখত দি গাখীৰৰ গীলাচটো তাৰ হাতত দিয়ে। ৰহমানে গাখীৰ এঢোক খাই পীলটো গলাধঃকৰণ কৰে। আনাৰে বিছনাৰ কাষত থিয় হৈ ৰহমানৰ মুখলৈ চাই থাকে।

"তুমি ভাত খালানে?"

গাখীৰৰ গিলাচটো হাতত লৈ আনাৰৰ মুখলৈ চাই ৰহমানে সোধে।

"খালোঁ।"

উত্তৰ দিয়ে আনাৰে।

"চাচা আৰু চৈয়দে ধাননি পথাৰৰ পৰা ঘাহৰি খেদি আহিল নে?,

"চাচা আহিছে। চৈয়দ অহা নাই।"

"চৈয়দ অহা নাই ?"

"অহা নাই।"

"কিয় ?"

"চাচাই হেনো তাক ধান ৰখিবলৈ টঙৰ ওপৰত ৰাখি আহিছে" বুলি কৈ সৰকাৰৰ মুখত শুনা গাহৰি মৰা ঘটনা আৰু লগতে সৰকাৰৰ চোলাত গাহৰিৰ তেজ লাগি অহা কথা আনাৰে ৰহমানক বিবৰি কয়।

"চাচাই মৰা গাহৰিটো কঢ়িয়াই ঘৰলৈ আহিছে নেকি ?"

"ধেৎ, তুমি কোৱা কি! কোনো মুছলমান মানুহে গাহৰি মাৰি ঘৰলৈ আনে নেকি ?"

"তেনেহলে গুলী মাৰি জখম কৰা গাহৰিটোৰ গাৰ পৰা তেজ আহি চাচাৰ চোলাত পৰিল কেনেকৈ ?"

"গুলী মাৰি জখম কৰা গাহৰিটোৰ তেজ চিটিকি আহি চাচাৰ চোলাত পৰিব নোৱাৰে যদি চাচাৰ চোলাটো তেজেৰে ৰাঙলি হ'ল কেনেকৈ ?"

হঠাতে সৰকাৰে চৈয়দক কোৱা কথা তাৰ মনত পৰে। সৰকাৰৰ কথা মনত পৰোতে তাৰ বুকুখন কঁপি উঠে। সি চিন্তান্বিত হয়।

"মনে মনে থাকিলা যে ?"

ৰহমানৰ মুখলৈ চাই পুনৰ আনাৰে প্ৰশ্ন কৰে।

"চাচাই গাহৰি মৰা নাই বুলি মোৰ সন্দেহ হৈছে।"

"তোমাৰ সন্দেহ হৈছে কিয় ?"

"সেইবোৰ কথা এতিয়া এৰা। পিচত জানিবা। বাৰু এতিয়া কোৱাছোন চাচাই আৰু কি কি কথা কলে।

"চাচাই আৰু কব কি। খৰালি পৰিলে সুৰেয়াৰ বিয়া হোনো তোমাৰ লগত পাতি দিব।"

"মোৰ লগত ?"

"এৰা তোমাৰ লগত। তুমি সৰকাৰৰ ঘৰ জোৱাই হবা।"

বিষণ্ণ মনে আনাৰে কয়।

"মইতো সুৰেয়াক বিয়া নকৰাওঁ।"

"কিয় ?"

"দেখা আনাৰ! মই পিতৃ-মাতৃ হাৰা গৃহহীন লʼৰা। মই কেতিয়াও কোনো ধনী মানুহৰ ছোৱালীক বিয়া নকৰাওঁ।"

"তেনেহলে কোন ছোৱালীক বিয়া কৰাম বুলি ভাবি আছা তুমি ?"

"খোদাই দিলে মোৰ নিচিনা গৰীব মানুহৰ ছোৱালী এজনীক বিয়া কৰাম বুলি আশা কৰি আছোঁ।"

"কোননো তোমাৰ নিচিনা গৰীব মানুহৰ ছোৱালী সেইজনী ?"

"তোমাক কেলেই লাগিছে।"

'কোৱাচোন কোন ছোৱালী সেইজনী।"

"সময়ত জানিবা নহয়।"

"এতিয়াই কোৱাচোন কোন ছোৱালী সেইজনী" বুলি কৈ আনাৰে দুহাতেৰে ৰহমানৰ ডিঙিটো সাৱটি ধৰি মূৰটো জোকাৰি দিয়ে।

"দুখ পাইছো এৰি দিয়াছোঁন।"

আনাৰৰ হাতত ধৰি ৰহমানে কয়।

"এৰি নিদিওঁ। কোৱা কোন ছোৱালী সেইজনী।"

"উঃ ডিঙিত দুখ পাইছো। এৰি দিয়াছোঁন।

"তেনেহলে কোৱা প্ৰথমে কোন ছোৱালী সেইজনী।"

"আনাৰ।"

আনাৰৰ মাত শুনি কালুমিয়াই আনটো কোঠালীৰ পৰা মাতে।

"গৈছোঁ বাবা জান।"

উত্তৰ দিয়ে আনাৰে।

"ৰহমানৰ জ্বৰ উঠিছে নেকি ?"

সোধে, কালুমিয়াই।

"উঠা নাই বাবাজান।"

"তেনেহলে তুমি তাত কি কৰি আছা ?"

"ৰহমানক ঔষধ খুৱাই আছোঁ।"

"সোনকালে আহা। ৰাতি বহুত হৈছে।"

"আহিছোঁ বাবাজান," বুলি কৈ ৰহমানৰ মুখতে মুখ লগাই পুনৰ আনাৰে নিম্ন স্বৰে সোধে—"কোৱানা কোন ছোৱালী সেইজনী।"

"বাক কওঁ। মোৰ ডিঙিৰ পৰা এৰি দিয়াছোঁন।"

"এৰি দিছোঁ। কোৱা এতিয়া।"

আনাৰে ৰহমানৰ ডিঙিৰ পৰা হাত দুখন আঁতৰায়। ৰহমানে আনন্দতকৈ আনাৰক দুহাতেৰে বুকুত সাৱটি লয়। তাৰ পিচত আনাৰৰ সুকোমল গালত চুমা এটি খাই নিম্নস্বৰে কয়, "এই জনীয়ে মোৰ

হৃদয়ৰ ৰাণী। এইজনীকে বিয়া কৰাম বুলি মই আশা কৰি আছোঁ।”

“ইহ্‌ মিছা কথা।”

ৰহমানৰ মুখৰ পৰা মুখখন আঁতৰাই আনাৰে কয়।

“খোদাৰ কচম” বুলি কৈ সতৃষ্ণ নয়নে ৰহমানে, আনাৰৰ মুখলৈ চাই থাকে। আনাৰে লাজতে তাইৰ মুখখন ৰহমানৰ বুকুত লুকায়।

“আনাৰ!”

পুনৰ কালুমিয়াই মাতে।

“আহিছো বাবাজান” বুলি কৈ আনাৰে তাইৰ স্বপ্নাবিষ্ট আখি যুৰিৰ সম্মোহন দৃষ্টি ৰহমানৰ ওপৰত নিক্ষেপ কৰি, তৃপ্তিৰ মিচিকিয়া হাঁহি ওঠত লৈ ৰহমানৰ কোঠালীৰ পৰা ওলাই যায়। সম্মোহিত বালকৰ দৰে ৰহমানে আনাৰৰ ফালে চাই থাকে।

“ৰহমান। তোমাৰ কাৰণে পানী এগিলাচ বেৰৰ কাষত ৰাখি থৈ আহিছোঁ। পিয়াহ লাগিলে খাবা আৰু জ্বৰ উঠিলে মোক মাতিবা” বুলি চোতালত থিয় হৈ আনাৰে কয়।

ভৰ যৌৱনৰ অতৃপ্ত কাম বাসনাৰ তৃপ্তি লাভৰ নিশ্চয়তাত আনাৰৰ চেঙেলীয়া মন চঞ্চল হৈ উঠে। তাই গাৰুটো বুকুত লৈ বিছনাত শুই পৰে। নিদ্ৰাদেৱীৰ সুকোমল পৰশে তাইৰ স্বপ্নাবিষ্ট আখি যুৰিক স্পৰ্শ কৰিব নোৱাৰে। ৰহমানৰ বাহু বন্ধনত আত্ম সমৰ্পণ কৰি নৱযৌৱনৰ কাম বাসনাৰ কল্পনা আৰু ভৱিষ্যত জীৱনৰ চিন্তাত তাইৰ চেঙেলীয়া মন কল্পনাৰ অপাৰ সাগৰত উটি বুৰি ফুৰে।

হঠাতে সৰকাৰৰ কথা তাইৰ মনত পৰে। সৰকাৰৰ কথা মনত পৰোঁতে তাইৰ কল্পনা প্ৰসূত প্ৰেমাসক্ত মন আতঙ্কিত হৈ উঠে। সৰকাৰ থাকোতে ৰহমানে তাইক জানো বিয়া কৰাব পাৰিব? সৰকাৰে সুৰেয়াৰ বিয়া ৰহমানৰ লগত পাতি নিদিব জানোঁ।

সৰকাৰৰ ঘৰতে থাকি পিতৃ-মাতৃ হাৰা গৃহহীন ৰহমানে সৰকাৰৰ কথা উপেক্ষা কৰিব পাৰিব জানোঁ। সৰকাৰক তাই বিয়া কৰালে, তাইৰ মাতৃ স্বৰূপা বেগম আনোৱাৰাৰ বুকুত কুঠাৰাঘাট কৰা নহব জানো?

কামাল, জামাল, ৰহমান আৰু বেগম সুৰেয়া জীয়াই থাকোতে তাই সৰকাৰক বিয়া কৰাই সুখী হব পাৰিবনে?

কদাপিও নহয়।

অসম্ভৱ।

তেনেহলে তাই সৰকাৰৰ হাতৰ পৰা ৰক্ষা পোৱাৰ উপায় কি?

সৰকাৰৰ হাতৰ পৰা ৰক্ষা পাবলৈ হলে তাই ৰহমানৰ লগত কোনোবা অজান দেশলৈ পলাই যাব লাগিব। তেতিয়া বাবাজানৰ উপায় হব কি?

যি বাবাজানে মোক বুকুত লৈ অকলশৰীয়া জীৱন কটাই আহিছে সেই বাবাজানক সৰকাৰৰ ঘৰত এৰি থৈ গৈ মই সুখী হব পাৰিম জানো?

অসম্ভৱ।

কেতিয়াও সুখী হব নোৱাৰিম।

ৰহমানে যে, মোক বুকুত সাৱটি লৈ মোক বিয়া কৰাম বুলি খোদাৰ ওচৰত শপত খাইছে, সি সৰকাৰৰ কথা ভবা নাই নেকি?

নে সি মোক প্ৰতাৰণা কৰিব খুজিছে। যি ৰহমানে মোক নেদেখিলে থাকিব নোৱাৰে, যি ৰহমানে মই নেখালে সিও নেখায়, সেই ৰহমানে খোদাৰ ওচৰত মোক বিয়া কৰাম বুলি কচম খাই মোক প্ৰতাৰণা কৰিব পাৰিব জানোঁ?

এটাৰ পিচত এটা প্ৰশ্ন আহি আনাৰৰ মনত উদয় হয়। আশা নিৰাশাৰ আকুল সাগৰত আনাৰৰ মন উটি বুৰি ফুৰোতে, নিশাৰ প্ৰহৰী কুকুৰা চৰাইয়ে দিনমণিৰ শুভ আগমনৰ বাতৰি জীৱ জগতক দিয়েহি। ঘৰৰ বাহিৰত পোহৰৰ জিলিকনি বিৰিখৰ পাতে পাতে জিলিকি উঠে। চৰাইবোৰে কুকলি দি আহাৰ বিচাৰি অনাই বনাই উৰি যায়। আনাৰে শয্যা ত্যাগ কৰি, ৰহমানৰ কোঠালীত গৈ প্ৰবেশ কৰে। ৰহমানে তেতিয়া টোপনিত লাল কাল দি শুই আছিল। আনাৰে আলফুলকৈ ৰহমানৰ কপালত হাত বুলাই চায়। ৰহমানৰ শৰীৰ শীতল। জ্বৰ উঠা নাই। হাতত সাৰে ভৰিত সাৰে ৰহমানৰ কোঠালীৰ পৰা আনাৰে ওলাই আহে।

আনাৰে প্ৰাতঃকৰ্ম সমাপণ কৰি নাদলৈ পানী তুলিবলৈ যায়। সৰকাৰে সেই সময়ত টোপনিয়াই টোপনিয়াই বাৰাণ্ডাত বহি থাকে।

"কোন সেইয়া?"

নাদত পানী তোলা শব্দ শুনি, চক্‌মক্‌ খাই সাৰ পাই সৰকাৰে প্ৰশ্ন কৰে।

"মই চাচা।"

"অইন দিন দেখোন সি ৰাতি পোহৰ হোৱাৰ লগে লগে ঘৰ পায়হি। আজি সি এতিয়ালৈকে আহি পোৱা নাই কিয় ?"

"নেজানো মাজান।"

আনাৰৰ উত্তৰ শুনি বেগম আনোৱাৰাই নিৰৱে থাকে। কালু-মিয়াই শুই উঠি গাই খীৰায়। গাই খীৰাই গৰুবোৰ গোহালিৰ পৰা উলিয়াই দি তেওঁ গৰুবোৰৰ পিছে পিছে পথাৰলৈ যায়। আনাৰে চাহ-জলপান তৈয়াৰ কৰে।

প্ৰাতঃ ভোজনৰ সময়ত সৰকাৰে বিমৰ্ষ মনে কালুমিয়াৰ মুখলৈ চাই কয় "বুজিছে জোনাব! চৈয়দ আজি পলাল।"

"চৈয়দে পলাই গ'ল ?"

আচৰিত হৈ সৰকাৰৰ মুখলৈ চাই কালুমিয়াই প্ৰশ্ন কৰে।

"এৰা চৈয়দ পলাল।"

সৰকাৰে উত্তৰ দিয়ে।

"সিয়ে পলাই গ'ল কেনেকৈ জানিলে আপুনি ?"

"পলাই নগলে ইমান সময়লৈকে সি ঘৰ আহি নেপায় নেকি ?"

"ইমান বছৰ এই ঘৰ খনকে আপোন ঘৰ বুলি দিনে নিশাই আপোন মনে-- নিৰৱে কাম কৰি থকা মানুহজন আজি হঠাতে পলাই যোৱাৰ কাৰণ কি ?"

"সি নিশা পহৰা দি থাকোতে গাহৰিয়ে ধান খাই গচকি ধান ডৰা নষ্ট কৰা দেখি তাক মই ধমকি দিছিলোঁ। ধমক দিওঁতে তাৰ বৰ বৰ কথা শুনা নাছিল জানো। তাৰ পিছত সি আমাৰ ঘৰত এদিনো নথকা হয়।

ৰহমান পৰি আছে জ্বৰত। আপুনি আপোনাৰ জীয়ৰী হোৱালী জনীক নিশা অকলে ঘৰত এৰি থৈ গৈ পথাৰত ধান ৰখিবলৈ যাব নোৱাৰে।

ৰোৱাৰীজনী পলাই যোৱাৰ পিচৰে পৰা কামালে কাম কাজত মন নিদিয়া হ'ল। জামালকটো দেখিছেই, মেট্ৰিক ফেল কৰি সি ঘৰতে নথকা হ'ল। নিৰুপায়ত পৰি মই তাৰ ডাংকোপ মৰা বৰ বৰ কথা শুনিও নুশুনাৰ ভাওঁ ধৰি নিজে সৰু হৈ এই কেইদিন তাক বুজাই বঢ়াই ৰাখিছিলোঁ।

যোৱা নিশা সি অনাহাৰে থাকি ধান ৰখিবলৈ অমান্তি হয়। মই তাক বুজাই বঢ়াই মান্তি কৰিব নোৱাৰি অৱশেষত ধমক দিহে

টঙৰ ওপৰত ৰাখি আহোঁ। সি এতিয়ালৈকে পথাৰৰ পৰা আহি পোৱা নাই যেতিয়া, সি নিশ্চয় পলাই গ'ল। মই তাক জানি শুনিও যোৱা নিশা ধমক দি টঙৰ ওপৰত ৰাখি অহা উচিত হোৱা নাছিল। মোৰেই ভুল" বুলি কৈ সৰকাৰে দুখ প্ৰকাশ কৰে।

"তাক এবাৰ বিচাৰি যোৱা উচিত হব নেকি ?"

সৰকাৰৰ কথাত পতিয়ন নগৈ কালুমিয়াই প্ৰশ্ন কৰে।

"কিয় ?"

সৰকাৰে প্ৰশ্ন কৰে।

"এইখন হ'ল হিংস্ৰ জন্তুৰ ৰম্য ভূমি। নিশা টঙৰ পৰা নামি গাহৰি খেদোঁতে গাহৰিয়ে তাক কৰবাত খুন্দিয়াই পেলাই থৈছে নেকি ?"

কালুমিয়াই উত্তৰ দিয়ে।

"কিয়ে কয় আপুনি। যোৱা নিশা মই লোক টঙৰ পৰা নামি গাহৰি খেদিবলৈ কওঁতে, সি ভয় লাগে বুলি কৈ টঙৰ পৰা নামি নগ'ল। জীৱ হিংসা মহাপাপ বুলি জানি শুনিও, নিৰুপায়ত পৰি মই, ধান খাই থকা গাহৰি এটাৰ ওপৰত গুলী বৰ্ষণ কৰোঁ। তেনেস্থলত আপুনি ভাবিব পাৰেনে যে সি নিশা টঙৰ পৰা নামি গাহৰি খেদিবলৈ গৈছিল। সি যি হে ধূৰ্ত মানুহ, সি বা পলাই গৈ কোন দেশ পালে।"

"কিন্তু ইমান বছৰ আমাৰ ঘৰত কাম কৰি তাৰ প্ৰাপ্য ধনখিনি নোলোৱাকৈ সি যে কিয় পলাই যাব লগা হল সেই কথা ভাবিহে আচৰিত হৈছোঁ।"

"সেইটো অংশে ভাবিব লগীয়া কথা। কিন্তু এটা কথা নহয়, তাৰ হেনো পিতা-মাতা আৰু ভাই-ভনী কোনো নাই। সেই কাৰণে টকা পইচা নিনো সি কি কৰিব, তাকে ভাবিয়েই হবলা তাৰ প্ৰাপ্য ধনখিনিও নোলোৱাকৈয়ে পলাই গল।"

"আমাৰ আগত দেখোন সি তাৰ বুঢ়া মা-বাপ আৰু ভনী এজনী হবিগঞ্জত থকা বুলি কৈছিল।"

"তেনেহলে সি তাৰ কোনো নাই বুলি মোৰ আগত কৈছিল কিয় ? আৰু কিবা কথা আপোনাৰ আগত কৈছিল নেকি সি ?"

"আৰু কোনো কথা কোৱা নাছিল।"

"মোৰ বিষয়ে সি আপোনাৰ আগত কিবা কথা কৈছিল নেকি ?"

"কোৱা নাই।"

"যাব দিয়ক নিমখহাৰাম বদমাইচ এটাৰ কথা। ভালেই হ'ল

সি পলাই গ'ল। পিছে পৰৰ ঋণ ৰখা ভাল নহয়। সেই কথা ভাবিহে মনত দুখ পাইছোঁ।"

"এৰা পৰৰ ঋণ ইহ কালত নুসুজিলে, হেনো পৰকালত সুজিব লাগে।"

"আপুনি মোক দেখিছেই নহয়, গৰীব দুখীয়াৰ কাৰণে মই কি কৰা নাই। চৈয়দৰ কথা ভাবি বৰ দুঃখ পাইছোঁ। এইবোৰ কথা আৰু মোৰ আগত নুলিয়াব। পিচে এটা কথা নহয়। ধান ডৰা মোৰ মতে পকিছে। চৈয়দৰ মতে সাত দিনমানৰ ভিতৰত ক'তো এটাও কেচাধান নথকাকৈ সমানে পকিব।

এতিয়া ধান ডৰা কাটি আনিলে চৈয়দে কয় কেচাধানবোৰ হেনো পতান হৈ যাব। সেয়া অৱশ্যে নোহোৱা নহয়। পিচে সাতদিনৰ ভিতৰত গাহৰিবোৰে ধান খাই আৰু গচকি বেচি ক্ষতি, নকৰিব জানোঁ? আপুনি কয় কি?"

"মোৰ মতে ধান ডৰা এতিয়াই কাটি অনা ভাল হব।"

উত্তৰ দিয়ে কালুমিয়াই।

"আৰু এটা কথা। বিলত যে পানী বাঢ়ি আহিছে আপুনি দেখিছে নে নাই?"

"বিলত অকলে নহয়। কপিলীতো ফেনে ফোটোকাৰে ধল নামি আহিছে।"

"তেনেহলে আমাৰ নুমলীয়া মৰাপাট আৰু আহুধান ডৰা বান পানীয়ে নষ্ট কৰিব নেকি?"

"নষ্টকৰাৰেই সম্ভাৱনা বেচি।"

"এনে পৰিস্থিতিত কি কৰা উচিত বুলি আপুনি ভাবে?

"মোৰ মতে আজিৰ পৰা ধান কটা আৰম্ভ কৰাই ভাল।"

"আপুনিনো অকলে কৰিব কি? চাৰি পাঁচজন মান কামলা কাম কৰা মানুহ আজি আপুনি বিচাৰি আনক গৈ। তাৰ পিচত কালি পুৱাৰ পৰা ধান কটা আৰম্ভ কৰিব। আজি আপুনি অকলে ধান কাটিবলৈ যাব নেলাগে।"

"সেয়ে হব।"

সমৰ্থন কৰে কালুমিয়াই।

"আৰু এটা কথা ৰহমানৰ খবৰ কি?"

"যোৱা কালিও তাৰ জ্বৰ উঠা নাই। আজি বা তাৰ জ্বৰ উঠে

নে নাই। মেজেৰীয়া জ্বৰৰ কথা সঠিককৈ কোৱা টান।"

"আনাৰ!"

কালুমিয়াৰ কথাৰ ওপৰত গুৰুত্ব আৰোপ নকৰি সৰকাৰে আনাৰক মাতে।

"কি লাগে চাচা?"

উত্তৰ দিয়ে আনাৰে।

"জ্বৰ উঠা নাই যদি ৰহমানক ইয়ালৈ মাতি আনাচোঁন!"

"বাৰু" বুলি কৈ আনাৰে ঘৰৰ পৰা ওলাই যায়।

ক্ষন্তেক পিচতে ৰহমানে সৰকাৰৰ সম্মুখত উপস্থিত হয়হি।

"তোমাৰ গা ভালনে আজি?"

ৰহমানৰ মুখলৈ চাই সৰকাৰে সোধে।

"পৰহিৰ পৰা দেখোন জ্বৰ উঠা নাই। আজি বা কি কৰে। মুৰটো ঘুৰাই আছে। শৰীৰটো বৰ দুৰ্বল লাগি আছে।"

ৰহমানে উত্তৰ দিয়ে।

"ঔষধ খাই আছাতো?"

"খাই আছো।"

"ভয় নাই জ্বৰ আৰু নুঠে। ভাত পানী নিয়ম মতে খালে শৰীৰৰ দুৰ্বলতা আঁতৰি যাব। ভাল পাবা। পিছে চৈয়দ যে পলাই গ'ল শুনিছানে?"

"শুনা নাই।"

"তাক মই কালি নিশা ধান ৰখিবলৈ টঙৰ ওপৰত থৈ আহিছিলোঁ। তাৰ পৰাই সি পলাই গল। কি কৰিবা পৰৰ মানুহ। নেথাকো বুলিলে জোৰ কৰি কোনো মানুহকে ৰাখিব নোৱাৰি। পিচে তাৰ প্ৰাপ্য ধনখিনি নিনিয়াকৈ পলাই যোৱা দেখিহে মনত দুখ লাগিছে।"

সৰকাৰৰ কথা শুনি ৰহমানৰ বুকুখন কপি উঠে। তাৰ অনুমান সত্যত পৰিণত হোৱা বুলি ভাবি সি সৰকাৰৰ মুখলৈ কেৰাহিকৈ চাই তলমুৰ কৰে।

"এৰা মযো তাৰ প্ৰাপ্য ধনখিনি নোলোৱাকৈ সি পলাই যোৱা দেখি আচৰিত হৈছোঁ।"

ৰহমানে কোনো উত্তৰ নিদি তলমূৰ কৰি থকা দেখি সৰকাৰক সমৰ্থন কৰি কালুমিয়াই কয়।

"ৰহমান! তুমি চৈয়দে পলাই যোৱাৰ কাৰণ কি জানানে?"

সৰকাৰে পুনৰ ৰহমানৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"নেজানোঁ।"

সৰকাৰৰ ক্ষালে নোচোৱাকৈয়ে ৰহমানে উত্তৰ দিয়ে।

"সিদিনা যে মই তাক ধমক দিছিলোঁ, তাৰ পিছত সি তোমাৰ আগত মোৰ বিষয়ে কিবা কৈছিল নেকি ?"

"কোৱা নাই।"

"কিনো কব সি আপোনাৰ নিচিনা দয়ালু মানুহ এজনৰ কথা।" কয় কালুমিয়াই ।

"এৰা গৰীবৰ ল'ৰা বুলি মই তাক ইমান মৰম কৰিছিলোঁ। পিছে সি পলাই যোৱা দেখিহে মনত দুখ লাগিছে" বুলি কৈ সৰকাৰে তলমূৰ কৰে।

এনেতে আনাৰ আহি ৰহমানৰ মুখলৈ চাই কয়,

"ৰহমান! তোমাব কাৰণে চাহ জলপান তোমাৰ কোঠালীত থৈ আহিছোঁ। ঠাণ্ডা হব। সোনকালে যোৱাগৈ।"

ৰহমানে বেজাৰ মনে তলমূৰ কৰি অাঁতৰি যায়।

"জোনাব! আপুনি কামালক সুধি চাবছোঁন, চৈয়দে কিবা কথা তাক কৈছিল নেকি ?"

"বাৰু সুধি চাম" বুলি কৈ কালুমিয়াই উঠি যায়। সৰকাৰে বিড়ি এটা জ্বলায়। তাৰ পিছত বিড়িটোত দীঘলীয়া হুপা এটা মাৰি ধোৱাবোৰ নাক আৰু মুখেদি উলিয়াই দি মনৰ উত্তেজনাৰ শাম কটায়। সৰকাৰৰ মনৰ উত্তেজনাৰ কাৰণ ৰহমানৰ বাহিৰে অন্য কোনেও গম নেপালে।

সেইদিনা আবেলি কালুমিয়াই হোজাইলৈ গৈ চাৰিজন কামলা ধান কটাবলৈ মাতি আনে। সৰকাৰে সিহঁতক সোধপোচ কৰি সিহঁতৰ নাম ঠিকনা লয়। মানুহ চাৰিজনৰ ভিতৰত তিনিজনৰ জন্মস্থান মৈমন সিং জিলাত আৰু এজনৰ জন্মস্থান চিলেট জিলাত। সৰকাৰে কামলা চাৰিজনক সোধপোছ কৰি উঠি মৈমন সিঙিয়া কামলা তিনিজনক ৰাখি 'এতিয়া তিনিজন কামলা হলেই হব' বুলি কৈ চিলটীয়া কামলা জনক বিদায় দিয়ে। খেতিৰ বতৰত কামলা কাম কৰা মানুহ গাওঁ-লীয়া ঠাইত পাবলৈ টান। তেনেস্থলত ঘৰলৈ অনা কামলা এজনক ঘৰৰ পৰা ওভোতাই পঠোৱাত কালুমিয়াই ভাল নেপায়। বুধিয়ক সৰকাৰ। তেওঁ কালুমিয়াৰ মনোভাব বুজিব পাৰি, কালুমিয়াৰ মুখলৈ

চাই কয় "বুজিছো জোনাব। মৈমন সিঙিয়া মানুহবোৰ সাধাৰণতে কঠোৰ পৰিশ্ৰমী আৰু বিশ্বাসী। আনহাতে চিলটীয়া মানুহবোৰ অতি-পাত চালাক আৰু গাচোবা বিধৰ।

চিলটীয়া কামলাৰপৰা কাম আদায় কৰা বৰ সহজ নহয়; তদুপৰি সিইঁতৰ মন বুজাও কঠিন। চৈয়দক দেখিছোই নহয় সি ওবে নিশা টঙৰ ওপৰত বহি ধান ৰখি থাকোতেই গাহৰিয়ে ধান খাই শেষ কৰিলে। তাকে কওঁতে সি পলাই গ'ল। সেই কাৰণে মই চিলটীয়া কামলাক কামত লগাব নোখোজো।"

কালুমিয়া মৈমন সিঙিয়া মানুহ। মৈমন সিঙিয়া মানুহক সৰকাৰে পৰিশ্ৰমী আৰু বিশ্বাসী বুলি শলাগ কৰা শুনি, "সেইটো হওঁতে হয় জোনাব" বুলি কালুমিয়াই সৰকাৰক সমৰ্থন কৰে। সৰকাৰে ছায়া-টোকে বাঘ যেন দেখা যেন পাই ৰহমানৰ মুখত হাঁহি উঠে।

"আৰু এটা কথা শুনক জোনাব! মানুহ তিনিজনক আমাৰ সেই খালি ঘৰটোত থকা খোৱাৰ বন্দোবস্ত কৰি দিয়ক। তেওঁলোকে আজি খাই বই উঠি বিশ্ৰাম কৰক। মইনো কম কি! আপুনিতো জানেই। ৰাতি পুৱা পোহৰ হোৱাৰ লগে লগে বনৰীয়া ছিৰিকাবোৰে ধাননিত জাক্‌পাতি পৰেহি। সেই কাৰণে আপুনি চৰাইবোৰ আহি ধাননিত নৌপৰোতেই এওঁলোকক নি ধান কটাত লগাই দি আপুনি ঘৰলৈ ঘূৰি আহিব। আপুনি পথাৰৰ পৰা ঘূৰি আহি গাই দুজনী খীৰাই, গৰু কেইটাক নি পথাৰত এৰাল দি আহিব। তাৰ পিছত আপুনি চাহ-জলপান খাই উঠি, লাহে ধীৰে পথাৰলৈ গলেও হব। মনত ৰাখিব এই বাৰিষা কালত বোকা পানী গচকি আহুধানৰ মাজেৰে গৈ ধান কটা মানুহক আনাৰে চাহ জলপান দি আহিব নোৱাৰে। সেই কাৰণে আপুনিয়েই এওঁলোকৰ চাহ-জলপানখিনি লগত লৈ যাব।"

কালুমিয়াৰ মুখলৈ চাই উপদেশৰ সুৰত সৰকাৰে কয়।

"চাচা মৌলবী চাহাব আহিছে।"

আনাৰে ঘৰৰপৰা ওলাই আহি সৰকাৰৰ মুখলৈ চাই কয়।

"কোন মৌলবী চাহাব আহিছে?"

সৰকাৰে প্ৰশ্ন কৰে।

"নবকা মচ্‌জিদৰ মৌলবী চাহাব।"

"বহিবলৈ কৈছানে?"

"মাজানে তেওঁক মাতি নি ড্ৰয়িং ৰুমত বহুৱাইছে।"

"বাৰু যোৱা। মই আছি আছোঁ।"

"জোনাব। আৰু এটা কথা। মানুহ কেইজনৰ ৰন্ধা বঢ়া কৰাৰ কাৰণে বাচন বৰ্তন নাই হবলা। আমাৰ ঘৰৰ পৰাই এওঁলোকক যি বাচন বৰ্তন লাগে বেগমক কৈ দি দিব" বুলি কৈ সৰকাৰে আঁতৰি যায়।

ড্ৰয়িং ৰুমত সেই সময়ত বেগম আনোৱাৰাই মৌলবী কাচেম আলি চাহাবৰ লগত কথা পাতি বহি থাকে। বেগম সুৰেয়াই মাকৰ কাষত থিয় হৈ কথা শুনে। সৰকাৰে ড্ৰয়িং ৰুমত প্ৰবেশ কৰি "চালাম আলয়কুম" বুলি মৌলবী চাহাবক সম্ভাষণ জনায়। 'আলয়কুম চালাম' বুলি কৈ মৌলবী চাহাবে সৰকাৰক প্ৰতি সম্ভাষণ জনায়।

দুয়োজনৰ ভিতৰত ঘৰুৱা খা খবৰ বিনিময় কৰাৰ পিছত মৌলবী কাচেম আলি চাহাবে সৰকাৰৰ মুখলৈ চাই কয় "জোনাব! আপুনি কোৱামতে মই সিদিনা ৰহমত উল্লাৰ ঘৰলৈ গৈছিলো। আপোনাৰ প্ৰস্তাৱ শুনি ৰহমত উল্লা আৰু তেওঁৰ পৰিবাৰৰ মহা আনন্দ। পিছে ল'ৰাটোক সোধাত সি হেনো এতিয়া বিয়া নকৰাওঁ বুলি কলে।"

"কিয়?"

প্ৰশ্ন কৰে সৰকাৰে।

"সি হেনো কলেজত পঢ়িব।"

"বিয়া কৰোৱাৰ পিচতো সি কলেজত পঢ়িব পাৰিব বুলি আপুনি নকলে জানো।"

"কি যে কয় জোনাব আপুনি। মই সেই কথা নোকোৱাকৈ আছোঁনে? তদুপৰি আপোনাৰ নিচিনা পৰোপকাৰী মহৎ মানুহ এজনৰ ছোৱালী বিয়া কৰালে ভৱিষ্যতলৈও কি কি সহায় আৰু সুবিধা পাব পাৰে সেইবোৰ কথাও মই তাক বুজাই কৈছোঁ। পিছে তাক নাত বাহিৰে হা কৰাব মই নোৱাৰিলো। উপায় কি?

"নিজে ইচ্ছা কৰি বিয়া নকৰালে, কোনো মানুহক যোৰ কৰি ধৰি আনি বিয়া কৰাই দিব পাৰি জানো? ৰহমত উল্লা বৰ সৰল আৰু নিৰীহ গৰীব মানুহ। ভাবিছিলোঁ তাৰ ল'ৰাটোৰ লগত সুৰেয়াৰ বিয়াখন পাতি দি চহৰৰ বৰ চাহাব অথবা আমাৰ মন্ত্ৰী ডাঙৰীয়াক কৈ মেলি তাক এটা চাকৰিত সুমাই দিম। পিচে সি বিয়াই নকৰায় যেতিয়া তাৰ কথা কৈ মেলি এতিয়া লাভ কি?"

"এৰা আপোনাৰ নিচিনা ধনী মানী, সম্ভ্ৰান্ত ব্যক্তি এজনৰ

জোৱালী বিয়া কৰোৱা কে কি সৌভাগ্যৰ কথা সেইটো ৰহমত উল্লাৰ মূৰ্খ ল ৰাটোৱে নুবুজিলে যেতিয়া তাৰ কথা চিন্তা কৰাৰ আৰু সকাম নাই।"

"মই এটা কথা ভাবি আছো জোনাব। আপুনি বা শুনি কয় কি?"

"কি কথা জোনাব।"

"আমাৰ ঘৰত যে মা বাপ নোহোৱা কাম কৰা ল'ৰাটো আছে, আপুনি তাক দেখিছে নহয়?

"কোন ৰহমান?"

"হয়।"

"দেখিছো।"

"অইনত কতো সুবিধা নহল যেতিয়া ৰহমানৰ লগতে সুৰেয়াৰ বিয়াখন পাতি দিওঁ বুলি মই ভাবি আছোঁ। আপুনি বা কেনে দেখে?"

"কিযে কয় জোনাব আপুনি। ৰহমানৰ নিচিনা ধুনীয়া আৰু স্বাস্থ্য-বান লৰা এটা নগাওঁ জিলাত কিয় সমগ্ৰ অসমতে বিচাৰি পাব জানো আপুনি? তাৰ লগত যদি সুৰেয়া আইদেউৰ বিয়াখন পাতি দিব পাৰে আপোনাৰ কাৰণে হব গৌৰবৰ কথা আৰু মহা সৌভাগ্য শালিনী হব সুৰেয়া আইদেউ। পিছে তাৰ জানো কাণ চুৱাই চাইছে?"

"চাইছোঁ।"

"কি কয় সি?"

"সিনো আৰু কব কি। প্ৰস্তাৱটো শুনি হাঁহি মাৰি মনে মনে আছে।"

"সিনো পিচে মনে মনে নেথাকি কৰিব কি? তাৰ নিচিনা পিতৃ মাতৃহাৰা গৃহহীন লৰা এটাই আপোনাৰ নিচিনা ধনী মানী গুণী মানুহৰ জোৱাই হোৱাতো যে তাৰ পক্ষে কিমান সৌভাগ্য আৰু গৌৰবৰ কথা সি বুজি নেপাইছে জানো?"

"দেখা যাওঁক খোদাই কি কৰে।"

ৰহমানৰ লগতে বিয়া পতাৰ সিদ্ধান্ত শুনি আনন্দৰ প্ৰতিচ্ছবি প্ৰতিবিম্বিত হৈ উঠে নব যৌৱনা বেগম সুৰেয়াৰ মুখ মণ্ডলত। তাইৰ ওষ্ঠ যুৰিত লাজুকী হাঁহি বিৰিঙি উঠে। আনন্দত আপ্লুত হৈ তাই তলমূৰ কৰে।

"যোৱা ঠিয়হৈ ইয়াত কি শুনি আছা? আনাৰক কৈ মৌলবী চাহাবৰ কাৰণে চাহ জলপান লৈ আহাগৈ।"

সুৰেয়াৰ মুখলৈ চাই বেগম আনোৱাৰাই আদেশৰ সুৰত কয়।
বেগম সুৰেয়াই তলমূৰ কৰি ড্ৰয়িং ৰুমৰ পৰা ওলাই যায়।
"বাৰু জোনাব। আপোনাৰ বোৱাৰীজনীৰ খবৰ কি?"
সৰকাৰৰ মুখলৈ চাই সোধে মৌলবী চাহাবে।
"এতিয়াও মাকৰ ঘৰতে আছে।'
উত্তৰ দিয়ে সৰকাৰে।
"তেনেহলে, তাইক এতিয়া কি কৰিম বুলি ভাবিছে?"
"তাই মাকৰ ঘৰতেই বুঢ়ী হৈ থাকক। মই কামালৰ বিয়া আনাৰৰ লগত পাতি দিম বুলি ঠিক কৰিছোঁ।"
সৰকাৰে কি কম কি নকম বুলি ভাবি থাকোতেই বেগম আনোৱাৰাই উত্তৰ দিয়ে।
"আপুনি জানেই নহয় মৌলবী চাহাব আমাৰ পিছ পৰা গাঁৱলীয়া মানুহৰ কথা। এওঁৰ বেমাৰৰ সময়ত বোৱাৰীজনী মাকৰ ঘৰলৈ গ'ল এওঁৰ বেমাৰৰ নাম বোৱাৰীৰ মুখত শুনি, মাক বাপেকে ভয়তে বোৱাৰীক ইয়ালৈ আহিব নিদিয়া হ'ল। এতিয়া এওঁৰ স্বাস্থ্যৰ যথেষ্ট উন্নতি হৈছে। খবৰ পঠালে অথবা কামাল নিজেই গলে, মোৰ বিশ্বাস বোৱাৰী নিশ্চয় ঘৰলৈ ঘূৰি আহিব। আপুনি বা ভাবে কি?"
মৌলবী চাহাবৰ মুখলৈ চাই সৰকাৰে কয়।
"এবা এইখন ঘৰলৈ মাক-বাপেকে তাইক পঠাই নিদি তেওঁলোকে তাইৰ কাৰণে কামালৰ নিচিনা ল'ৰা এটা ক'ত পাব?"
সৰকাৰক সমৰ্থন কৰি মৌলবী চাহাবে কয়।
"মোৰ মতে তাইক আৰু এইখন ঘৰলৈ মাতি অনা উচিত নহয়।"
মৌলবী চাহাবৰ মুখলৈ চাই আপত্তিৰ সুৰত বেগম আনোৱাৰাই কয়।
"কিয়?
মৌলবী চাহাবে প্ৰশ্ন কৰে।
"দেখক মৌলবী চাহাব! যি বোৱাৰীয়ে বিপদৰ সময়ত ঘৰৰ পৰা পলাই গৈ মাকৰ ঘৰত বহি থাকে, তেনেকুৱা বোৱাৰীক সম্পদৰ সময়ত মাতি আনি ঘৰত স্থান দিয়া উচিত হবনে?"
মৌলবী চাহাবে বেগম আনোৱাৰাৰ যুক্তি সংগত প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি সৰকাৰৰ মুখলৈ চায়।
"দেখা বেগম। বোৱাৰীৰ মাক বাপেক হল অশিক্ষিত গাওঁলীয়া

মানুহ। তেওঁলোকে ভুল কৰিলে বুলি তুমিও ভুল কৰিবা নেকি? আমি আকৌ এবাৰ বোৱাৰীক ঘৰলৈ অনাৰ চেষ্টা কৰি চাম। বোৱাৰী আহিলে ভাল আৰু যদি তাই নাহে তেতিয়া সমাজে আমাক দোষাৰোপ কৰিব নোৱাৰিব। কি কয় মৌলবী চাহাব?"

মৌলবী চাহাবৰ সমৰ্থন বিচাৰি সৰকাৰে কয়।

"এৰা বেগম চাহেবা। জোনাবে ঠিকেই কৈছে। বোৱাৰী ঘৰলৈ ঘূৰি আহক বা নাহক এবাৰ চেষ্টা কৰি চোৱা উচিত হব।"

সৰকাৰৰ অন্তৰত নিহিত মনৰ কথা নুবুজাকৈয়ে মৌলবী চাহাবে সৰকাৰক সমৰ্থন কৰে।

এনেতে আনাৱে তিনিওজনৰ কাৰণে চাহ জলপান ট্ৰে এখনৰ ওপৰত সজাই আনি ড্ৰয়িং ৰুমৰ টেবুলৰ ওপৰত ৰাখে। "লওক জোনাব! চাহ একাপ খাই লওঁক" বুলি কৈ সৰকাৰে চাহ একাপ মৌলবী চাহেবৰ ফালে আগবঢ়াই দিয়ে।

লাহে লাহে বেলি পৰি আহে। মৌলবী কাচেম আলি চাহ জলপান খাই উঠি সৰকাৰক ধন্যবাদ জনায় তাৰ পিছত বেগম আনোৱাৰাৰ শুভ কামনা কৰি বিদায় গ্ৰহণ কৰে।

কালুমিয়াই গৰু আনিবলৈ পথাৰলৈ যায়। কামালে বিললৈ যায়। নৱ যৌৱনা বেগম সুৰেয়াই মনৰ আনন্দত সুঠাম সুশ্ৰী ৰহমানৰ বাহু বন্ধনত জীৱন যাপন কৰাৰ কল্পনাত নিমজ্জিত হয়। ৰহমানৰ প্ৰেমিকা আনাৱৰ মনত বিষাদৰ ছায়া পৰে।

দিনমণিয়ে বিদায় লয়। মেঘে সুনীল আকাশ আবৰি পেলায়। ক্ষন্তেক পিচতে জিপ্ জিপ্ শব্দ কৰি বৰষুণ পৰে। এনেতে কামালে মাছ লৈ বিলৰ পৰা ঘূৰি আহে। কালুমিয়াই পথাৰৰ পৰা গৰুবোৰ আনি গোহালিত বান্ধে। তাৰ পিছত হাত ভৰি ধুই আহি তেওঁ বাৰাণ্ডাত বহে। ক্ষন্তেক পিছতে আনাৱে কালুমিয়া আৰু কামালক বাৰাণ্ডাত চাহ জলপান আনি দিয়ে।

তাৰ পিছত আনাৱে গাখীৰ এগিলাচ্ হাতত লৈ গৈ ৰহমানৰ কোঠালীত প্ৰৱেশ কৰে। সেই সময়ত ৰহমানে মন মাৰি বিছনাৰ ওপৰত বহি থাকে।

"কি হ'ল তোমাৰ! মনমাৰি বহি আছা দেখোন। আজি আকৌ তোমাৰ জ্বৰ উঠিল নেকি?"

ৰহমানে মনমাৰি বহি থকা দেখি, ৰহমানৰ মুখলৈ চাই আনাৰে প্ৰশ্ন কৰে।

"জ্বৰ উঠা নাই।"

উত্তৰ দিয়ে ৰহমানে।

"তেনেহলে মনমাৰি বহি আছা কিয় ?"

"মনটো ভাল লগা নাই।"

"পীল এটা খালানে ?"

"খোৱা নাই।"

"কিয় ?"

"পীলনো আৰু কিমান খাম। পীল খাওঁতে খাওঁতে মুখখনটো ভিঙিলৈ তিতা হলেই তদুপৰি আজি কালি কাণ দুখনেও ভম্ ভম্ শব্দ কৰা হল।"

"বেমাৰ ভাল নহলে পীল খাবই লাগিব। ই মোৰ কথা নহয়, ই ডাক্তৰ বাবুৰ কথা। লোৱা মুখখন মেলা" বুলি কৈ আনাৰে বিছনাৰ কাষত ৰাখি থোৱা পীল এটা হাতত তুলি লয়। ৰহমানে মেলো নেমেলোকৈ মুখখন আ কৰি মেলি দিয়ে। আনাৰে পীলটো ৰহমানৰ মুখত সুমাই দি, ওচৰতে থকা গিলাচটোৰ পৰা মুখত পানী এঢোক ঢালি দিয়ে।

"গোটেই মুখখন মোৰ তিতা হৈ গল" মুখখন বেকেটা বেকেট কৰি ৰহমানে কয়।

"ধৰা এতিয়া এই গাখীৰখিনি খাই লোৱা। তেতিয়াহে তোমাৰ মুখখন ভাল লাগিব" বুলি কৈ আনাৰে গাখীৰৰ গিলাচটো ৰহমানৰ হাতত তুলি দিয়ে।

ৰহমানে গাখীৰ গিলাচ গলাধঃকৰণ কৰি বিছনাত শুই পৰে। আনাৰে বিচনী এখন হাতত লৈ ৰহমানৰ ওপৰত বায়ু সঞ্চালন কৰি কৰি ৰহমানৰ মুখলৈ চাই সোধে, "কোৱাচোন এতিয়া কি ভাবি ভাবি মনমাৰি বহি আছিলা তুমি ?"

"মূৰ্খ চৈয়দৰ কথা ভাবি ভাবি মনটো অকণো ভাল লগা নাই।"

"সি নিশা অকলে পথাৰত ধান ৰখি আৰু ওৰে দিনটো পানীত নামি মৰাপাট কাটি কাটি তাৰ ভাল লগা নাছিল। সেই কাৰণে সি পলাই গ'ল। তাতে তুমি তাৰ কথা ভাবিব লগীয়া হ'ল কিয় ?"

"সি পলাই গ'ল যদিহে তাৰ সৌভাগ্যৰ কথা আৰু সু বুদ্ধিৰ

পৰিচায়ক। পিচে—" বুলি কৈ ৰহমানে অন্য মনস্ক হৈ ওপৰলৈ চায়।

"পিচে আৰু কি?"

"এতিয়া নকওঁ। সময়ত জানিবা নহয়।"

"তোমাৰ পাক লগা কথাবোৰ মই বুজিব নোৱাৰো। কোৱাচোন চৈয়দৰ কি হব পাৰে বুলি তুমি ভাবি আছা।"

"এতিয়া নকওঁ।"

"কোৱাচোঁন। এতিয়া নকলে দিনভৰ মনটো খুদ খুদুৰনী লাগি থাকিব।"

"জোৰ নকৰিবা। এতিয়া নকওঁ। সময়ত তোমাৰ আগত নকৈনো কাৰ আগত কম।"

"কি যে পেট পচা মানুহ তুমি। এতিয়াই কোৱাচোঁন" বুলি কৈ আনাৰে ৰহমানৰ বাহু দুখনত ধৰি জোকাৰি দিয়ে। সেই সময়ত বেগম সুৰেয়াই আহি ৰহমানৰ কোঠালীত প্ৰবেশ কৰে। আনাৰে তেনে অৱস্থাত সুৰেয়াক দেখি চমকি উঠে। তাই ৰহমানৰ বাহুৰ পৰা হাত দুখন আঁতৰাই আনি বিছনাৰ কাষত থিয় হয়।

পৰিস্থিতিৰ গুৰুত্ব উপলব্ধি কৰি বুধিয়ক ৰহমানে সুৰেয়াৰ মুখলৈ চাই সোধে— "ৰাণী তোমাৰ খবৰ কি? কোনো দিনে মোৰ কোঠালীলৈ নহা মানুহজনী দেখোন আজি আহিলা।"

"কোন তোমাৰ ৰাণী? মই নে আনাৰ?" আনাৰে তোমাৰ গাত ধৰি প্ৰেম কৰে, আবদাৰ কৰে— মই আৰু তোমাৰ ৰাণী হলো কেনেকৈ?"

অভিমানৰ সুৰত প্ৰশ্নবোধক উত্তৰ দিয়ে সুৰেয়াই।

"মোৰ ৰাণী তুমি নে আনাৰ। মই নেজানো। পিছে তোমাৰ নাম বেগম সুৰেয়া যদিও তোমাৰ মা বাবাই তোমাক ৰাণী বুলি নেমাতে জানো।"

"মাতে।"

"সেই কাৰণেহে ময়ো তোমাক ৰাণী বুলি মাতিছোঁ। তাতে তুমি বেচেৰী আনাৰক জুকিয়াই লৈ অভিমান কৰাৰ কাৰণ কি? আজি ওৰে দিনটো মই ডিঙিৰ বিষত পৰি আছোঁ। নিৰুপায়ত পৰি ডিঙিটো টিপি দিবলৈ আনাৰক মাতি আনিছোঁ। আনাৰে মোৰ ডিঙি টিপি দিয়া দেখি, মিছাতেই তুমি অভিমান কৰিছা।"

"সঁচাকৈয়ে তোমাৰ ডিঙিটো বিষাই আছে নেকি?"

"মোৰ কথা বিশ্বাস নকৰা যদি তুমি আনাৰক সোধা।"

আনাৰৰ মুখলৈ চাই সুৰেয়াই তলমূৰ কৰে। ৰহমানৰ ফাঁকি কথা শুনি আনাৰত হাঁহি উঠে। হাঁহি সম্বৰণ কৰিব নোৱাৰি তাই, কোঠালীৰ পৰা ওলাই যায়।

সুৰেয়াই তলমূৰ কৰি সোঁহাতৰ বুঢ়া আৰু প্ৰথমা আঙুলিৰে, বাওঁহাতৰ প্ৰথমা আঙুলিটো মোহাৰি মোহাৰি, মিচিকিয়া হাঁহি ওঠত লৈ ৰহমানৰ ফালে কেৰাহীকৈ চাই সোধে—"আজি এটা কথা তুমি শুনিছানে?"

"কি কথা?"

সুৰেয়াৰ মুখলৈ চাই ৰহমানে প্ৰশ্ন কৰে।

"আনাৰে কোৱা নাই জানোঁ তোমাক?"

সোঁভৰিৰ বুঢ়া আঙুলিটো মাটিত ঘহি ঘহি তলমূৰ কৰি সুৰে-য়াই প্ৰশ্ন কৰে।

"কোনো কথা কোৱা নাইতো আনাৰে। তুমিয়েই কোৱাচোন কি কথা শুনিছা।"

সোঁ ভৰিৰ বুঢ়া আঙুলিটো মাটিত ঘহি ঘহি সুৰেয়াই কিবা ভাবে।

"কি ভাবিছা নোকোৱা কিয়?"

পুনৰ ৰহমানে প্ৰশ্ন কৰে।

"লাজ লাগে।"

তলমূৰ কৰিয়েই উত্তৰ দিয়ে সুৰেয়াই।

"লাজ লাগে?"

"কোৱাহেঁান কি এনে লাজ লগা ঘটনা আজি ঘটিছে।"

"কোনো তেনে ঘটনা ঘটা নাই।"

"তেনেহলে—"

"বিয়া" বুলি কৈ সুৰেয়াই লাজতে পিচ মুখ কৰে।

"তোমাৰ বিয়া? বৰ ভাল কথা। বৰ ভাল কথা।"

"কি এনে ভাল কথা হ'লহে ৰহমান" বুলি প্ৰশ্ন কৰি কামালে ৰহমানৰ কোঠালীত আহি প্ৰৱেশ কৰে।

"সুৰেয়াৰ বিয়া হেনো ককাইদেউ।"

"হয় নেকি? কোনে কলে তোমাক?"

"সুৰেয়াই।"

কামাল আহি ৰহমানৰ কোঠালীত প্ৰৱেশ কৰাৰ লগে লগে সুবেয়াটৈ কোঠালীৰ পৰা ওলাই যায়।

"বাৰু ৰহমান এটা কথা শুনিছানে আজি ?"

ৰহমানৰ মুখলৈ চাই কামালে প্ৰশ্ন কৰে।

"কি কথা ককাইদেও ?"

"চৈয়দ হেনো আজি পলাই গল।"

"শুনিছো ককাইদেওঁ।"

"সি পলাই গ'ল বুলি কোনে কলে তোমাক ?"

"চাচাই।"

"কিয় সি পলাই গল জানানে তুমি ?"

"নেজানো।"

"ইমান বছৰ সি আমাৰ ঘৰত কাম কৰি থাকি তাৰ দৰ্মহাৰ ধনখিনি নোলোৱাকৈ পলাই যোৱাৰ কাৰণ কি ?"

"ময়ো সেই কথা ভাবি আচৰিত হৈছোঁ।'

"সিদিনা গাহৰিয়ে ধান খোৱা বুলি চাচাই তাক ধমক দিছিল। পলাই যাব লগা হলে, সিদিনাই সি পলাই যাব লাগিছিল। ইমান দিন পিচত ধমক দিয়াৰ কাৰণে সি পলাই যোৱা বুলি বিশ্বাস কৰিবলৈ টান পাইছো। কি কোৱা তুমি ?"

"মোৰো সন্দেহ হৈছে ককাইদেও।"

"নিশা সি অকলে ধান ৰখি থাকোতে তাৰ কিবা অঘটন ঘটিল নেকি ?"

"এৰা ককাইদেউ তাৰ যে কি হ'ল কোনো এজনে গৈ তাৰ খবৰ লোৱাও নহল।"

"ঠিকেই কৈছা তুমি। মানুহে কথাটো শুনিলে, আমাক কি কব। যদি বেচেৰাই কৰবাত বিপদ গ্ৰস্ত হৈ পৰি আছে, সি বা আমাৰ ওপৰত কি ধাৰণা কৰিছে ?"

নীৰৱে থাকে ৰহমান। কামালে তলমূৰ কৰি কিবা ভাবে। সেই সময়তে আনাৰ আহি কোঠালীত প্ৰৱেশ কৰে। তাই কামালৰ ফালে চাই কয় "ককাইদেউ! ভাত সাজি আনি মজিয়াত ৰাখিছো। সোনকালে ভাত খাবলৈ আহক। ৰহমান তুমিও আহা" বুলি কৈ কোঠালীৰ পৰা ওলায় যায় আনাৰে।

মজিয়াত ভাত খাবলৈ বহেগৈ সৰকাৰ, কামাল, কালুমিয়া আৰু

ৰহমানে। সৰকাৰে ভাতৰ পাতত বহি কামালৰ ফালে চাই কয় "বোপা কামাল! আজি মোৰ মনত বৰ দুখ। ওৰে দিনটো ঘৰখনৰ কথা ভাবি ভাবি মনত শান্তি লভিব পৰা নাই।

ঘৰখনৰ আটাইবোৰ মানুহৰ মঙ্গল কামনা কৰি পুৱা গধূলি মই খোদাৰ ওচৰত প্ৰাৰ্থনা জনাওঁ। গৰীব দুখীয়া মানুহক সাধ্যানুসাৰে সহায় কৰোঁ। ধৰ্মানুষ্ঠানবোৰত মুক্ত হস্তে বৰঙণি যোগাওঁ। তথাপিতো এটাৰ পিচত এটা ঘৰখনত অমঙ্গল ঘটিয়েই আছে।

দেখিছাই নহয়, তোমাৰ বাবাজান কিমান পৰোপকাৰী আৰু ধাৰ্মিক মানুহ আছিল। ভাত খাই থাকোঁতে হঠাতে কি হ'ল যে তেওঁৰ গমেই নাপালোঁ। আমাক এৰি থৈ তেওঁ বেহেস্তলৈ গ'ল। তেওঁক সেৱা শুশ্ৰূষা আৰু চিকিৎসা কৰাৰো আমি অকণো সুবিধা নেপালোঁ। সেই দুখ আজিও মোৰ অন্তৰত লাগি আছে।

ইপিনে তোমাৰ মাজান এজনী স্বাস্থ্যৱতী আৰু ধুনীয়া মহিলা আছিল। তেওঁ কনো ক'ৰ পৰা দুৰাৰোগ্য যক্ষ্মাৰোগে পালে। আচৰিত কথা। মানুহৰ বোৱাৰী মাক-বাপেকৰ ঘৰলৈ যায় আকৌ ঘূৰি আহে। কিন্তু আমাৰ বোৱাৰী মাক বাপেকৰ ঘৰলৈ গৈ ঘূৰি নহা হ'ল। মানুহে বোৱাৰীৰ খবৰ সুধিলে মই লাজ পাওঁ। মনত দুখ লাগে।

' এইবোৰ কথা ভাবি চিন্তি সদায় মনত এটা অশান্তি লাগি থাকে। এনেকুৱা অৱস্থাত চৈয়দে আৰু কৰিলে কি? ইমান বছৰ সি আমাৰ ঘৰত আপোন মানুহৰ দৰে কাম কাজ কৰি থাকি, হঠাতে সি পলাই গ'ল। বৰ আচৰিত কথা। নিজকে মই বিশ্বাস কৰিব পৰা নাই। এই ঘৰখনৰ ওপৰত খোদাৰ যে কি কু দৃষ্টি পৰিছে" বুলি কৈ সৰকাৰে তলমূৰ কৰে। ৰহমানে সৰকাৰৰ মুখৰ ওপৰত কেৰাহীকৈ কোপ দৃষ্টি নিক্ষেপ কৰে। কামালে নিৰবে শুনি থাকে।

ক্ষন্তেক নিৰৱে থাকি সৰকাৰে পুনৰ কয়, "মৰাই মৰি গ'ল। পলোৱাই পলাই গ'ল। সেইবোৰত আমাৰ হাত নাই। পিছে আমাৰ ঘৰৰ লক্ষ্মী বোৱাৰীক জানো আমি ঘৰলৈ ঘূৰাই আনিব নোৱাৰিম। নিশ্চয় পাৰিম। কি কয় জোনাব আপুনি?"

কালুমিয়াৰ সমৰ্থন বিচাৰি সৰকাৰে কয়।

কালুমিয়াই কামালৰ মুখলৈ চাই নিৰৱে থাকে।

"চাচা সেই মানুহজনীৰ কথা আৰু মোৰ আগত নুলিয়াব। তাইক মই মাকৰ ঘৰৰ পৰা আনিবলৈকো নেযাওঁ আৰু তাই স্ব ইচ্ছাই

আহিলেও মই তাইক মোৰ ঘৰত প্ৰৱেশ কৰিবলৈ নিদিওঁ। মনত ৰাখিব ই মোৰ দৃঢ় সংকল্প।"

"কিন্তু ঘৰখনৰ কথা তুমি ভাবি চাইছানে? বোৱাৰীক নানিলে ঘৰখন কেনেকৈ চলিব?"

সৰকাৰে পুনৰ প্ৰশ্ন কৰে।

"ঘৰখনৰ কথা চিন্তা কৰে যদি আপুনি সোনকালে বিকল্প ব্যৱস্থা কৰক।"

কামালে উত্তৰ দিয়ে।

"বাৰু ঠিক আছে। কি কৰিব পাৰো চাওঁ। পিচে আনাৰজনীৰ কষ্ট দেখি আৰু তোমাৰ কথা চিন্তা কৰিহে বোৱাৰীক মাকৰ ঘৰৰ পৰা মাতি অনাৰ কথা তোমাক কৈছোঁ।"

কামালে কোনো প্ৰত্যুত্তৰ নকৰি তলমূৰ কৰি ভাত খাই মজিয়াৰ পৰা উঠি যায়। সৰকাৰে বিষণ্ণ মনে তলমূৰ কৰি ভাত খাই থাকে।

॥ কাৰ মৰাশৰ জঁকা ॥

লাহে লাহে বাৰিষাৰ বোকা পানীৰ দিনবোৰ ধৰণীৰ পৰা আঁতৰি যায়। কাতি মাহ। বতৰ ফৰকাল। সৰিয়হ খেতিৰ কাৰণে কামাল, কালুমিয়া আৰু ৰহমানে বিলৰ পাৰত হাল বায়। এদিনাখন তেওঁ-লোক হালবাই থাকোঁতে কামালৰ নাঙলত লাগি মেটেকাৰ তলৰ পৰা মৰা মানুহৰ হাড়ৰ জঁকা এটা ওলাই পৰিল।

মাংসহীন হাড়ৰ জঁকা। জঁকটোৰ ওপৰৰ পৰা মোটকাবোৰ কামালে আতৰাই দিয়ে। পচা-পচা ভীষণ দুৰ্গন্ধৰ সৃষ্টি হয়। জঁকা-টোৰ গাত কলা হাফ চাৰ্ট এটা আৰু কলা লুঙি এখন। কাপোৰ-বোৰো পচা। হাতদিলে হাততে আউলি হৈ যায়। মূৰৰ লাউ খোলা-টোৰ কপালত এক ইঞ্চি মান বেৰৰ দুটা ফুটা আৰু ঠিক পিচ ফালেও দেড় ইঞ্চি মান বেৰৰ দুটা ফুটা।

ঘোৰ অৰণ্যৰ মাজত অৱস্থিত বিলৰ পাৰত মোটকাৰ তলৰ পৰা মৰা মানুহৰ হাড়ৰ জোকাটো ওলোৱা দেখি তেওঁলোকে আচৰিত হ'ল। কামালে কালুমিয়াৰ মুখলৈ চাই কলে—"চাচা। চৈয়দ পলাই যোৱা নাই। এইটোৱে তাৰ মৰাশ।"

"কেনেকৈ জানিলা তুমি?"

কালুমিয়াই প্ৰশ্ন কৰে।

"চৈয়দে, নিশা ধান ৰখিবলৈ আহোঁতে সদায় ক'লা লুঙি আৰু ক'লা হাফ্ চাৰ্ট পিন্ধি আহে। মোৰ মতে এইটোৱে তাৰ মৰাশ। নহলে আপুনি ভাবি চাওঁকচোঁন কোন মানুহে ক'লা গোচাক পিন্ধি এই ঘোৰ অৰণ্যৰ মাজত আমাৰ খেতি পথাৰত মৰিবলৈ আহিব।"

"এৰা ঠিকেই কৈছা বোপাই। তোমাৰ চিনাক্ত মতে কথা সত্যই হব।" জুঁকাটো নিৰীক্ষণ কৰি, কামালক সমৰ্থন কৰি কালুমিয়াই কয়।

"কিন্তু এটা কথা চাচা। ই মৰিল কেনেকৈ?"

"মৰিব আৰু কেনেকৈ? গাহৰি খেদোঁতে, গাহৰিয়ে খুচি মাৰিলে।"

"গাহৰিয়ে খুচি মাৰিলে তাৰ লাওখোলাটোত ফুটা দুটা হ'ল কেনেকৈ?"

কালুমিয়াৰ মুখলৈ চাই ৰহমানে প্ৰশ্ন কৰে।

"গাহৰিৰ চোকা দাঁত লাগি তাৰ লাউখোলাটোত ফুটা দুটা হৈছে হবলা।"

"গাহৰিৰ দাঁত লাগি লাউখোলাটোৰ দুয়ো ফালে (আগ ফালে আৰু পিচ ফালে) এনেকৈ দুটা ফুটা হব পাৰে জানোঁ চাচা?"

কামালে প্ৰশ্ন কৰে।

"এৰা গাহৰিয়ে খুচি মাৰিলে মূৰৰ লাওখোলাটোত দুয়ো ফালে ফুটা হব কেনেকৈ? বাঘেহে মূৰত কামুৰি মাৰিলে হবলা।"

কালুমিয়াই কয়।

"মোৰ মতে চৈয়দক বাঘে খাইও মাৰা নাই। অথবা গাহৰিয়ে খুচিও মাৰা নাই।"

বিষণ্ণ মনে ৰহমানে কয়।

"তেনেহলে চৈয়দক মাৰিলে কোনে?"

প্ৰশ্ন কৰে কামালে।

নিৰৱে থাকে ৰহমান।

সেই দিনা আৰু তেওঁলোকৰ হালবোৱা নহল। তিনিওজনে ধৰাধৰি কৰি জুঁকাটো হালবোৱা ঠাইৰ পৰা তুলি নি হাবিৰ মাজত পেলাই দিলে। তাৰ পিচত তেওঁলোকে বিলত গা ধুই হাল মেলি দি ঘৰলৈ উভতিল।

দুপৰীয়া ভাত খাবলৈ বহোঁতে কালুমিয়াই সৰকাৰৰ মুখলৈ চাই কয়, "বুজিছে জোনাব! চৈয়দ পলাই যোৱা নাই। তাক বাঘে খাইহে মাৰিলে।"

"কেনেকৈ জানিলে আপুনি?"

সৰকাৰে প্ৰশ্ন কৰে।

"আজি বিলৰ পাৰত হাল বাওঁতে তাৰ হাড়ৰ জঁকাটো নাঙলত লাগি মেটেকাৰ তলৰ পৰা ওলাইছে।"

চৈয়দৰ মৰাশৰ হাড়ৰ জঁকাটো মেটেকাৰ তলৰ পৰা ওলোৱা খবৰটো শুনি সৰকাৰে চমকি উঠে। তেওঁৰ মুখ মণ্ডলত ভীতি ভাব পৰিলক্ষিত হয়। ৰহমানে তেওঁলৈ কেৰাহীকৈ চায়।

সৰকাৰে আড়চোক্ষে ইফালে সিফালে চাই নিজক সংযত কৰি লয়। তাৰ পিচত কালুমিয়াৰ মুখলৈ চাই সোধে, "সেইটোৱে যে চৈয়দৰ মৰাশৰ হাড়ৰ জঁকা আপুনি কেনেকৈ চিনিলে?"

"কামালে কৈছে চৈয়দে সদায় ক'লা পোচাক পিন্ধি ধান ৰখিবলৈ গৈছিল। জঁকাটোৰ গাতো কলা পোচাক আছে।"

"বাৰিষা কালত চৈয়দৰ নিচিনা ক'লা পোচাক পিন্ধা অইন কোনোবা মানুহোতো সেই ঠাইত পানীত পৰি মৰিব পাৰে।"

"এই ঘোৰ অৰণ্যৰ মাজত কৰ পৰা মানুহ আহি পানীত পৰি মৰিব। আৰু কেতিয়াবা কোনো মানুহ পানীত পৰি মৰিলেও নিশ্চয় আমি খবৰ পালোহেঁতেন। কি কোৱা কামাল।"

"হয় চাচা। নিশ্চয় ইকাণে সিকাণে আমি শুনিলোহেঁতেন।"

কালুমিয়াক সমৰ্থন কৰি কামালে কয়।

"মই তাৰ ভাব ভঙ্গী দেখি, সি পলাই যোৱা বুলিহে ভাবিছিলোঁ। অৱশ্যে তাক বাঘে খাইও মাৰিব পাৰে। পিচে তাৰ জঁকাটো আৰু কানি কাপোৰবোৰ কি হল?"

কালুমিয়াৰ মুখলৈ চাই সৰকাৰে সোধে।

"আমি সকলোখিনি আমাৰ মাটিৰ চৌহদৰ পৰা তুলি নি হাবিৰ মাজত পেলাই থৈ আহিছোঁ।"

"ভালেই কৰিছে।"

"পিচে জোনাব। চৈয়দক বাঘে খাই মাৰা বুলি পুলিচক জনাই থোৱা উচিত হব নেকি?"

পুলিচৰ নাম শুনি সৰকাৰে চমকি উঠে। খন্তেক নিৰবে থাকি সৰকাৰে কয়, "চাৰি মাহ পিচত কি বুলি জনাব পুলিচক? পলাই যোৱা বুলি নে, বাঘে খাই মাৰা বুলি?"

"যি বুলি ভাল দেখে আপুনি সেই বুলিয়েই পুলিচক জনাব লাগিব।"

"দেখক জোনাব! ঘটনাৰ চাৰি মাহ পিচত পুলিচক আপুনি যি বুলিয়েই জনাওঁক, পুলিচ আহি নানা ধৰণৰ প্ৰশ্ন কৰি আমাক জুলুম হে কৰিব। সেই কাৰণে যথা সময়ত পুলিচক জনোৱা নহল যেতিয়া, আমি এতিয়া মনে মনে থকাই ভাল।"

"যদি কেতিয়াবা কোনো মানুহে তাক বিচাৰি আহে?"

"আপোনালোকে সি পলাই যোৱা বুলি কব। কাৰণ তাক বাঘেই খাই মাৰিলেনে, গাহৰিয়ে খুচি মাৰিলে হাড়ৰ জুঁকা এটা দেখি তাক সঠিককৈ কব পাৰিব জানোঁ?"

"কেনেকৈ কম।"

"তেনেহলে সি পলাই যোৱা বুলি কোৱাই ভাল নহব জানোঁ?"

"ঠিকেই কৈছে আপুনি" বুলি কৈ হোজা কালুমিয়াই ভোজনত মনোনিবেশ কৰে। ৰহমানে ভাত খাই উঠি সৰকাৰৰ ফালে কেৰাহীকৈ চাই মজিয়াৰ পৰা উঠি যায়। ক্ষন্তেক পিচতে সৰকাৰ আৰু কালু-মিয়াই ভাত খাই উঠি বাৰাণ্ডাত গৈ বহে।

সেই সময়ত আকাশ মেঘাচ্ছন্ন। ৰিব্ ৰিব্কৈ পূব দিশৰপৰা বতাহ বৈ আছে। সেই বতাহত মেঘাশ্ৰুবোৰে উটি আহি কিন্ কিন্ শব্দ কৰি পৃথিবীত পৰিব লাগিছে। শীতল প্ৰবাহৰ সৃষ্টি হৈছে ধৰণীত।

সৰকাৰে বিড়ি এটা জ্বলাই লৈ কালুমিয়াৰ মুখলৈ চাই কয়, "বুজিছে জোনাব। এই বেলি দেখিছো শীত সোনকালে পৰিব।"

"এৰা তেনেকুৱা যেনেই লাগিছে।"

সৰকাৰক সমৰ্থন কৰি কালুমিয়াই কয়।

"শীতৰ কথা মনত পৰিলে মোৰ বৰ ভয় লাগে জোনাব।"

"কিয়?"

"ডাক্তৰৰ মতে শীত পৰিলে বেগমৰ পুৰণি বেমাৰটোৱে উক দিব পাৰে।"

"সেইটোনো কেনেকৈ কব। খোদাইহে জানে।"

"কথাটো হওঁতে হয়। পিচে এটা কথা নহয়, বেগমৰ শৰীৰটো ভাল থাকোতেই বোৱাৰীজনীক ঘৰলৈ আনিব নোৱাৰিলে, খোদাই নকৰক বেগমৰ কিবা এটা হলে বোৱাৰীক ঘৰলৈ আনিব পৰা যাব জানোঁ?"

"এই সময়ত ৰোৱাৰী ঘৰলৈ নাহিলে বেগমৰ পুনৰ বেমাৰ হোৱা বুলি শুনিলে, তাই আৰু কেতিয়াও নাহে।"

"আপুনি এটা কাম কৰিব পাৰেনে ?"

"কি কাম ?"

"আপুনি আজি কালিৰ ভিতৰতে কামালক বুজাই এবাই বোৱাৰী-জনীক মাকৰ ঘৰৰপৰা আনিবলৈ পঠাই দিব লাগে।"

"সি জানো মোৰ কথা শুনিব ?"

"সি দেখোন আপোনাক পিতৃ স্বৰূপ সন্মান কৰে। কিয় নুশুনিব ?"

"ঠিক আছে। আজি এবাৰ তাক কৈ চাম' বুলি কৈ কালুমিয়াই বাৰাণ্ডাৰ পৰা উঠি যায়। সৰকাৰে উঠি গৈ তেওঁৰ শয়ন কক্ষত প্ৰৱেশ কৰে।

আবেলি কালুমিয়া কামাল আৰু ৰহমানে বাৰাণ্ডাত চাহ খাবলৈ বহে। আনাৰে তেওঁলোকক চাহ জলপান আনি পৰিবেশন কৰে। চাহ জলপান খাই খাই কালুমিয়াই জাহেৰা খাতুনক ঘৰলৈ মাতি অনা কথাটো কামালৰ আগত উত্থাপন কৰে। কামালে খংকৰি কালুমিয়াৰ মুখলৈ চাই কয় "চাচা! আপুনি মোৰ আপোন মানুহ। আপুনি মোৰ মনৰ কথা জানি শুনিও, কিয় জাহেৰাক পুনৰ ঘৰলৈ অনাৰ কথা কৈছে ?"

কালুমিয়াই কামালৰ কথা শুনি ঠট্ মট্ খাই তলমূৰ কৰে। তেওঁ ক্ষন্তেক নিৰবে থাকি পুনৰ কয় "খং নকৰিবি বোপাই। ই মোৰ কথা নহয়। জোনাবে কবলৈ কোৱাৰ কাৰণেহে এই কথা মই তোমাক কৈছোঁ।"

"বুজিছোঁ চাচা। সৰকাৰে কিয় জাহেৰাক ঘৰলৈ অনাত ইমান ব্যগ্ৰ হৈ উঠিছে, সেই কথাৰ মই গম পাওঁ। মই জীয়াই থাকোতে তেওঁৰ সেই আশা কোনো দিনে পূৰণ নহব। আপুনি এই কথা তেওঁক কৈ দিব।"

কালুমিয়াই কোনো প্ৰত্যুত্তৰ নকৰি তলমূৰ কৰি চাহ পান কৰে।

"এই চপনীয়াটো আহি আমাৰ ঘৰত আশ্ৰয় লোৱাৰ পিচৰে পৰা এই ঘৰখনত এটাৰ পিচত এটা অঘটন ঘটিব ধৰিছে। এতিয়া দেখিছোঁ সি মোৰো পিচত লাগিছে। এই দুৰন্তৰ চপনীয়াটোক ঘৰৰ পৰা খেদি দিব নোৱাৰিলে, মোৰ আশা পূৰণ হোৱাটো দূৰৰ কথা বিপদহে হব পাৰে" বুলি নিজকে নিজে কৈ কামালে বাৰাণ্ডাৰ পৰা উঠি যায়।

কামালৰ মুখাকৃতি দেখি আৰু কথা শুনি কালুমিয়াই ভয় পায়। কামালৰ কথা শুনি ৰহমানৰ মুখত মিচিকিয়া হাঁহি বিৰিঙি উঠে।

।। পুনৰ ছায়ামূৰ্তিৰ আবিৰ্ভাৱ
সৰকাৰ আহত ।।

সেইদিনা দিনমণিয়ে মেঘৰ আঁৰত লুকাই থাকি পৃথিৱীৰ পৰা বিদায় গ্ৰহণ কৰিছে। পৃথিৱীৰ বুকুলৈ ঘোৰ অন্ধকাৰ নামি আহিছে। অকণি অকণি লাজুকী তৰাবোৰে লাজতে পৃথিৱীক দেখা দিয়া নাই। মেঘৰ আৰে আৰে বিজুলীয়ে তিৰবিৰাইছে। বিজুলীৰ তিৰবিৰণিৰ লগে লগে শত সহস্ৰ ঢোল মৃদঙ্গ আকাশত বাজি উঠিছে। পৃথিৱীত পৱণ আৰু বায়ু দেৱতাৰ আগমণ হৈছে। ধাৰাসাৰে বৰষুণ পৰিব ধৰিছে।

সৰকাৰে খাই বই উঠি হাতত বন্দুক আৰু টৰ্চ লাইটটো লৈ বাৰাণ্ডালৈ ওলাই আহে। সেই সময়ত ঘোৰ অন্ধকাৰ ভেদ কৰি জপ্ জপ্ শব্দ কৰি বৰষুণ পৰি থাকে। বিমঙগলীয়া আবতৰীয়া বৰষুণ সৰকাৰে মনতে ভাবে।

সৰকাৰে টৰ্চ লাইটৰ আলোক চৌহদৰ ভিতৰত নিক্ষেপ কৰি, চৌহদটো নিৰীক্ষণ কৰে। বাৰাণ্ডাৰ চুকত নেজ কোচাই ঠেং চাৰি-খনৰ মাজত মূৰটো সুমাই শুই থকা লেৰেলা কুকুৰটো তেওঁৰ চকুত পৰে।

কাকো ক'তো দেখা নেপাই তেওঁ বন্দুকটো বেৰত ঠিয় কৰি ৰাখে। তাৰ পিচত ইফালে সিফালে চাই তেওঁ সচৰাচৰ বহা টিনৰ চকি খনত বহে। হাতৰ টৰ্চ লাইটটো চকিখনৰ ওচৰতে মাটিত থয়।

ক্ষন্তেক নিৰৱে থাকি তেওঁ বিড়ি জ্বলায়। বিড়িটোত দীঘলীয়া হুপা এটা মৰি নাকে আৰু মুখেৰে ধোঁৱাবোৰ উলিয়াই দিয়ে। ধোঁৱা-বোৰে অকাই পকাই ঘূৰি ফুৰি অসীম অনন্তত মিলি যায়।

ঝিলিৰ ঝি ঝি, ভেকুলীৰ টোৰ টোৰনি, বৰষুণৰ জিপ্ জিপ আৰু বতাহৰ সোঁ সোৱনি সম্মিলিত শব্দৰ লগত হুৱা হুৱা কিয়া হুৱা শিয়ালৰ প্ৰশ্ন বোধক ৰাৱ বতাহত উটি আহি ধুমপান ৰত সৰকাৰৰ কাণত প্ৰতিধ্বনিত হয়।

শিয়ালৰ মাত শুনোতে দিনত নাঙলত লাগি ওলোৱা মৰা মানু-হৰ হাড়ৰ জঁকাটোৰ কথা তেওঁৰ মনত পৰে। তেওঁৰ ওঠত বিদ্ৰূপৰ

হঁাহি বিৰিঙি উঠে। নিমধ হাৰাম। চিনা নাছিলি মোক। অস্ফুট স্বৰে তেওঁৰ মুখত প্ৰতিধ্বনিত হয়।

জঁকাটোৰ কথা ভাবি থাকোঁতে, আনাৰৰ প্ৰেমাকাংক্ষী কামালৰ কথা তেওঁৰ মনত পৰে। তেওঁ লগে লগে উত্তেজিত হৈ উঠে। মূৰ্খ কামাল। তোৰ বিবাহিতা স্ত্ৰীক হলে নেলাগে তোক। লাগে তোক বেহেস্তৰ পৰীক। তয়ো মোক চিনি পোৱা নাই দেখিছোঁ। মৰিবৰ সময়ত তোৰ পাখী গজিব ধৰিছে।" অস্ফুট স্বৰে সৰকাৰৰ মুখত প্ৰতি-ধ্বনিত হয়।

নিশা লাহে লাহে গভীৰ হৈ আহে। ঝপ্ ঝপ্ শব্দ কৰি বৰষুণ পৰি থাকে। নিদ্ৰাদেৱী চিন্তান্বিত সৰকাৰৰ চকুত তন্দ্ৰাৰ সৃষ্টি কৰিলে। সৰকাৰে চকিখনৰ পিচ ফালে থকা বেতৰ মুঢ়াটো লগাই শুই পৰে।

সময়ৰ অবিৰাম গতি। নিশা বাৰ বাজে। হঠাতে বাৰাণ্ডাৰ চুকত শুই থকা সৰকাৰৰ প্ৰভু ভক্ত কুকুৰটোৱে ভেউ ভেউ শব্দ কৰি চিঞৰি উঠিল। সৰকাৰে কুকুৰটোৰ ভুক ভুকনি শুনি চক্‌মক্ খাই সাৰ পালে। সাৰ পাই তেওঁ ইফালে সিফালে চায়। দহ কি পোন্ধৰ ফুট মান দূৰৈত ক'লা কাপোৰ এখনেৰে আবৃত ছায়ামূৰ্তি এটা তেওঁৰ তন্দ্ৰাচ্ছন্ন হৈ থকা চকুত পৰিল। ছায়ামূৰ্তিটো দেখি তেওঁ আতঙ্কিত হয়। কোন তুমি বুলি কৈ খপ্ জপ্ কৰি সোঁহাতেৰে তেওঁ বন্দুকটো তুলি লওঁতে, স্বচ্ছ, সুতীক্ষ্ণ ডেগাৰ এখন তেওঁৰ সোঁবাহুৰ মাংস পেশী ভেদ্ কৰি গৈ বেৰত লাগিল।

তেওঁৰ হাতৰ পৰা বন্দুকটো উফৰি গৈ চোতালত পৰিল। নিমি-ষতে ছায়ামূৰ্তি অন্তৰ্দ্ধান হ'ল। সৰকাৰে বাওঁ হাতেৰে তেওঁৰ সোঁ-হাতৰ ক্ষত স্থানটো চেপি ধৰি আতঙ্কিত কণ্ঠে বেগম আনোৱাৰাক মাতিলে। তেজেৰে সৰকাৰৰ পোছাক পৰিচ্ছদ ৰঞ্জিত হয়। কি হ'ল তোমাৰ বুলি প্ৰশ্ন কৰি বেগম আনোৱাৰাই হাতত লেম্প এটা লৈ ঘৰৰ পৰা ওলাই আহে। সৰকাৰৰ গাত তেজ দেখি তেওঁ কলু মিয়া, কমাল আৰু ৰহমানক উচ্চ স্বৰে মাতে। সৰকাৰে বাওঁ হাতেৰে তেওঁৰ ক্ষত স্থানটো চেপি ধৰি তাৰ যন্ত্ৰণাত বাৰাণ্ডাত চট্ ফট্ কৰি ঘূৰি ফুৰে। বেগম আনোৱাৰাই ততাতৈয়াকৈ সৰকাৰৰ ক্ষত স্থানটো কাপোৰ এখনেৰে বান্ধি দিয়ে।

ইতিমধ্যে কালু মিয়া, কামাল, ৰহমান, আনাৰ আৰু বেগম

সুবেৰা আহি ৰাৰাণ্ডাত উপস্থিত হয়। সৰকাৰৰ মুখত ঘটনাৰ কথা শুনি সকলোৱে আচৰিত হৈ সৰকাৰৰ মুখলৈ চাই থাকে। সৰকাৰে বেৰত লাগি থকা ডেগাৰখন কালুমিয়াক দেখুৱাই দিয়ে। কামালে ডেগাৰখন বেৰৰপৰা টান মাৰি উলিয়াই আনে। তাৰ পিচত সি ডেগাৰ খন ওলট্ পালট্ কৰি চাই কালুমিয়াক কয় "চাচা। এইখন দেখোন চৈয়দৰ ডেগাৰ।"

"চৈয়দৰ ডেগাৰ ?"

আচৰিত হৈ ডেগাৰখনৰ ফালে চাই কালুমিয়াই প্ৰশ্ন কৰে।

"এৰা চাওঁক। এই নালটোত তাৰ "চৈয়দ" বুলি নাম লিখা আছে।" এই বুলি কৈ কামালে ডেগাৰৰ নালটো কালুমিয়াক দেখুৱায়।

"চৈয়দ তেনেহলে মৰা নাই।"

ডেগাৰখনৰ নালটোৰ ফালে চাই কালুমিয়াই কয়।

"চৈয়দ মৰিছে যদি কোনে আহি তাৰ ডেগাৰখন চাচাৰ গালৈ মাৰিব।"

প্ৰশ্নবোধক সুৰত কামালে কয়।

"তেনেহলে হালবাওঁতে মেটেকাৰ তলৰপৰা ওলোৱা হাড়ৰ জঁকাটো কাৰ ?"

"আমি গম নোপোৱা অৱস্থাত বাৰিষা অইন কোনো মানুহ পানীত পৰি তাত মৰিবও পাৰে।"

সৰকাৰে কোনো মন্তব্য নকৰি এবাৰ কামালৰ মুখলৈ চায়। তাৰ পিচত তেওঁ ডেগাৰখনৰ ফালে চাই তলমূৰ কৰে। সৰকাৰৰ চকুৰ চাৱনি দেখি ৰহমানৰ মুখত কোনেও নেদেখাকৈ এটা মিচিকিয়া হাঁহি বিৰিঙি উঠে।

"তেনেহলে চৈয়দে ক'ৰবাত লুকাই থাকি এনেবোৰ ঘটনা কৰিছে নেকি ?"

কামালৰ মুখলৈ চাই ভীতি বিহ্বলা আনোৱাৰাই সোধে ?

"কৰিবও পাৰে মা।"

উত্তৰ দিয়ে কামালে।

"তেনেহলে তোমালোকে চৌহদৰ ভিতৰটো এবাৰ তন্ন তন্ন কৰি চাই লোৱাই ভাল হব।"

"ঠিকেই কৈছে, বেগম চাহেবাই। বলাচোঁন আটাইয়ে মিলি চৌহদৰ ভিতৰটো এবাৰ ভালকৈ চাই আহোঁগৈ" বুলি কৈ কালুমিয়াই হাতত

টৰ্চ লাইট এটা আৰু দা এখন লৈ আগবাঢ়ে। হাতত দা আৰু টৰ্চ লাইট লৈ কামাল আৰু ৰহমানে তেওঁৰ পিচে পিচে যায়। ই ভূতৰ (প্ৰেতাত্মাৰ) কামনে কোনোবা দুষ্ট মানুহৰ কাম ?

সৰকাৰে টিনৰ চকিখনত বহি তলমূৰ কৰি ভাবে। ভূতে মানুহক সপোনত ভয় দেখুৱায় আৰু ঘৰত নানা ধৰণৰ অত্যাচাৰ কৰাৰ কাহিনী শুনিছোঁ, কিন্তু ভূতে কোনো মানুহক ডেগাৰ মৰা কাহিনীটো কাহানিও শুনা নাই।

মানুহৰ লগত লৌহৰ অস্ত্ৰ থাকিলে ভূতে হেনো কাহানিও কাষো ওচৰ নেচাপে। তেনেস্থলত মোৰ লগত লৌহৰ মাৰাত্মক অস্ত্ৰ বন্দুক থাকোঁতে ভূতে নিজে লৌহ অস্ত্ৰ ডেগাৰ লৈ আহি মোক আক্ৰমণ কৰিব পাৰে জানো ?

অসম্ভৱ।

বিশ্বাস নহয়।

মোৰ জানো ইয়াত কোনোবা শত্ৰু আছে। ভাবোঁতে ভাবোঁতে তেওঁৰ কামালৰ কথা মনত পৰি উত্তেজিত হৈ উঠে। মূৰ্খ কামাল। তই মোক নিধন কৰি আনাৰক বিয়া কৰাব খুজিছ নেকি ?

হবও পাৰে। কিন্তু সি চৈয়দৰ ডেগাৰখন পালে ক'ত ? সৰকাৰে মনতে ভাবে।

এনেতে কালুমিয়া কামাল আৰু ৰহমানে চৌহদৰ কেউফালে চাই-চিতি বাৰাণ্ডালৈ ঘূৰি আহে। কালুমিয়াই সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব! চৌহদৰ ভিতৰখন তন্ন তন্ন কৰি চাই আহিলোঁ। কাকো কতো দেখা নেপালোঁ।"

"গছবিলাকৰ ওপৰত টৰ্চৰ আলোক নিক্ষেপ কৰি চাই আহিছেনে ?"

কালুমিয়াৰ মুখলৈ চাই সৰকাৰে প্ৰশ্ন কৰে।

"চাই আহিছোঁ জোনাব।"

উত্তৰ দিয়ে কালুমিয়াই।

"গেটৰ তলাটো চাই আহিছেনে ?"

"চাই আহিছোঁ। তলাটো বন্ধ আছে।"

"কৰবাত মানুহৰ খোজ চকুত পৰিলনে ?"

"পৰা নাই।"

সৰকাৰে বিষাদ মনে কামালৰ মুখলৈ কেৰাহীকৈ চাই তলমূৰ কৰে।

"কতনো কাক দেখিব ? মানুহ হোৱা হলেহে ক'ৰবাত কোনোবা মানুহক দেখা পালেহেঁতেন।"

মন্তব্য কৰে বেগম আনোৱাৰাই।

"এৰা বৰ আচৰিত কথা। কম্পাউণ্ডৰ চাৰিও ফালে কটা তাঁৰৰ বেৰ। পদুলিত তলাবদ্ধ লৌহ দ্বাৰ। তদুপৰি কম্পাউণ্ডৰ চাৰিও ফালে দহফুট গভীৰ আৰু কুৰি ফুট বহলৰ গড় খাৱৈ থাকোঁতে কোনো মানুহে কম্পাউণ্ডৰ ভিতৰত প্ৰবেশ কৰিব পাৰে জানো ?"

বেগম আনোৱাৰাক সমৰ্থন কৰি কালুমিয়াই কয়।

"তেনেহলে এই ঘটনাটো হল কেনেকৈ ?"

কালুমিয়াৰ মুখলৈ চাই কামালে প্ৰশ্ন কৰে।

"মই একোৱেই বুজিব পৰা নাই বোপা।"

কালুমিয়াই উত্তৰ দিয়ে।

"এতিয়া আৰু এইবোৰ কথা ভাবি চিন্তি লাভ নাই।"

কয় বেগম আনোৱাৰাই।

"কিয় ?"

প্ৰশ্ন কৰে কামালে।

"এইবোৰ মানুহে কৰা কাম হলেহে তোমালোকে ভাবি চিন্তি কিবা এটা কৰিব পাৰিলাহেঁতেন। এইবোৰ হ'ল ভূতৰ কাম। ভূতক জানো মানুহে বিচাৰি পায় ?"

"ভূত ?"

বিস্ফোৰিত নেত্ৰে মাকৰ মুখলৈ চাই কামালে প্ৰশ্ন কৰে।

"এৰা ভূত। ভূতৰ কাম নহয় যদি এই ঘোৰ অৰণ্যৰ মাজত ৰবযুণৰ বতৰত নিশা বাৰ বজাত কোন মানুহে ক'ৰ পৰা আহি ডেগাৰ মাৰিব জোনাবক !"

"ভূতে জানো ক'ৰবাত কোনোবা মানুহক এনেকৈ ডেগাৰ মৰা শুনিছা মাজান ?"

"শুনিব লাগেনে ? ভূতে সকলো কাম কৰিব পাৰে। এই ঘৰখনত ভূতৰ উপদ্ৰৱ কিমান দিনৰপৰা চলি আহিছে সেইটো মইহে জানো। জোনাবক কলে জোনাবে কয় "বেগম সেইবোৰ মনত ভৰা কথা সপোনত দেখিছা।" এতিয়া জোনাবে দেখিলে নহয়। এদিন নহয়, দুদিন জোনাবৰ আগতে ভূত ওলাল। ভূতে এইবাৰ জোনাবৰ আগত ওলোৱাই নহয়, ভূতে জোনাবৰ গাত ডেগাৰ মাৰি গ'ল। খোদাইহে আজি

জোনাবক বচালে। ডেগাৰখন জোনাবৰ বাহুত নালাগি বুকুত লগা হলে, কি যে সর্বনাশ হলহেঁতেন আজি” বুলি কৈ বেগম আনোৱাৰাই সৰকাৰৰ মুখলৈ চায়। সৰকাৰে কোনো প্ৰত্যুত্তৰ নকৰি বিষণ্ণ মনে, তলমূৰ কৰি বহি থাকে।

“এইদৰে ভূতৰ উপদ্ৰৱ হলে এই ঘৰত ল'ৰা ছোৱালী লৈ বাস কৰা দেখিছোঁ মস্কিল হব।”

বেগম আনোৱাৰাৰ মুখলৈ চাই কালুমিয়াই হতাশাৰ সুৰত কয়।

কালুমিয়াৰ কথা শুনি বেগম সুৰেয়াই ভয়তে ইফালে সিফালে চাই মাকৰ কাষত থিয় হয়হি। সুৰেয়াৰ ভীতি ভাব দেখি আনাৱে মুখটিপি হাঁহে।

“জোনাব! আপুনি আকৌ ভয় কৰিব লগীয়া হ'ল কিয়?”

নিস্তব্ধতা ভঙ্গ কৰি কালুমিয়াৰ মুখলৈ চাই সৰকাৰে প্ৰশ্ন কৰে।

“দেখক জোনাব! আপুনি বন্দুক হাতত লৈ বহি থাকোঁতে ভূতে আহি আপোনাক ডেগাৰ মাৰিলে, আৰু মই মাউৰা ছোৱালী এজনীক বুকুত লৈ ভঙা জুপুৰি ঘৰ এটাত পৰি থাকো। আমাক যে ভূতে কি কৰিব নোৱাৰে, সেই কথাটো এবাৰ ভাবি চাইছেনে আপুনি?”

প্ৰতিবাদৰ সুৰত কালুমিয়াই উত্তৰ দিয়ে।

“ঠিকেই কৈছে জোনাব। ভূত খেদাৰ কিবা এটা উপায় অৱলম্বন নকৰিলে, এই ঘৰখনত আৰু মানুহ বাস কৰা মস্কিল হব।”

কালুমিয়াক সমৰ্থন কৰি বেগম আনোৱাৰাই কয়। সৰকাৰে কোনো প্ৰতিবাদ নকৰি তলমূৰ কৰি বহি থাকে।

ইতিমধ্যে দিনমনি আহি অৰুণাচলত উপস্থিত হয়। এন্ধাৰবোৰে পৃথিৱীৰ পৰা আঁতৰি যায়। চৰাইবোৰে আনন্দতে কুৰুলিয়াই আহাৰ বিচাৰি উৰি যায়। কাউৰী কেইজনীমানে উৰি আহি কা কা শব্দ কৰি সৰকাৰৰ চোতালত পৰে।

আনাৱে ঘৰ চোতাল সাৰে। কালুমিয়াই উঠি গৈ গাই খীৰায়। গৰুবোৰ গোহালিৰপৰা মুকলি কৰি দিয়ে। ৰহমানে গৰুবোৰৰ পিচে পিচে পথাৰলৈ যায়। আনাৱে হাত মুখ ধুই উঠি চাহ জলপান তৈয়াৰ কৰে। সৰকাৰৰ জ্বৰ উঠে। তেওঁ কোনো মতে চাহ জলপান খাই উঠি বিছনাত শুই পৰে। কালুমিয়াই চাহ জলপান খাই উঠি সৰকাৰৰ নিৰ্দ্দেশ ক্ৰমে হোজাইলৈ যায়।

তেওঁ হোজাই থানাত উপস্থিত হৈ যোৱা নিশা সংঘটিত ঘটনাৰ

আশু তদন্তৰ কামনা কৰি থানাৰ ভাৰ প্ৰাপ্ত বিষয়াৰ ওচৰত আবেদন জনায়। তাৰ পিচত তেওঁ চহৰৰ সুনাম ধন্য ডাক্তৰ তাৰিনী কুমাৰ বৰুৱাৰ ঘৰলৈ যায়। দহ বজাত তেওঁ ডাঃ তাৰিনী বৰুৱাক লগত লৈ ঘৰলৈ ঘুৰি আহে।

ডাঃ বৰুৱাই সৰকাৰৰ সোঁবাহুৰ ক্ষত স্থানটো চিলাই কৰি বেণ্ডেজ কৰি দিয়ে। বাওঁহাতত বেজি এটা দিয়ে। তাৰ পিছত তেওঁ বেগৰ পৰা বড়ি কেইটামান উলিয়ায়। বড়ি কেইটা কাগজ এটুকুৰাৰে মেৰিয়াই সৰকাৰৰ হাতত দি এটাকৈ দিনত তিনিবাৰ খাবলৈ উপদেশ দিয়ে।

আবেলি তিনি বজাত হোজাই থানাৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীসত্য সিন্ধু মুখাৰ্জী এ এচ্ আই মতিউৰ ৰহমান আৰু বিহাৰী চিপাহী দুজন আহি সৰকাৰৰ ঘৰত উপস্থিত হয়। মুখাৰ্জীয়ে ঘটনাস্থলী পৰিদৰ্শন কৰি, জব্দনামা এখন লিখি কামালৰ পৰা ভেগাৰখন জব্দ কৰে।

তাৰ পিছত তেওঁ সৰকাৰৰ আৰু তেওঁৰ ঘৰৰ আটাইবোৰ মানুহৰে জবান বন্দি লিখি লয়। সৰকাৰে তেওঁৰ জবান বন্দিত, ঘটনা সংক্ৰান্তত কোনো মানুহৰ ওপৰত দোষাৰোপ নকৰে।

"কামাল কালুমিয়া আৰু ৰহমানে ঘটনা সংক্ৰান্তত চৈয়দৰ ওপৰত সন্দেহ প্ৰকাশ কৰে। বেগম আনোৱাৰাই সৰকাৰক ভূতে আক্ৰমণ কৰা বুলি কয়।

"সৰকাৰক ভূতে আক্ৰমণ কৰা বুলি কেনেকৈ জানিলে আপুনি?"

বেগম আনোৱাৰাৰ মুখলৈ চাই মুখাৰ্জীয়ে প্ৰশ্ন কৰে।

"বুজিছে দাৰোগা চাহাব! চিৰাজৰ মৃত্যুৰ পিছত মাজে সময়ে নিশা ঘৰটোৰ ভিতৰত ভূত ওলায়। কেতিয়াবা কেতিয়াবা নিশা ঘৰৰ ভিতৰত ভূতে কন্দা শুনোঁ। জোনাবেও এইবাৰেই ভূত দেখা নহয়, ইয়াৰ আগতেও তেওঁ এবাৰ ভূত দেখিছিল। সেই কাৰণেহে জোনাবক ভূতে মৰা বুলি কৈছোঁ।

উত্তৰ দিয়ে বেগম আনোৱাৰাই।

"ভূতেনো চৈয়দৰ ভেগাৰখন পালে ক'ত?"

মিচিকিয়া হাঁহি মাৰি বেগম আনোৱাৰাৰ মুখলৈ চাই মুখাৰ্জীয়ে পুনৰ প্ৰশ্ন কৰে।

"চৈয়দে পলাই যাওঁতে সি তাৰ ভেগাৰখন ক'ৰবাত পেলাই থৈ গৈছিল নেকি ?"

"সৰকাৰৰ ওপৰত ভূতৰ ইমান আক্ৰোশ কিয় জানেনে আপুনি ?"

হঠাতে চিৰাজৰ মৃত্যুৰ সকৰুণ দৃশ্য বেগম আনোৱাৰাৰ মানস পটত প্ৰতিবিম্বিত হৈ উঠে। কি কওঁ কি নকওঁ বুলি তেওঁ চিন্তা কৰে।

"কি ভাবিছে। উত্তৰ নিদিলে যে ?"

"মইনো ভূতৰ মনৰ কথা কেনেকৈ জানিম চাহাব!"

"বাৰু ঠিক আছে। এতিয়া আপুনি কওকচোন চাহাব। চৈয়দক আপুনি সন্দেহ নকৰাৰ কাৰণ কি ?"

সৰকাৰৰ মুখলৈ চাই প্ৰশ্ন কৰে মুখাৰ্জীয়ে।

"দেখক চাহাব! চৈয়দ পথাৰৰ পৰা অন্তৰ্দ্ধান হোৱা চাৰি পাঁচ মাহ হ'ল। ইমান দিন সি নিৰাহাৰে হাবিৰ মাজত লুকাই থাকিব নোৱাৰে। কোনে জানে সি পলাই গলনে, তাক বাঘে খাই মাৰিলে। যদি সি পলাই গৈ ক'ৰবাত লুকাই আছে, তেনেহলে বাহিৰৰ পৰা আহি সি মোৰ এই সুৰক্ষিত চৌহদত প্ৰবেশ কৰিব নোৱাৰে। তদুপৰি সি মোৰ ঘৰত থাকোঁতেও এই ঠাইতে মই এবাৰ ছায়ামূৰ্তি এটা দেখিছিলো। সেই কাৰণেহে চৈয়দক সন্দেহ কৰিবলৈ মই টান পাইছো।"

গহীনাই উত্তৰ দিয়ে সৰকাৰে।

"আপুনি চৈয়দক সন্দেহ কৰক বা নকৰক, মোৰ মতে চৈয়দ মৰা নাই। সি ক'ৰবাত লুকাই থাকি, আপোনাৰ ওপৰত প্ৰতিশোধ লব বিচাৰিছে! আপুনি সাৱধানে থাকিব। অতি সোনকালে আপোনাৰ মানুহ লগাই ওচৰৰ গাওঁ বিলাকত আপুনি তাৰ খবৰ কৰক। তাৰ কিবা খবৰ পালে সোনকালে মোক জনাব। ময়ো মোৰ চিপাহী লগাই চৈয়দৰ খবৰ লম" বুলি কৈ মুখাৰ্জীয়ে তদন্তৰ সামৰণি মাৰে।

মুখাৰ্জীৰ মন্তব্য শুনি সৰকাৰৰ মুখত বিদ্ৰুপৰ হাঁহি বিৰিঙি উঠে। কিন্তু সৰকাৰৰ সেই বিদ্ৰুপৰ হাঁহি ৰহমানৰ চকুত ধৰা পৰে।

## ॥ ভূতৰ কাহিনী ॥

হোজাই অঞ্চলৰ প্ৰখ্যাত ধনী, মানী সমাজসেৱী পৰোপকাৰী আৰু ধৰ্ম পৰায়ণ মহম্মদ জয়নাল আবেদিন সৰকাৰে ছাঁয়া মূৰ্তি

এইটাৰ হাতত আহত হোৱা নাভুত নাশ্ৰুত চাঞ্চল্যকৰ লোমহৰ্ষক খবৰটো এদিনৰ ভিতৰতে দবকা, লংকা, নীলবাগান, হোজাই, যমুনামুখ আৰু নগাওঁ চহৰত বিয়পি পৰিল। খবৰটো শুনাৰ লগে লগে মানুহৰ মনত চাঞ্চল্যৰ সৃষ্টি হ'ল। দলে দলে মানুহ, সৰকাৰৰ ঘৰলৈ আহিব ধৰিলে।

পিচদিনাখন আবেলি পৰত সৰকাৰৰ গুণগ্ৰাহী মৌলবী কাচেম আলি, দবকা গাওঁৰ গাওঁবুঢ়া সোণৰাম শইকীয়া, প্ৰখ্যাত ব্যৱসায়ী কুন্দসমল জৈন, নীলবাগান নিবাসী হাজি খালেমুদ্দিন চাহাব, হোজাই চহৰৰ প্ৰখ্যাত ধনী তচব আলি সৰকাৰ, যালেমুদ্দিন বেপাৰী, যমুনামুখৰ বীৰেণ মেধি আৰু কালি ৰাম গাওঁবুঢ়াকে আদি কৰি বহুতো গণ্য মান্য মানুহ আহি সৰকাৰৰ ঘৰত উপস্থিত হ'ল।

সৰকাৰ আৰু বেগম আনোৱাৰাই আগন্তুক সকলক সৰকাৰৰ ঘৰত সংঘটিত নাভুত নাশ্ৰুত ঘটনাৰ চাঞ্চল্যকৰ কাহিনী শুনালে। ঘটনাৰ কাহিনী শুনি সকলোৱে আচৰিত হ'ল। মৌলবী কাচেম আলি চাহাবে সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব! আপুনি এজন মহান ধৰ্মানুৰাগী আৰু সাধু পুৰুষ হোৱা হেতুকেহে, খোদাই আপোনাক ৰক্ষা কৰিলে। নহলেনো, বুকুলৈ লক্ষ কৰি মৰা ডেগাৰখন আপোনাৰ বাহুত লাগিব কিয়?

"এৰা ময়ো তাকেই ভাবিছোঁ।"

মৌলবী কাচেম আলি চাহাক সমৰ্থ কৰি হাজী খালেমুদ্দিন চাহাবে কয়।

সৰকাৰে নিৰৱে থাকে।

"কিন্তু কোন সেইজন মহাপাপী লোক, যি জনে এনে এজন মহান ধৰ্মপৰায়ণ আৰু সাধু মানুহক ডেগাৰ মাৰিব পাৰে?"

প্ৰশ্ন কৰে তচব আলি সৰকাৰে।

"দেখক জোনাব! কোন মানুহে আৰু কি কাৰণে এনে এজন পুৰুষৰ গাত ডেগাৰ মাৰিবলৈ আহিব? মোৰ মতে এইবোৰ ভূত প্ৰেতৰহে কাম। কোনো মানুহৰ কাম নহয়।"

বয়োবৃদ্ধ কালীৰাম গাওঁবুঢ়াই গহীনাই কয়।

"আমি হলে ভূত প্ৰেতক বিশ্বাস নকৰো গাওঁবুঢ়া চাহাব।"

প্ৰতিবাদৰ সুৰত কাচেম আলি চাহাবে কয়।

"কি কলে? আপুনি ভূত প্ৰেত থকা বুলি বিশ্বাস নকৰে?"

"মকৰো।"

"কিন্তু আপুনি আমাৰ গাওঁৰ ভেদোৰাম কলিতাৰ ঘৰত ভূতে কৰা চাঞ্চল্যকৰ ঘটনা শুনা নাই নেকি?"

"শুনা নাই।"

"শুনা নাই? মই স্বচক্ষে দেখা ঘটনা। শুনা নাই যদি কওঁ শুনক।"

"বাৰু কওঁকচোঁন।"

"বৰ্তমান আমাৰ গাওঁৰ ভেদোৰাম কলিতা ৰহাৰ মানুহ আছিল। তেওঁক ৰহাতে এৰি থৈ, তেওঁৰ ভায়েক ভতিজাক সকলে আমাৰ গাওঁলৈ উঠি আহে। ভেদোৰাম অপুত্ৰক! পাচ কি ছয় বছৰ পিচত ভেদোৰামেও ৰহাৰ পৰা উঠি আহি তেওঁৰ ভায়েক ভতিজাক সকলৰ আশ্ৰয় গ্ৰহণ কৰে।

ভায়েক ভতিজাক সকলে তেওঁলোকৰ ঘৰৰ ওচৰতে ভেদোৰামক এবিঘা বস্তি মাটি কিনি দিয়ে। সেই মাটি বিঘাতে ভেদোবামে খেৰি ঘৰ এটা সাজি লয়। নতুন ঘৰত প্ৰবেশ কৰাৰ দিনা গধূলি, ভেদোৰামে গাওঁৰ মানুহক মাতি আনি সেই নতুনকৈ সজা ঘৰটোৰ ভিতৰত নাম কীৰ্তনৰ যোজা কৰে। ময়ো নাম কীৰ্তনলৈ যাওঁ।

পিচত নিশা ভেদোৰাম কলিতা আৰু তেওঁৰ পৰিবাৰে ভাত পানী খাই উঠি বিছনাত শুই পৰে। তেওঁলোকৰ চকু লগাৰ লগে লগে মৰা মানুহৰ প্ৰকাণ্ড হাড়ৰ জঁকা এটা বিছনাৰ কাষত আবিৰ্ভাব হয়হি। মাংসহীন হাঁড়ৰ জঁকা। জঁকাটোৰ কোটৰাগত চকুযুৰি, অগ্নি শিখা সদৃশ তীব্ৰ উজ্বল ৰঙা। মাংসহীন হাত দুখনৰ আঙুলিবোৰ অস্বাভাবিক দীঘল। আঙুলিৰ নখবোৰ বগলীৰ ঠোঁতৰ দৰে দীঘল আৰু জোঙা।

জঁকাটোৱে তেওঁলোকৰ ফালে হাত মেলি আগবাঢ়ি আহে। জঁকাটোৰ ভয়নাক মূৰ্তি দেখি ভেদোৰামৰ পৰিবাৰে আতঙ্কিত হৈ 'খালে ঐ নিলে ঐ' বুলি চিঞৰ মাৰি ভেদোৰামৰ ডিঙিত দুহাতেৰে সাবটি ধৰে। দুয়োজনে ভয়তে সাবটা সাৱটি কৰি বিছনাৰ পৰা মাটিত বাগৰি পৰে।

ভেদোৰামে মাটিত বাগৰি পৰি, ইফালে সিফালে চাই কাকো কতো দেখা নাপায়। সপোন দেখা বুলি ভাবি দুয়োজনে মাটিৰ পৰা

উঠি, পুনৰ বিছনাত শুই পৰে। ক্ষন্তেক পিচতে তেওঁলোকৰ বিছনাখন কঁপিবলৈ ধৰে। ভুই কঁপৰ জোকাৰণিত বিছনাখন কঁপিছে বুলি তেওঁলোকে ভাবে। কি কৰিম কি নকৰিম বুলি তেওঁলোকে ভাবি থাকোঁতে, বিছনাখন ওপৰলৈ উঠিব ধৰে। তাকে দেখি তেওঁলোকে আতঙ্কিত হৈ বিছনাৰ ওপৰৰ পৰা জপিয়াই মাটিত পৰি চিঞৰ বাখৰ লগায়।

তেওঁলোকৰ চিঞৰ বাখৰ শুনি ভেদোৰামৰ ভাই ভতিজা আৰু ওচৰ চুবুৰীয়া মানুহৰ টোপনি ভাঙিল। তেওঁলোকে লৰালৰি কৈ ঘৰৰ পৰা ওলাই আহি কি হ'ল বুলি প্ৰশ্ন কৰি ভেদোৰামৰ দুৱাৰ মুখত থিয় হলহি। মানুহৰ মাত শুনি ভেদোৰামে দুৱাৰ খুলি পৰিয়ালক লগত লৈ কঁপি জপি ঘৰৰ পৰা ওলাই আহিল।

ক্ষন্তেক নিৰৱে থাকি নিজক সংযত কৰি ভেদোৰামে সেই চাঞ্চল্যকৰ কাহিনীটো সমবেত মানুহ সকলৰ আগত ব্যক্ত কৰে। সকলোৱে ভেদোৰামৰ কথা শুনি আচৰিত হয়। ভেদোৰামৰ ভাই হলিৰামে ককায়েকৰ মুখলৈ চাই সোধে, "ককাইদেউ আপোনালোকে শুওঁতে কিবা ভয় কৰি শুইছিল নেকি?"

"কিহৰ ভয় কৰিম! মই দেখোন ৰাম নাম লৈহে শুই পৰিছিলোঁ।" উত্তৰ দিয়ে ভেদোৰামে।

"তেনেহলে, এনেকুৱা কুস্বপ্ন আপুনি দেখাৰ কাৰণ কি?"

প্ৰশ্ন কৰে হলিৰামে।

"সপোন দেখা মানে, এই কথা তুমি সপোনত দেখা বুলি যদি কোৱা, তেনেহলে বিছনাখন জোকাৰি দি ওপৰলৈ তুলি ধৰিছিল কোনে?"

"এৰা ককাইদেওঁ সেইটো অৱশ্যে ভাবিব লগীয়া কথা" বুলি কৈ হলিৰামে তলমূৰ কৰি চিন্তা কৰে।

বাকীবোৰ মানুহে ভয়তে ইজনে সিজনৰ মুখলৈ চোৱা চুই কৰে। প্ৰত্যেকৰ মনত আতঙ্ক। সেইদিনা নিশা আৰু ভেদোৰামৰ ঘৰৰ ভিতৰত শুৱা নহ'ল। চোতালত জুই জ্বলাই মানুহৰ লগত কথা পাতি বহি থাকোঁতে ৰাতি পুৱাল।

ৰাতি পোহৰ হোৱাৰ লগে লগে গাওঁৰ মানুহবোৰ ভেদোৰামৰ চোতালৰ পৰা উঠি যায়। ভেদোৰামৰ পৰিবাৰে হাত মুখ ধুই উঠি চাহ জলপান তৈয়াৰ কৰে। ভেদোৰামে চাহ জলপান খাই উঠি পথাৰলৈ যায়।

দুপৰীয়া ভেদোৰামৰ পৰিবাৰে ভাত তৰকাৰী বনায়। ভেদোৰামে পথাৰৰ পৰা ঘূৰি নহা দেখি, ভাত আৰু তৰকাৰীৰ চৰু দুটা ঢাকনিৰে ঢাকি ৰাখে, পাক ঘৰৰ দুৱাৰখন বন্ধ কৰি ভেদোৰামৰ পৰিবাৰে হলিৰামৰ ঘৰলৈ যায়। আবেলি এটা মান বজাত ভেদোৰাম পথাৰৰ পৰা ঘূৰি আহে। তেওঁৰ পৰিবাৰে পানী এবাল্টি ঘটি এটা আৰু গামোচা এখন গা ধুবলৈ বাহিৰত উলিয়াই দিয়ে।

ভেদোৰামে গা ধুৱে। তেওঁৰ পৰিবাৰে ভাত সাজিবলৈ পাক ঘৰত প্ৰৱেশ কৰে। তেওঁ পাক ঘৰত প্ৰবেশ কৰি ভাত তৰকাৰী সিজাই ৰখা চৰু দুটাত ভাত তৰকাৰীৰ পৰিবৰ্তে মৰা গৰুৰ হাড় আৰু মূৰেৰে ভৰি থকা দেখি আতঙ্কিত হৈ চিঞৰ বাখৰ লগায়।

ভৰ দুপৰীয়া তেওঁৰ চিঞৰ বাখৰ শুনি গাওঁৰ মানুহবোৰ আহি চোতালত গোট খায়। মানুহবোৰৰ লগতে ময়ো গৈ ভেদোৰামৰ চৰুত মৰা গৰুৰ হাড় মূৰবোৰ দেখোঁ। কোনো কোনোৱে সেইবোৰ দেখি এইবোৰ ভূতৰ কাম বুলি মন্তব্য কৰে। কোনো কোনোৱে এইবোৰ কোনোবা দুষ্ট মানুহৰ কাম বুলি অভিহিত কৰে। তেওঁলোকে ভূতৰ অস্তিত্বক বিশ্বাস নকৰে।

ভেদোৰামে নিৰবে শুনি থাকে। ভেদোৰামৰ পৰিবাৰে ভেদোৰামৰ মুখলৈ চাই কয় "আমি আৰু ইয়াত থাকিব নোৱাৰিম। আমি আজিয়েই ৰহালৈ উভতি যোৱা উচিত হব।" হলিৰামে বৌয়েকৰ মুখলৈ চাই তলমূৰ কৰে। ভেদোৰামে প্ৰশ্নবোধক দৃষ্টি নিক্ষেপ কৰি মোৰ ফালে চায়।

মই তেওঁৰ মনোভাব বুজিব পাৰি, তেওঁৰ মুখলৈ চাই কওঁ "ককাইদেও। গাওঁত ইমানবোৰ আপোনাৰ আপোন মানুহ থাকোঁতে আপুনি ভয় কৰিছে কিয়? আমি আজি ইয়াৰ এটা কিবা ব্যৱস্থা কৰিম নহয়। তেওঁ কোনো প্ৰত্যুত্তৰ নকৰি তলমূৰ কৰি কিবা ভাবি থাকে।

মই হলিৰামৰ মুখলৈ চাই কওঁ "হলিৰাম! এইবোৰ ভূতবোৰেই কামনে কোনো দুষ্ট মানুহৰ কাম, সেইটো নিৰীক্ষণ কৰিবলৈ আজি নিশা দুজন সাহসী ডেকাক ভেদো ককাইৰ ঘৰত পহৰা ৰাখিব লাগে। কি কোৱা তুমি?"

"ঠিকেই কৈছে ককাইদেও। আজি নিশা দুজন ডেকা ল'ৰাক ককাইদেউৰ ঘৰত ৰাখিম বাৰু।"

উত্তৰ দিয়ে হৰিৰামে। বাকীবোৰ মানুহে হয়, হয়, বুলি সমৰ্থন জনায়।

তিনিবাৰ মেট্ৰিক পৰীক্ষা ফেল কৰা গোঁসাই গুৰু নমনা মদপী ল'ৰা চান্দু মেধি। যমুনামুখৰ এজন নাম কৰা গুণ্ডা। এদিনাখন যমুনামুখ বজাৰৰ প্ৰখ্যাত ব্যৱসায়ী জেঠমল জৈনে চান্দুক মদ খাবলৈ টকা দহটা নিদিয়াৰ কাৰণে চান্দুই জৈনক ঘুচিয়াই গদ্দীৰ ওপৰত পেলাই দিছিল। সেই সংক্ৰান্তত চান্দুক বিচাৰি পুলিচ আহিছিল।

চান্দুই পলিচ্ অহা গম পাই, একলহ মদ লগত লৈ শ্মশানৰ দেওঁ লগা পাকড়ি গছ জোপাৰ ওপৰত উঠি মদ খাই বহি থাকে। পুলিচে চান্দুৰ খবৰ পাইও ভয়তে চান্দুক দেওঁ লগা পাকড়ি গছ জোপাৰ ওপৰৰ পৰা নমাই আনি গ্ৰেপ্তাৰ নকৰিলে। চান্দুই তিনি দিন তিনি ৰাতি গছৰ ওপৰত মদ খাই বহি কটায়। গাওঁৰ মানুহে আচৰিত হয়। মদ কলহ শেষ হোৱাতহে সি গছৰ ওপৰৰ পৰা নামি আহিছিল।

সেই চান্দু মেধিক আৰু তেওঁৰ বন্ধু বীৰেণ কলিতাক ভেদোৰামৰ ঘৰত নিশা পহৰা দিবলৈ হৰিৰামে অনুৰোধ জনায়। "ঠিক আছে ভেঠাইদেও" বুলি চান্দুই সন্মতি জনায়।

গাওঁৰ বয়োবৃদ্ধ চন্দ্ৰধৰ কলিতাই ভেদোৰামৰ মুখলৈ চাই কয়, "বুজিছে কলিতা, আমাৰ চান্দু বোপাক অকলে নৰমনিচে নহয়, শ্মশানৰ ভূত প্ৰেতবোৰেও ভয় কৰে। তেওঁ আজি নিশা আপোনাৰ ঘৰত পহৰা দি থাকিম বুলি কৈছে যেতিয়া, আপোনাৰ আৰু ভয় কিহৰ? আপুনি আজি নিশা আৰাম কৰি শুই থাকিব পাৰিব।" নিৰৱে থাকে ভেদোৰাম।

নিশা ভেদোৰাম আৰু তেওঁৰ পৰিয়ালে হৰিৰামৰ ঘৰত খোৱা বোৱা কৰি আহি, নিজৰ ঘৰত শোৱে।

চান্দু আৰু বীৰেণেও মদ পানী খাই মাতাল হৈ আহি ভেদোৰামৰ ঘৰৰ মজিয়াত পাটি এখন পাৰি শুই থাকে।

নিশা লাহে লাহে, গভীৰ হৈ আহে। দূৰণিৰ পৰা ফেঁচা চৰাইৰ মাত নিউ নিউ আৰু শিয়ালৰ মাত হুৱা হুৱা কিয়া কিয়া হুৱা বতাহত উটি আহে। শিয়ালৰ মাত শুনি গাওঁৰ কুকুৰবোৰে ভেউ, ভেউ ভেক্ ভেক্ শব্দ কৰি গাওঁখনত কোঢ়াল লগায়।

হঠাতে ভেদোৰামৰ ঘৰৰ ভিতৰত ঘেৰ্ ঘেৰ্ আৰু কুউচ কুউচ্ শব্দ হব ধৰে।

"বাঘ নেকি ?"

ভেদোৰামৰ পৰিবাৰে শব্দবোৰ শুনি ভয়তে ভেদোৰামৰ ডিঙিত সাবটি ধৰি নিস্নস্বৰে প্ৰশ্ন কৰে।

"বাঘনো ঘৰৰ ভিতৰত ক'ৰ পৰা ওলাব ? মেকুৰীৰ যুঁজ লাগিছে নেকি ?"

উত্তৰ দিয়ে ভেদোৰামে। ভেদোৰামৰ পৰিবাৰে মনে মনে থাকে। শব্দবোৰ প্ৰতিধ্বনিত হৈ থাকে। সেই সময়ত কোনোবা এজন ঘৰৰ ভিতৰত খোজ কাঢ়ি ঘূৰি ফুৰা যেন তেওঁলোকে অনুমান কৰে। ক্ষন্তেক পিচতে চান্দু আৰু বীৰেণে, 'খালে ঐ নিলে ঐ ৰক্ষা কৰা ৰক্ষা কৰা' বুলি উচ্চ স্বৰে চিঞৰিবলৈ ধৰে। চান্দু আৰু বীৰেণৰ আতঙ্ককাৰী চিঞৰ শুনি, কি হ'ল তোমালোকৰ বুলি প্ৰশ্ন কৰি ভেদোৰামে বিছনাৰ পৰা নামি ততাতৈয়াকৈ চাকিটো জ্বলাই দিয়ে। ভেদোৰামৰ পৰিবাৰে ভয়তে ভেদোৰামক সাবটি ধৰি চিঞৰ-বাখৰ লগায়।

চান্দু, বীৰেণ আৰু ভেদোৰামৰ পৰিবাৰৰ চিঞৰ বাখৰ শুনি, গাওঁৰ মানুহৰ টোপনি ভাঙে। তেওঁলোকে হাতত দা লাঠি লৈ ধৰ্ ধৰ্ মাৰ্ মাৰ্ বুলি চিঞৰি চিঞৰি আহি ভেদোৰামৰ চোতালত গোট খায়।

গাঁওৰ মানুহৰ মাত শুনি ভেদোৰাম আৰু তেওঁৰ পৰিবাৰে দুৱাৰ খুলি কপি জপি চোতাললৈ ওলাই আহে। চান্দু আৰু বীৰেণে 'খালে ঐ নিলে ঐ' বুলি তেতিয়াও চিঞৰি থাকে। তেওঁলোকে চকুমুদি ইজনে সিজনক সাবটি ধৰি ভয়তে চিঞৰি চিঞৰি তেওঁলোকৰ পৰিধানৰ কানি কাপোৰবোৰত প্ৰস্ৰাৱ কৰি তিয়াই পেলায়।

গাঁওৰ মানুহবোৰৰ লগতে, ময়ো দা এখন হাতত লৈ গৈ, ভেদোৰামৰ ঘৰত প্ৰবেশ কৰো। গাঁৱৰ মানুহৰ মাত শুনিহে চান্দু আৰু বীৰেণৰ চিঞৰ বাখৰ বন্ধ হয়। হলিৰামৰ প্ৰশ্নৰ উত্তৰত চান্দুই কপি কপি কয়,—জেঠাই আমি শুই থাকোতে মৰা মানুহৰ প্ৰকাণ্ড হাড়ৰ জঁকা এটাই দুহাতেৰে আমালোকক সাবটি ধৰি ওপৰলৈ তুলি লয়। জঁকাটোৰ চকু দুটা অতি উজ্বল ৰঙা। তাৰ চকুলৈ চাব নোৱাৰি। চকুত চাত মাৰি ধৰে। মুখখন তাৰ প্ৰকাণ্ড গহ্বৰ এটাৰ নিচিনা গভীৰ। দাঁতবোৰ পাতল। এফুট এফুট মান দীঘল। মাংসহীন হাত দুখনৰ আঙুলিৰ নখবোৰ বগলীৰ ঠোঁটৰ দৰে দীঘল আৰু জোঙা। সি আমাক মুখমেলি খাব খুজিছিল।

চান্দুই এই নাভূত নাশ্রুত ঘটনাৰ কাহিনী কৈ থাকোঁতে হঠাতে ভেদোৰামৰ ঘৰটো থৰ্ থৰ্ মৰ্ মৰ্ শব্দ কৰি কঁপিবলৈ ধৰে। ঘৰটো ভাঙি মূৰত পৰা যেন দেখি, আটাইবোৰ মানুহ দৌৰা দৌৰিকৈ ঘৰৰ ভিতৰৰ পৰা ওলাই আহোঁ। চান্দুৰ মুখত সকলো কাহিনী শুনি আৰু ঘৰটোৰ কঁপনি দেখি আমি সকলোৰে আতঙ্কিত হওঁ।

এনেতে ভেদোৰামৰ ঘৰৰ পশ্চিম ফালে থকা বুঢ়া তেতেলী গছ জোপাৰ ওপৰত হেঃ হেঃ হেঃ এটা ভীতি প্ৰদৰ্শক অট্টহাস্য প্ৰতিধ্বনিত হয়। সেই অট্টহাস্য শুনি আটাইবোৰ মানুহে যেয়ে যি পিনে পালে পলাই গ'ল।

পিচদিনা ৰাতিপুৱা হলিৰামে মায়াঙৰ প্ৰসিদ্ধ বেজ কাতিৰাম বৰাক মাতি আনে। কাতিৰাম বৰাই ভেদোৰামৰ ঘৰত পূজা পাতল দি হে ভূতক ঘৰৰ পৰা খেদি দিয়ে। বেচেৰা ভেদোৰাম কলিতাই ভূতৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰে। গাঁওৰ মানুহৰ মনৰ পৰাও ভূতৰ আতঙ্ক লাহে লাহে আঁতৰি যায়।

এইটো হ'ল এটা মই স্বচক্ষে দেখা মোৰ ঘৰৰ কাষতে ভূতৰ অদ্ভূত কাণ্ড। ইয়াৰ ওপৰি পানী গাওঁত যে, ভূতে কি অদ্ভূত কাণ্ড কৰিছিল, সেইটো আপুনি শুনা নাই জানোঁ?"

মৌলবী কাচেম আলি চাহাবৰ ফালে চাই প্ৰশ্ন কৰে গাওঁবুঢ়াই।

"পানীগাওঁত?"

প্ৰশ্ন কৰে মৌলবী কাচেম চাহাবে।

"এৰা পানী গাওঁত।"

"শুনা নাই। বাৰু কওঁকচোন পানীগাওঁৰ কোন মানুহৰ ঘৰত ভূতে কি কাণ্ড কৰিছিল।"

"শুনা নাই যদি তেনেহলে কওঁ শুনক। পানীগাওঁৰ কান্দুৰা বৰাৰ ল'ৰা সৰু ৰাম বৰা। সৰু ৰাম বৰাৰ পৰিবাৰৰ নাম তিলেশ্বৰী বৰা। ৰূপেশ্বৰী সৰু ৰাম বৰাৰ ছোৱালী। তাইৰ বয়স অনুমান ষোল্ল।

ৰূপেশ্বৰী গাঁওৰ ভিতৰত জাকত জিলিকা এজনী ধুনীয়া গাভৰু ছোৱালী। এদিনাখন নিশা ৰূপেশ্বৰী ঘৰৰ পৰা অদৃশ্য হয়। ধুনীয়া গাভৰু ৰূপেশ্বৰী। গাঁওৰ কোনোবা ডেকা ল'ৰাই তাইক পলুৱাই নিয়া বুলি সন্দেহ কৰি সৰু ৰাম বৰাই তাইক গাঁওত বিচাৰি হুলস্থুল লগায়।

তিলেশ্বৰীয়ে কান্দি কাতি ব্যাকুল হয়। তিলেশ্বৰীৰ হিয়া ভুৱা কান্দোন শুনি গাওঁৰ মানুহ আহি সৰু ৰাম বৰাৰ চোতালত গোট খায়। গাওঁৰ ডেকা ল'ৰাবোৰে ৰূপেশ্বৰীক বিচাৰি গাওঁত দলে দলে ঘূৰি ফুৰে।

সৰু ৰাম বৰাৰ ঘৰৰ পশ্চিম ফালে বাটৰ কাষতে কটাহ বাঁহ এজোপা। সেই কটাহ বাঁহ জোপাৰ ওপৰত গাঁওৰ মানুহ এজনে, হাঁহিৰ খিল্ খিল্নি শুনে। মানুহজন অনুসন্ধিৎসু আৰু কৌতুহলী মনৰ। কোনে ক'ত হাঁহে বুলি তেওঁ বাঁহ জোপাৰ ওপৰত টৰ্চ লাইটৰ আলোক নিক্ষেপ কৰে। টৰ্চ লাইটৰ আলোকত তেওঁ ৰূপেশ্বৰীক বাঁহ জোপাৰ ওপৰত বিবস্ত্ৰ হৈ বহি থকা দেখি আচৰিত হয়।

নিজৰ চকুক বিশ্বাস কৰিব নোৱাৰি তেওঁ গাওঁৰ মানুহবোৰক বাঁহ জোপাৰ তললৈ মাতি আনে। গাওঁৰ মানুহবোৰে বাঁহ জোপাৰ তলত গোট খোৱা দেখি ৰূপেশ্বৰীয়ে খিল্ খিল্ শব্দ কৰি হাঁহে। তাই কোনো মানুহৰ কোনো প্ৰশ্নৰ উত্তৰ নিদিয়ে। কেৱল খিল্ খিল্ শব্দ কৰি হাঁহেহে হাঁহে। বিবস্ত্ৰা ৰূপেশ্বৰীৰ কাণ্ড দেখি তিলেশ্বৰীয়ে বুকু ভুকুৱাই ভুকুৱাই কান্দে।

কাঁইটীয়া বাঁহ গছ জোপাৰ কাঁইটবোৰ কি উপায়েৰে ৰূপেশ্বৰীয়ে অতিক্ৰম কৰি গৈ বাঁহ জোপাৰ ওপৰত বহি আছে, সেই কথা চিন্তা কৰি গাওঁৰ মানুহবোৰ বিবুদ্ধিত পৰে।

সৰু ৰাম বৰা আৰু তিলেশ্বৰীয়ে কাকুতি মিনতি কৰি ৰূপেশ্বৰীক বাঁহ জোপাৰ ওপৰৰ পৰা নামি আহিবলৈ কয়। মাক-দেউতাকৰ সকৰুণ কাকুতি মিনতি শুনি ৰূপেশ্বৰীয়ে খিল্ খিল্ কৰি হাঁহে।

ৰূপেশ্বৰীক বাঁহ গছ জোপাৰ ওপৰৰ পৰা নমাই অনাৰ উপায় বিচাৰি সৰু ৰাম বৰা আৰু গাঁওৰ মানুহবোৰে বিমোৰত পৰে। সকলোৱে একত্ৰিত হৈ বাঁহ জোপাৰ তলত জুই জ্বলাই ওৰে নিশা বহি থাকে। সেইদিনা নিশা গাঁওৰ কোনো মানুহৰ চকুত টোপনি নাছিল।

পিচদিনা ৰাতিপুৱা সৰু ৰাম বৰাই ৰহালৈ গৈ কান্দুৰা বেজক মাতি আনে। কান্দুৰা বেজে বাঁহ গছ জোপাৰ তলত পূজা পাতল দি যাদু মন্ত্ৰ কৰিহে ৰূপেশ্বৰীক বাঁহ জোপাৰ ওপৰৰ পৰা নমাই আনিবলৈ সক্ষম হয়। সেই দিনাৰপৰা ৰূপেশ্বৰীৰ নাম হয় ভূতেনিয়া আপী (ছোৱালী)।

"এইবোৰ হ'ল আপোনাৰ ঘৰৰ পৰা দূৰৈত ঘটা ঘটনা। আপুনি

যদি এইবোৰ ঘটনা বিশ্বাস নকৰে তেনেহলে নীল বাগানৰ দক্ষিণ পশ্চিম ফালে যমুনা মুখলৈ যোৱা বাটৰ দাঁতিত পজা ঘৰ সাজি বাস কৰা হাজী কুতুব আলিৰ ঘৰত ভূতে কৰা অত্যাচাৰৰ কথা মনত নকৰে কিয়?"

"এৰা গাওঁবুঢ়া চাহাব ঘটনাটো নুশুনা নহয়। পিচে চাবলৈ যাওঁ বুলিহে চাবলৈ যোৱা ন'হল। কথাটোত তেতিয়া সিমান গুৰুত্ব দিয়া নাছিলোঁ।"

"গাওঁবুঢ়া চাহাব। আপুনি হাজী কুতুব আলিৰ ঘৰত ভূতে কৰা অত্যাচাৰো দেখিছে নেকি?"

গাওঁবুঢ়াৰ ফালে চাই প্ৰশ্ন কৰে বেগম আনোৱাৰাই।

"হয় বেগম চাহেবা দেখিছোঁ।"

"তেনেহলে, আৰু মিছা বুলি ভাবিবৰ কি কাৰণ থাকিব পাৰে।" বেগম আনোৱাৰাই কয়।

"গাওঁবুঢ়া চাহাব। হাজী কুতুব আলিৰ ঘৰত ভূতে কৰা অত্যাচাৰো আপুনি দেখিছিল যদি অনুগ্ৰহ কৰি কওঁকচোন ভূতে কি অত্যাচাৰ কৰা দেখিছিল।"

গাওঁবুঢ়াৰ মুখলৈ চাই অনুৰোধৰ সুৰত হাজী খালেমুদ্দিনে কয়।

"বাৰু আপুনি শুনা নাই যদি কওঁ শুনক" বুলি কৈ গাওঁবুঢ়াই সৰকাৰৰ মুখলৈ চায়। তাৰ পিছত তেওঁ "কয়, হাজী চাহাবৰ ঘৰটো বাটৰ দাঁতিত অকলশৰীয়া পঁজা ঘৰ। ওচৰে পাজৰে কোনো মানুহৰ ঘৰ নাই। ঘৰটোৰ ছাল দুখন টিন পাতৰ। বেৰাবোৰ ইকৰাৰ।

"আজিৰ পৰা তিনি কি চাৰি বছৰ আগৰ ঘটনা। এদিনাখন পুৱা দহমান বজাত হাজী কুতুব আলি মোৰ ঘৰলৈ গৈ মোক জনায় যে, তেওঁৰ ঘৰৰ ওপৰত কোনোবাই দলিয়ায়। দিনতে হওঁক বা ৰাতিতেই হওঁক ভাত তৰকাৰী ৰান্ধি ৰাখিলে, নিমিষৰ ভিতৰতে, কোনোবাই খাই চৰুটো নি পথাৰত পেলাই দিয়ে।

হাজীৰ মুখত এয়া নাভূত নাশ্ৰুত কাহিনী শুনি মই আচৰিত হওঁ। কোনোবা দুষ্ট মানুহৰ কাম বুলি সন্দেহ কৰি মই হাজীৰ লগতে হাজীৰ ঘৰলৈ যাওঁ।

মই আৰু হাজী, হাজীৰ চোতালত উপস্থিত হোৱাৰ লগে লগে ঘৰৰ ওপৰত ধপ্ ধপ্ শব্দ কৰি দলি মৰা দেখোঁ। ক্ষন্তেক পিচতে কেবাজনো বাটৰুৱা মানুহ আহি হাজীৰ চোতালত গোট খায়। পুনৰ

ধপ্ ধপ্ শব্দ কৰি হাজীৰ ঘৰৰ ওপৰত দলি পৰে।

মই হাজী চাহাবক থানালৈ পঠাই দিওঁ। তাৰ পিছত মই হাজীৰ চোতালত গোট খোৱা মানুহ বিলাকৰ লগত চোতালত বহি কথা পাতি থাকোঁতেও কেবাটাও দলি আহি হাজীৰ ঘৰৰ ওপৰত পৰে। আমি আটাই কেইজন মানুহে উঠি গৈ হাজীৰ ঘৰৰ চাৰিও ফালে চকু ফুৰাই চাওঁ। কাকো ক'তো দেখা নেপাওঁ।

মই হাজীৰ চোতালত বহি থাকোঁতেই বেচেৰা হাজী চাহাবে, যমুনামুখ থানাৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীকাবেল আলি চাহাব আৰু চিপাহী চাৰিজনক লগত লৈ থানাৰ পৰা ঘূৰি আহি চোতালত উপস্থিত হয়।

দাৰোগা কাবেল আলি চাহাবে, হাজী চাহাবৰ ঘৰটোৰ বাহিৰে ভিতৰে কেউফালে ঘূৰি পকি নিৰীক্ষণ কৰে। সেই সময়ত কেইবাটাও দলি হাজীৰ ঘৰৰ চালৰ ওপৰত পৰে। কোনে কোন ফালৰপৰা দলি মাৰে তেওঁ চিপাহী বিলাকক চাবলৈ কয়। ঘৰৰ ওপৰত ধপ্ ধপ্ শব্দ কৰি দলি পৰি থাকে।

দাৰোগা চাহাবে হাজী আৰু হাজীৰ চোতালত গোট খোৱা মানুহ বিলাকক এজন এজনকৈ শোধপোচ কৰে। তাৰ পিচত হাজীৰ পৰিবাৰক পাক ঘৰৰ পৰা দাৰোগা চাহাবে মতাই আনে।

দাৰোগা চাহাবে হাজীৰ পৰিবাৰক চোতালত বহুৱাই লৈ সোধপোছ কৰি থাকোঁতে ঘৰৰ ভিতৰত ঝন্ ঝন্ ৰণ্ ৰণ্ শব্দ হবলৈ ধৰে। কোনে ঘৰৰ ভিতৰত কিহৰ শব্দ কৰিছে, চাই আহো বুলি বৈ হাজীৰ পৰিবাৰে চোতালৰ পৰা বেগতে উঠি যায়।

তেওঁ গৈ ঘৰৰ দুৱাৰ মুখত থিয় হৈ ভূত ঐ খালে ঐ বুলি চিঞৰি উঠে। লগে লগে হেঃ হেঃ হেঃ ভীতি প্ৰদৰ্শক অট্টহাস্যৰ খলকনি ঘৰৰ ভিতৰত প্ৰতিধ্বনিত হয়। হাজীৰ পৰিবাৰে খালে ঐ বুলি ভয়তে চিঞৰ মাৰি পিচুৱাই আহোঁতে চোতালত বাগৰি পৰে।

হাজী চাহাবে ততাতৈয়াকৈ ঘৈণীয়েকক মাটিৰ পৰা তোলে। দাৰোগা "চাহাবে কি হৈছে" বুলি কৈ চোতালৰ পৰা উঠি গৈ ঘৰৰ দুৱাৰ দলিত থিয় হয়। আমিও তেওঁৰ পিছে পিছে ভয় ভয় কৈ চোতালৰ পৰা উঠি গৈ দুৱাৰ মুখত থিয় হওঁ। দুৱাৰ মুখলৈ গৈ হাজীৰ ভাত ভৰকাৰী সিজোৱা কেৰাহী দুটা কাঁহি বাটি আৰু অন্যান্য বাচন বৰ্তনবোৰ মজিয়াত নাচি বাগী জপিয়াই ফুৰা দেখি আতঙ্কিত হওঁ।

আমি আতঙ্কিত হৈ জুপিয়াই ফুৰা বাচনবৰ্তনবোৰৰ ফালে চাই থাকোঁতে পুনৰ ভীতি প্ৰদৰ্শক অট্টহাস্য হেঃ হেঃ হেঃ প্ৰতিধ্বনিত হয়। দাৰোগা চাহাবেও জপিয়াই ফুৰা বাচনবৰ্তনবোৰৰ ফালে অবাক হৈ চাই কয়, হাজী চাহাব! এইবোৰ পুলিচৰ কাম নহয়। এইবোৰ ভাল যাদু মন্ত্ৰ জনা বেজৰহে কাম। আপুনি সোনকালে এজন ভাল বেজক মাতি আনি ইয়াৰ এটা ব্যৱস্থা কৰক বুলি কৈ দাৰোগা চাহাবে হাজীৰ ঘৰ পৰিত্যাগ কৰে।

দাৰোগা পুলিচ হাজিৰ চোতালৰ পৰা আঁতৰি যোৱাৰ পিচত বাচন বৰ্তনবোৰ শান্ত হয়। হাজী চাহাবে সেই দিনাই গৈ ওজা কাতি ৰাম বৰাক মাতি আনে। কাতি ৰাম বৰাই হাজীৰ ঘৰত নানা পূজা পাতল দি, যাদু মন্ত্ৰ কৰিহে ভূতটোক ঘৰৰ পৰা খেদি দিয়ে। এই দৰে ভূতৰ হাতৰ পৰা বুঢ়া হাজী কুতুব আলি ৰক্ষা পৰে।" হাজী খালেমুদ্দিনৰ ফালে চাই গাওঁবুঢ়াই কয়।

হাজী খালেমুদ্দিনে নিৰৱে থাকে।

"বাৰু গাওঁবুঢ়া চাহাব। হাজী কুতুব আলি ক'ৰ মানুহ আছিল জানেনে আপুনি।"

প্ৰশ্ন কৰে খালেমুদ্দিন বেপাৰীয়ে।

"জানোঁ বেপাৰী চাহাব।"

গাওঁবুঢ়াই উত্তৰ দিয়ে।

"ক'ৰ মানুহ?"

"হাজী কুতুব আলি ঘুৰাজাৰ থানা এলেকাৰ বান্দৰ মাৰি গাওঁৰ মানুহ। তেওঁ এটা নৰহত্যাৰ গোচৰত বাৰ বছৰ কাল কাৰাদণ্ড ভোগ কৰে। সেই সময়ত তেওঁৰ পৰিবাৰক কোনোবাই পলুৱাই নিয়ে। জেলৰ পৰা ঘূৰি আহি পৰিবাৰক বিচাৰি নেপায় তেওঁ মনৰ দুখতে ঘৰবাৰী বিক্ৰি কৰি থৈ হজলৈ যায়। হজৰ পৰা ঘূৰি আহি বাটৰ কাষতে চৰকাৰী মাটিত ঘৰ এটা সাজি লৈ, ভিক্ষা কৰি জীৱন নিৰ্ব্বাহ কৰা বুঢ়ী এজনীক আনি বসবাস কৰে।"

গাওঁবুঢ়াই কয়।

"এৰা এতিয়াহে চিনি পাইছো হাজী চাহাবক।"

খালেমুদ্দিন বেপাৰীয়ে কয়।

"বাৰু কওঁকচোন বেপাৰী চাহাব এই ঘটনাটো সত্য হয়নে নহয়।"

গাওঁবুঢ়াই বেপাৰীক প্ৰশ্ন কৰে।

"মইনো আৰু কম কি? মই নিজে গৈ চাই অহা ঘটনা।"

এই বুলি খালেমুদ্দিন বেপাৰীয়ে কয়।

ক্ষন্তেক সময়ৰ কাৰণে সৰকাৰৰ ড্ৰয়িং ৰুমত নিস্তব্ধতাই বিৰাজ কৰে। দুৱাৰ মুখত থিয় হৈ গাওঁবুঢ়াৰ মুখত ভূতৰ গল্প শুনি থকা বেগম সুৰেয়া আৰু আনাৱে ভয়তে ইজনীয়ে সিজনীৰ গাত ধৰি গাওঁ-বুঢ়াৰ মুখলৈ চাই থাকে। সৰকাৰে হাভী কুতুব আলিৰ ঘৰত ভূতে কৰা অত্যাচাৰৰ কাহিনী শুনি ভীতি বিহ্বল হোৱা যেন পৰিলক্ষিত হয়।

ক্ষন্তেকৰ নিস্তব্ধতা ভঙ্গ কৰি গাওঁবুঢ়াই সৰকাৰৰ মুখলৈ চাই পুনৰ কয়, বুজিছে জোনাব! এইবোৰ ঘটনা দেখি শুনিহে মই কৈছোঁ, আপোনাৰ ঘৰত ভূতে লম্ভিছে। আপুনি এজন গুণী, মানী আৰু ধাৰ্মিক মানুহ। আপুনি নিজে ভাবি চিন্তি ইয়াৰ এটা সোনকালে প্ৰতিবিধান কৰক। হি হৈছে, হৈছে। গলম কৰিলে ইয়াতকৈও যে কিবা অমঙ্গলীয়া গুৰুতৰ ঘটনা নঘটিব, তাক জানোঁ কোনোবাই থিৰাং কৈ কব পাৰে। কি কয় মৌলবী চাহাব! মই কিবা অলাগতিয়াল কথা কৈছো নেকি?"

"মইনো কি কম গাওঁবুঢ়া চাহাব আপুনি জানোঁ এইবোৰ মিছা কথা কৈছে?"

গাওঁবুঢ়াক সমৰ্থন কৰি মৌলবী কাচেম আলিয়ে কয়।

আপুনি ঠিকেই কৈছে গাওঁবুঢ়া চাহাব। মই কিমান দিনৰ পৰা আমাৰ ঘৰত ভূত লম্ভিছে বুলি জোনাবক কৈ আহিছোঁ। কিন্তু জোনাবে মোৰ কথা বিশ্বাস নকৰে। এতিয়া জোনাবে নিজেই ভূতৰ কাণ্ড দেখিলে নহয়।"

গাওঁবুঢ়াক সমৰ্থন কৰি বেগম আনোৱাৰাই কয়।

"জোনাব! আপুনি দেখোন মনে মনে থাকিল। মই কোৱা কথাত কিবা বেয়া পালে নেকি আপুনি?" সৰকাৰে কোনো প্ৰত্যুত্তৰ নকৰি মনে মনে বহি থকা দেখি সৰকাৰৰ মুখলৈ চাই গাওঁবুঢ়াই প্ৰশ্ন কৰে।

"এ হেঃ হেঃ হেঃ কি যে কয় আপুনি! আপুনি এজন মোৰ শুভাকাংখী লোক। আপোনাক মই কিয়, মোৰ সাত শত্ৰুৱেও বেয়া পাব পাৰে জানোঁ?"

গাওঁবুঢ়াৰ মুখলৈ চাই হাঁহি মাৰি সৰকাৰে কয়।

"তেনেহলে জোনাব! আমি এতিয়া উঠোঁহে৷ হাবিতলীয়া বাট। বেলি পৰি আহিছে। ঘৰগৈ পাওঁতে গধূলিয়েই হব যেন লাগিছে" বুলি কৈ গাওঁবুঢ়াই আসন ত্যাগ কৰে। গাওঁবুঢ়াই উঠাৰ লগে লগে গাওঁবুঢ়াৰ লগত অহা বাকীবোৰ ভদ্ৰলোকেও আসন পৰিত্যাগ কৰি সৰকাৰৰ পৰা বিদায় লয়।

সৰকাৰে শুভাকাংক্ষী আগন্তুক সকলক বিদায় সম্ভাষণ জনাই গৈ বাৰাণ্ডাত বহে। ভীতি বিহ্বলা বেগম আনোৱাৰাই সৰকাৰৰ মুখলৈ চাই সোধে, "জোনাব! এতিয়া কি কৰিম বুলি ভাবিছে আপুনি?"

"কিনো কৰো মই তাকেই ভাবি আছোঁ।"

অন্যমনস্ক হৈ সৰকাৰে উত্তৰ দিয়ে।

"বহি বহি ভাবি থাকিলে হবনে? মই ভূতৰ কথা কওতে দেখোন আপুনি বিশ্বাস কৰাই নাছিল। এতিয়া দেখোন আপুনি স্বচক্ষে ভূতৰ কাণ্ড দুইদিন দেখিলে। তদুপৰি গাওঁবুঢ়াৰ মুখত ইমানবোৰ ভূতৰ সত্য কাহিনী শুনিও আপুনি ভূতৰ অস্তিত্বক বিশ্বাস কৰিব পৰা নাইনে?

দেখক জোনাব। ভূতৰ হাতৰ পৰা আপোনাক খোদাই এবাৰ ৰক্ষা কৰিলে। ইয়াৰ পিচত ভূতে যে, কি কৰিব বুলি ভাবি আছে, সেইটো খোদাইহে জানে। গাভৰু ছোৱালী দুজনী ঘৰত আছে। সিহঁতৰ ওপৰত যদি ভূতে কিবা অত্যাচাৰ কৰে তেনেহলে আমাৰ নাক কাণ কটা যাব।

সেই কাৰণেই কৈছো এতিয়া আৰু ভাবি চিন্তি বহি থকাৰ সময় নাই। আজিয়েই কামাল অথবা জোনাব কালুমিয়াক পঠাই দি ভাল বেজ এজনক বিচাৰি অনাওঁক। নহলে মনত ৰাখিব অনতি পলমে ভূতে আমাৰ সৰ্বনাশ ঘটাব পাৰে।"

সৰকাৰে কোনো উত্তৰ নিদি তলমূৰ হৈ বহি থাকে। এনেতে সৰকাৰৰ ঘৰত হাজিৰা কাম কৰা মানুহ দুজন আহি সৰকাৰৰ সন্মুখত উপস্থিত হয়।

"কি হ'ল তোমালোকৰ?"

সৰকাৰে মানুহ দুজনৰ ফালে চাই প্ৰশ্ন কৰে।

"আমি আজি ঘৰলৈ যাব খোজো জনাব।"

মানুহ দুজনে উত্তৰ দিয়ে।

"কিয় আজি হঠাতে ঘৰলৈ যাব ওলালা? কাম নকৰা নেকি?"

"আমি আৰু আপোনাৰ ঘৰত থাকি, কাম কৰিব নোৱাৰিম জোনাব।"

"কিয় ?"

"আপোনাৰ ঘৰত ভূত আছে।"

"মোৰ ঘৰত ভূত আছে ?"

"হয় জোনাব। আপোনাৰ ঘৰত ভূত আছে। ভূতে আপোনাৰ নিচিনা ধাৰ্মিক আৰু সাধু পুৰুষ এজনকে ডেগাৰ মাৰি জখম কৰিলে যেতিয়া আমি আৰু ভূতৰ আগত কোন কুটা।

গাওঁবূঢ়াৰ মুখত শুনিলেই নহয়, ভূতে হেনো কৰিব নোৱাৰা কাম পৃথিৱীত নাই। আমি দিনভৰ ৰ'দে বতাহে কাম কৰোঁ। গধূলি আহি ভাত কেইটা খাই উঠি, আপোনাৰ বেৰ নোহোৱা মুকলি ঘৰটোত পৰি থাকোঁ।

টোপনিত লাল কাল দি পৰি থাকোঁতে, আমাকো ভূতে তুলি নি বিলৰ আগধ দ পানীত পেলাই দিয়ে নে ক'ৰবাত হাবিৰ মাজত গছৰ ওপৰত তুলি থয়, তাকনো কোনে কব পাৰে। সেই কাৰণে জোনাব, আমি ইয়াৰ পৰা আজিয়েই আঁতৰি যাব খোজোঁ। আপুনি জ্ঞানী আৰু ধাৰ্মিক মানুহ। অনুগ্ৰহকৰি আমি পাব লগা মজুৰিৰ ধনখিনি হিচাপ কৰি দি আমাক বিদায় দিয়ক।"

"কি যে ভয়াতুৰ মানুহ তোমালোক। দেখিছা নহয় আমাৰ কামালে এটা ঘৰত অকলে পৰি থাকে। ৰহমান এটা ল'ৰা মানুহ। সিও অকলে এটা কোঠালীত পৰি থাকে। বুঢ়া কালুমিয়া চাহাবে, গাভৰু ছোৱালী এজনীক লগত লৈ এটা কোঠালীত বাস কৰে।

তেওঁলোক কোনেও ভয় নকৰে। তোমালোক দুজন ডেকা মানুহে ঘৰ এটাত শুই থাকিবলৈ ভয় কৰা। বৰ আচৰিত কথা। তোমালোকৰ কথা মানুহে শুনিলে কি ভাবিব, এবাৰ চিন্তা কৰি চাইছানে ?

"যদি তোমালোকে ইমান ভয় কৰা, তেনেহলে নিশা, তোমালোকৰ কাষত চাকি এগছ জ্বলাই ৰাখিবা। আৰু শুওঁতে মূৰ শিতানত দা এখন ৰাখি থবা। শুনা নাই জানোঁ লগত জুই আৰু লোৰ অস্ত্ৰ থাকিলে ভূতে মানুহক ভয় কৰে। বুজিছাতো ?"

"বুজিছো জোনাব। পিছে এটা কথা নহয়, আপোনাৰ লগত জুই আৰু লোৰ মাৰাত্মক অস্ত্ৰ বন্দুকটো থাকোতেই দেখোন ভূতে আপো-

নাক ডেগাৰ মাৰিলে। আমাৰ হাবি কটা দাখনক ভূতে জানোঁ ভয় কৰিব?"

সৰকাৰে কামলাজনৰ কথা শুনি লাজ পালে। "যোৱা যোৱা মোৰ লগত মিছা মিছি তৰ্ক নকৰিবা। আজি নিশাটো কোনোমতে কটোৱা গৈ; কালি ৰাতি পুৱা ভূত খেদা বেজ এজনক মতাই আনি ঘৰৰ পৰা ভূত খেদাই দিম' বুলি ৰাগান্বিত হৈ কাম কৰা মানুহ দুজনৰ ফালে চাই সৰকাৰে কয়।

কাম কৰা মানুহ দুজনে পুনৰ কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি তলমূৰ কৰি আঁতৰি যায়। সেইদিনা ৰহমানৰ বাহিৰে সৰকাৰৰ ঘৰৰ আটাইবোৰ মানুহকে কম বেছি পৰিমাণে ভীতিবিহ্বল পৰিলক্ষিত হৈছিল। বেগম সুৰেয়াই গধূলিৰ পৰাই ভয়তে মাকৰ পিছে পিছে ঘূৰি ফুৰে। আনাৰে ভয় ভয় কৰি পাক ঘৰত ভাত তৰকাৰী পাক কৰে। কালুমিয়াই কামালৰ ঘৰত বহি কামাল আৰু ৰহমানক ভূতৰ গল্প শুনায়।

নিশা সৰকাৰৰ বাহিৰে, ঘৰৰ আটাইবোৰ মানুহে ভাত পানী খাই উঠি বিছনাত গৈ শুই পৰে। বেগম আনোৱাৰাই আপত্তি কৰা সত্ত্বেও তেওঁৰ কথা নুশুনি, সৰকাৰে সচৰাচৰ বহাৰ দৰে, সেইদিনা নিশাও হাতত বন্দুকটো লৈ বাৰাণ্ডাত গৈ বহে। তেওঁৰ ওচৰতে লেম্প এটা জ্বলাই ৰাখে।

ভীতি বিহ্বলা সুৰেয়াই সেইদিনা নিশা মাকৰ লগত শোৱে। তাই শুই পৰাৰ লগে লগে গাওঁবুঢ়াই দিনত কোৱা ভূতৰ অলৌকিক কাহিনীবোৰ আহি তাইৰ মনত উদয় হয়। ভয়তে তাইৰ চকুত টোপনি নধৰে।

নিশা এটামান বজাত নিদ্ৰাহীন সুৰেয়াৰ পানীৰ পিয়াহ লাগে। "মাজান মোৰ পিয়াহ লাগিছে উঠাচোঁন?" বুলি তাই মাকক মাতে। মাকে তাইক পাক ঘৰলৈ গৈ পানী খাই আহিবলৈ কয়। "ভয়লাগে মাজান অকলে পাক ঘৰলৈ যাব নোৱাৰো "বুলি তাই আপত্তি জনায়।

"বাৰু বলা তেনেহলে" বুলি কৈ বেগম আনোৱাৰাই বিছনাৰ পৰা উঠে। সুৰেয়াই টৰ্চ লাইট এটা হাতত লৈ পাক ঘৰৰ ফালে আগবাঢ়ে। আনোৱাৰাই তাইৰ পিছে পিছে যায়। সুৰেয়াই গৈ পাক ঘৰৰ দুৱাৰ খোলে। পাক ঘৰৰ ভিতৰত ঘোৰ অন্ধকাৰ। সুৰেয়াই দুৱাৰ খুলি পাক ঘৰৰ ভিতৰত টৰ্চ লাইটৰ আলোক নিক্ষেপ কৰে। টৰ্চ লাইটৰ

আলোকত পাক ঘৰৰ ভিতৰত বাচন বৰ্তনবোৰ থোৱা চাংখনৰ ওপ-ৰত ৰঙা চকু এযুৰি প্ৰজ্বলিত হৈ উঠে।

ভীতি বিহবলা সুৰেয়াই ৰঙা চকুযুৰি দেখি আতঙ্কিত হৈ উঠিল। 'ভূত ঐ খালে ঐ' বুলি চিঞৰ মাৰি দুৱাৰখন জপাই পিচুৱাই আহোঁতে মাকৰ গাত খুন্দা লাগি মাটিত বাগৰি পৰিল। মাক জীয়েকে ভয়তে 'ভূত ঐ খালে ঐ' বুলি চিঞৰ বাখৰ লগায়।

তেওঁলোকৰ আত্মহাৰা চিঞৰ বাখৰ শুনি প্ৰথমে সৰকাৰ তাৰ পিচত কালুমিয়া কামাল আনাৰ আৰু কামলা দুজনে কি হ'ল বুলি প্ৰশ্ন কৰি ঘটনা স্থলীত উপস্থিত হয়হি। সৰকাৰৰ প্ৰশ্নৰ উত্তৰত "পাক ঘৰত ৰঙা চকুৱা ভূত লুকাই আছে" বুলি কম্পিত কণ্ঠে বেগম সুৰেয়াই কয়।

"ক'ত ভূত আছে, চাওঁচোন" বুলি কৈ সৰকাৰে হাতত বন্দু-কটো লৈ পাক ঘৰৰ দুৱাৰ মুখত থিয় হ'ল। কামালে ভয় ভয় কৰি পাকঘৰৰ দুৱাৰখন খুলি পাক ঘৰৰ ভিতৰত টৰ্চ লাইটৰ আলোক নিক্ষেপ কৰি কাকো ক'তো দেখা নেপালে।

"ক'তনো তোমালোকে ভূত দেখিছিলা" বুলি কৈ কামালে অতি-সাৱধানে পাক ঘৰত প্ৰবেশ কৰে। সৰকাৰে বন্দুকটো তুলি লৈ কামালৰ পিছে পিছে যায়। তেওঁলোকক দেখি ক'লা বোন্দা মেকুৰী এটাই বাচন-বৰ্তনবোৰৰ মাজৰ পৰা জাপমাৰি মাটিত নামি মেউ মেউ শব্দ কৰি পাক ঘৰৰ পৰা ওলাই যায়। সুৰেয়াই ভয়তে মাকক সাৱটি ধৰি বোন্দা মেকুৰীটোৰ ফালে আতঙ্কিত হৈ চাই থাকে। লজ্জিত হয় বেগম আনোৱাৰাই।

সৰকাৰে ৰহমানক নেদেখি আনাৰৰ মুখলৈ চাই সোধে "আনাৰ। ইমান গণ্ডগোলতো ৰহমানে সাৰ পোৱা নাই নে?"

আনাৰে কোনো উত্তৰ নিদি সৰকাৰৰ মুখলৈ চাই তলমূৰ কৰে।

"চাই আহাগৈচোন সি কি কৰি আছে।"

আনাৰৰ মুখলৈ চাই সৰকাৰে আদেশৰ সুৰত কয়। আনাৰে হাতত চাকি এগছ লৈ গৈ ৰহমানৰ কোঠালীত প্ৰৱেশ কৰে। ৰহমানে সেই সময়ত ভৰি হাত কঁপাই ফেকুৰি ফেকুৰি কান্দি বিছনাত পৰি আছিল। "কি হৈছে তোমাৰ" বুলি আনাৰে ৰহমানক মাতে। আনাৰৰ মাত শুনি "খালে ঐ খালে ঐ" বুলি ৰহমানে চিঞৰি উঠে।

ৰহমানৰ কাণ্ড কাৰখানা দেখি, তাক ভূতে ধৰিছে বুলি চিঞৰ

মাৰি, আনাৰে ৰহমানৰ কোঠালীৰ পৰা ওলাই আহে। আনাৰৰ চিঞৰ শুনি সৰকাৰ, কামাল আৰু কালুমিয়াই ৰহমানৰ কোঠালীত গৈ প্ৰৱেশ কৰে। ৰহমানে তেতিয়াও চকু মুদি মুখেৰে কিবা বুৰবুৰাই কৈ কৈ ঠৰ্ ঠৰ্ কৈ কঁপি থাকে।

আনাৰে কোনো উপায় নেপায় পানী এঘটিকে আনি ৰহমানৰ চকু মুখে চতিয়াই দিয়ে। ৰহমানে চক্ মক খাই বিছনাত উঠি বহে। আনাৰে পুনৰ ৰহমানৰ চকু মুখে পানী চতিয়াই দিয়ে। "এইবোৰ কৰিছা কি? মোৰ ঠাণ্ডা লাগিছে।"

চকু মুখৰ পানী হাতেৰে মচি মচি আনাৰৰ মুখলৈ চাই ৰহমানে কয়।

"ভূত খেদিছোঁ।"

আনাৰে উত্তৰ দিয়ে।

"মোক ভূতে ধৰা নাই।"

"তেনেহলে, কঁপি কঁপি উচুপি উচুপি কান্দিছিলা কিয়?"

"সপোন দেখিছিলোঁ।"

"মিছা কথা" বুলি কৈ আনাৰে মাটিত থকা বাকী পানীখিনিও ৰহমানৰ মূৰত ঢালি দিয়ে। ৰহমানে উপায় নেপায় বিছনাৰ পৰা জাপ মাৰি মাটিত নামে। ৰহমানৰ অৱস্থা দেখি সকলোৱে হাঁহিবলৈ ধৰে।

সি যি নহওঁক সেইদিনা নিশা আৰু সৰকাৰৰ ঘৰৰ কোনো মানুহৰে শোৱা নহ'ল। ভূতৰ কথা পাতি থাকোঁতে ৰাতি পুৱাল। ৰাতি পুৱা চাহ জলপান খাই উঠি কামালে গৈ বেজ কাতি ৰাম বৰাক মাতি আনে।

কাতি ৰাম বৰাৰ গাৰ বৰণ গৌৰ, উজ্বল। মূৰৰ চুলিবোৰ পকা দীঘল। গলধনৰ ওপৰত ওলমি থকা। গোঁফ যোৰা আৰু দাড়ি কোচাও পকা দীঘল। ওঠযুৰি তামোলৰ বোলেৰে বঞ্জিত, ৰঙা। মূৰত ফুলাম গামোচা এখনৰ পাগুৰি। পিন্ধনত বগা হফ্ চাৰ্ট এটা আৰু আঁঠুৰ ওপৰত ওলমি থকা চুৰিয়া এখন।

তেওঁৰ বাওঁ কান্ধত জোলোঙা এখন। বাওঁ হাতৰ কাষলতিৰ তলত আওঁ পুৰণি টাপলি মৰা চাটি এটা। সোঁহাতত চাৰি ফুট মান দীঘল বাঁহৰ লাঠি এডাল। তেওঁৰ বয়স অনুমান ৬৫ বছৰ। দেখাত স্বাস্থ্যবান। চুটি চাপৰ।

কাতিৰাম বৰাই সৰকাৰ আৰু বেগম আনোৱাৰাৰ মুখৰপৰা ঘটনাৰ কাহিনী শুনি, সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব। এইবোৰ কোনো নৰমনিচৰ কাম নহয়। এইবোৰ হ'ল দেওঁ ভূতৰ কাম।"

"এইবোৰ দেওঁভূতৰ কাম বুলি কেনেকৈ জানিলে আপুনি?"

বৰাৰ মুখলৈ চাই সৰকাৰে সোধে।

"দেখক জোনাব।

এইবোৰ দেওঁ ভূতৰ কাম নহলে, কোন মানুহে নিশা আহি আপোনাৰ ঘৰৰ ভিতৰত ঘূৰি ফুৰিব আৰু কেনেকৈ কোন মানুহে 'ডিঙিটো পুৰি গ'ল, 'বুকুখন জ্বলি গ'ল বুলি' নিশা আহি আপোনাৰ ঘৰৰ ভিতৰত চিঞৰিব? কোন মানুহে এই অটব্য হাবিৰ মাজত আহি নিশা ছায়ামূৰ্ত্তি ধৰি আপোনাক ডেগাৰ মাৰিব?"

প্ৰশ্নবোধক সুৰত কাতি ৰাম বৰাই কয়।

সৰকাৰ নিৰুত্তৰ। তেওঁ তলমূৰ কৰি কিবা ভাবে।

"ময়ো তাকেই কওঁ বৰা চাহাব। পিচে জোনাবেহে নেমানে।"

সৰকাৰে নমতা দেখি বেগম আনোৱাৰাই কয়।

"বাৰু সৰকাৰ চাহাব! আপোনাৰ দখলাধীন এলেকাত কৰবাত কেতিয়াবা কোনো দেৱ দেৱীৰ মূৰ্ত্তি ওলাইছে নেকি?"

সৰকাৰৰ মুখলৈ চাই কাতিৰাম বৰাই সোধে।

"কিয়?"

সৰকাৰে প্ৰশ্ন কৰে।

"দেখক জোনাব! এইখন অতীতৰ বুৰঞ্জীৰ বিখ্যাত দবক ৰাজ্য। দবক ৰাজ্যৰ প্ৰখ্যাত ৰজা আছিল চন্দ্ৰহাস। ৰজা চন্দ্ৰহাসৰ দিনত এই দেশৰ মানুহে, চীন দেশৰ মানুহৰ লগত বেহা বেপাৰ কৰিছিল। সমগ্ৰ দবক ৰাজ্যৰ প্ৰজাবোৰ হিন্দু ধৰ্মাৱলম্বী আছিল। তেওঁলোকে হিন্দুৰ দেৱ দেৱী সকলৰ শিলৰ মূৰ্ত্তি তৈয়াৰ কৰি, দেৱ দেৱীসকলক পূজা অৰ্চনা কৰিছিল। কালক্ৰমত দবক ৰাজ্য ধ্বংস হয় আৰু ঘোৰ অৰণ্যত পৰিণত হয়। হিন্দু সকলৰ সেই পূজা অৰ্চনা কৰা দেৱ দেৱীৰ মূৰ্ত্তিবোৰ অৰণ্যৰ মাজত পৰি থাকে।

আজি কালি নানান ঠাইৰপৰা মাটি হীন কৃষক সকলে মাটি বিচাৰি আহি, অতীতৰ সেই গৌৰৱোজ্জ্বল দবকা ৰাজ্যত হাবি বন কাটি বসতি কৰিছেহি। আপুনি দেখিছেই নহয় ক'ত শত দেৱ দেৱীৰ

শিলৰ মূৰ্তি দেৱস্থান, হোজাই আৰু যমুনা মুখ আদি ঠাইত ম'তে ত'তে পৰি আছে।"

"দেখিছোঁ।"

সৰকাৰে উত্তৰ দিয়ে।

"মোৰ বিশ্বাস মতে, এই অঞ্চলত বাস কৰা অনেক মানুহে সেই অলৌকিক শক্তি সম্পন্ন দেৱ-দেৱীসকলৰ কুদৃষ্টিত পৰি অনেক অপায় অমঙ্গল ভোগ কৰে। এতিয়া আপুনি কওঁকচোন আপোনাৰ অধিকৃত অঞ্চলত ক'ৰবাত কোনোবা দেৱ-দেৱীৰ মূৰ্তি ওলাইছে নেকি?"

"ওলোৱা নাই।"

"তেনেহলে দেখিছো কোনো দেৱ-দেৱীৰ কুপ্ৰভাৱত এইবোৰ ঘটনা ঘটা নাই।"

"বাৰু এটা কথা কওঁকচোন সৰকাৰ চাহাব। আপোনাৰ ঘৰত কেতিয়াবা কোনো মানুহে অপঘাট মৃত্যু অৰ্থাৎ অস্বাভাৱিক ভাবে মৃত্যু বৰণ কৰিছে নেকি?"

"অপঘাট মৃত্যু মানে?"

"যেনে মানুহে মানুহক মাৰা, সাপে খাই মাৰা পানীত পৰি মৰা, আত্মহত্যা কৰা, বাঘে খাই মাৰা আদি মৃত্যুক অপঘাট মৃত্যু বুলি কোৱা হয়।"

সৰকাৰৰ মুখাকৃতিৰ পৰিবৰ্তন ঘটে। তেওঁ আতঙ্কিত হোৱা যেন পৰিলক্ষিত হয়। কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি তেওঁ তলমূৰ কৰি কিবা ভাবে।।

"বৰা চাহাব। এই ঘৰৰ মালিক চিৰাজ আলি এদিনাখন নিশা ভাত খাই থাকোঁতে হঠাতে ডিঙিটো পুৰি গ'ল বুকুখন জ্বলি গ'ল বুলি চিঞৰি উঠে। তাৰ পিচত তেওঁৰ মুখেৰে তেজ বমি হৈ মৃত্যু হয়।

চৈয়দ আলি নামে চাকৰ এটা ধাননি পথাৰৰ পৰা অদৃশ্য হয়। কেইমাহমান পিচত তাৰ হাড়ৰ জঁকাটো পথাৰত হাল বাওঁতে হালত লাগি মেটেকাৰ তলৰ পৰা ওলায়।

এই মানুহ দুজনৰ মৃত্যু স্বাভাবিকনে অস্বাভাৱিক?"

সৰকাৰে নেমাতি তলমূৰ কৰি বহি থকা দেখি বেগম আনোৱাৰাই প্ৰশ্ন কৰে।

"অস্বাভাবিক, অপঘাট মৃত্যু"

বৰাই গহীনাই উত্তৰ দিয়ে।

"মানুহে অপঘাট মৃত্যুত মৰিলে কি হয় বৰা চাহাব।"

বেগম আনোৱাবাই বৰাৰ ফালে চাই প্ৰশ্ন কৰে।

"আমাৰ শাস্ত্ৰ মতে, অপঘাট মৃত্যুত মৃত্যু হোৱা মানুহৰ আত্মাই মুক্তি নেপায়। অনাই বনাই ঘূৰি ফুৰে। জীৱন কালত কোনো মানুহৰ ওপৰত কোনো কাৰণ বশতঃ আক্ৰোশ থাকিলে, তাৰ প্ৰেতাত্মাই সেই মানুহজনৰ ওপৰত প্ৰতিশোধ লব বিচাৰে।"

"তেনেহলে এইবোৰ কোনো প্ৰেতাত্মাৰ কাম বুলি আপুনি ভাবে নেকি?"

"হয়। মই এইবোৰ প্ৰেতাত্মাৰ কাম বুলি ভাবো।"

বৰাৰ কথা শুনি সৰকাৰৰ মুখমণ্ডল বিবৰ্ণ হয়।

"তেনেহলে সেই প্ৰেতাত্মাৰ হাতৰ পৰা ৰক্ষা পোৱাৰ উপায় কি?"

ক্ষন্তেক নিৰৱে থাকি বেগম আনোৱাবাই পুনৰ প্ৰশ্ন কৰে।

"প্ৰথমে পূজা এটা দি তাৰ পিচত যাদু মন্ত্ৰ কৰি প্ৰেতাত্মাক ঘৰৰ পৰা খেদি দিব লাগিব।"

"ঠিক আছে। কি কৰিব লাগে সোনকালে আপুনি কৰক।"

"তেনেহলে পূজাৰ সামগ্ৰীখিনি সোনকালে যোগাৰ কৰি দিয়ক আপুনি।"

"পূজাৰ কাৰণেনো কি কি বস্তু লাগে।"

"অলপ ফুল তুলসী, ধুপ ধুনা মিঠাতেলৰ চাকি এটা, এপোৱামান আচৈ চাউল, এপোৱামান সৰিয়হ, মিঠাতেল আৰু নতুন ধুতি এখন।"

"বাৰু ঠিক আছে। আপুনি অলপ অপেক্ষা কৰক। মই এতিয়াই পূজাৰ সামগ্ৰীখিনি যোগাৰ কৰি আনোগে" বুলি কৈ বেগম আনোৱাৰাই বাৰাণ্ডাৰ পৰা উঠি যায়। ক্ষন্তেক পিছতে আনাৰ চাহ একাপ আৰু প্লেট এখনত বিস্কুট কেইটামান আনি বৰাৰ সম্মুখত ৰাখে।

এঘন্টামান পিছত বেগম আনোৱাবাই পূজাৰ সামগ্ৰীখিনি যোগাৰ কৰি আনে। বৰাই পূজাৰ সামগ্ৰীখিনি লৈ গৈ সৰকাৰৰ বাৰীত পূজা কৰে।

পূজাৰ অন্তত বৰাই পূজাত আগবঢ়োৱা আচৈ চাউল আৰু সৰিয়হখিনি হাতত লৈ গৈ প্ৰথমে সৰকাৰৰ আটাইবোৰ ঘৰৰ ভিতৰত তাৰ পিছত চৌহদৰ কাষে কাষে মন্ত্ৰপুত কৰি চতিয়াই দিয়ে। হাতত থকা অৱশিষ্ট চাউল আৰু সৰিয়হখিনি মন্ত্ৰপুত কৰি পদুলি মুখত পুতি থয়।

পদূলি মুখৰপৰা ঘূৰি আহি ৰবাই হাত মুখ ধুই লয়। তাৰ পিচত সৰকাৰৰ মুখলৈ চাই ৰবাই কয়, "জোনাব! আপোনাৰ ঘৰৰপৰা মই ভূত খেদি দিছোঁ। ভৱিষ্যতেও যাতে আপোনাৰ ঘৰত আৰু ভূতে প্ৰবেশ কৰিব নোৱাৰে তাৰ কাৰণে আপোনাৰ চৌহদ-টোও মন্ত্ৰপূত কৰি ৰাখিছোঁ। আজিৰপৰা আপুনি সম্পূৰ্ণ নিৰাপদ।"

"বহুত বহুত ধন্যবাদ ৰবা চাহাব" বুলি কৈ সৰকাৰে ৰবাক শলাগ জনায়। বেগম আনোৱাৰাই তামোল পান এযোৰা গামোচা এখন আৰু টকা পঞ্চাচটা দি ৰবাক বিদায় দিয়ে। তেতিয়াহে জয়-নাল আবেদিন সৰকাৰে স্বস্তিৰ নিশ্বাস পেলায়।

॥ সৰকাৰৰ বিয়াৰ দিন ধাৰ্য্য ॥

আহিন কাতি মাহত দীৰ্ঘ দিন ধৰি বৃষ্টিপাত হোৱাৰ ফলত পুহ মাহত অতিপাত শীত পৰে। দুৰাৰোগ্য যক্ষ্মাৰোগৰ পৰা বেগম অনোৱাৰাই সম্পূৰ্ণ আৰোগ্য লাভ কৰা নাছিল যদিও গৰমৰ দিন-কেইটা এক প্ৰকাৰ ভালেই কটাইছিল।

শীত পৰাৰ লগে লগে পুনৰ তেওঁৰ কাঁহ জ্বৰ আৰম্ভ হয়। সৰকাৰে ডাঃ চৌধুৰীক মাতি আনে। ডাঃ চৌধুৰীয়ে বেগম আনোৱাৰাক পৰীক্ষা কৰি ঔষধৰ ব্যৱস্থা পত্ৰ লিখি দিয়ে। আনাৰে পুনৰ বেগম আনোৱাৰাক সেৱা শুশ্ৰূষা কৰাৰ দায়িত্ব ভাৰ লয়। এইবাৰ ডাঃ চৌধুৰীৰ সিকিৎসা আৰু আনাৰৰ অক্লান্ত সেৱা শুশ্ৰূষাৰ ফল নধৰে। দিনক দিনে বেগম আনোৱাৰাৰ অৱস্থা শোচনীয় হৈ পৰে।

বেগম আনোৱাৰাই দিনে নিশাই কাঁহি কাঁহি তেজ বমি কৰে। মাজে সময়ে জ্বৰৰ উত্তাপত তেওঁ অজ্ঞান হৈ পৰি থাকে। তেওঁৰ সুন্দৰ শৰীৰ হাড় আৰু চালৰ সমষ্টিত পৰিণত হয়। ৰোগীৰ অৱস্থা শোচনীয়া হৈ পৰা দেখি ডাঃ চৌধুৰী চিন্তিত হয়। কামালে দিনে নিশাই মাকৰ কাষত বহি মাকক শুশ্ৰূষা কৰে।

বেগম আনোৱাৰাৰ অৱস্থাৰ অবনতি ঘটা শুনি লংকা, হোজাই, নীলবাগান, দবকা আদি ঠাইৰপৰা সৰকাৰৰ বন্ধু বান্ধৱ সকলে খবৰ লবলৈ আহে। বেগম আনোৱাৰাৰ অৱস্থা দেখি প্ৰত্যেকে নিৰাশ মনে উভতি যায়।

এদিনাখন আবেলি সৰকাৰৰ শুভাকাংখী বন্ধু মৌলবী কাচেম আলি, হাজী সাহেমুদ্দিন আৰু হোজাই অঞ্চলৰ কাজী নুৰুল ইচলাম

তক্কদাৰ চাহাব বেগম আনোৱাৰাৰ খবৰ লবলৈ আহে। তেওঁলোকে সৰকাৰৰ মুখত বেগম আনোৱাৰাৰ শোচনীয় অৱস্থা শুনি ম্রিয়মান হয়।

কাজী নুৰুল ইচ্লাম চাহাবে সৰকাৰৰ মুখলৈ চাই কয়, "বুজিছে জোনাব! এই কালান্তক ৰোগত দ্বিতীয়বাৰ আক্রান্ত হোৱা লোক, কাহানিও ক'তো সোনকালে আৰোগ্য লাভ কৰা শুনা নাই। পিচে এটা কথা নহয়, বেগমক সেৱা শুশ্রূষা কৰাৰ কাৰণে আৰু ঘৰখন চোৱা চিতা কৰাৰ কাৰণেও ঘৰখনত ভাল মানুহ এগৰাকীৰ দৰ্কাৰ। আপুনি কি কয় হাজী চাহাব।"

"এৰা কাজী চাহাব, ময়ো সেই কথাকে চিন্তা কৰিছোঁ।" হাজী খালেমুদ্দিন চাহাবে সমর্থনৰ সুৰত গহীনাই উত্তৰ দিয়ে।

সৰকাৰে তলমূৰ কৰি থাকে।

"মই কিবা বেয়া কথা কলো নেকি সৰকাৰ চাহাব?"

সৰকাৰে তলমূৰ কৈ বহি থকা দেখি কাজী চাহাবে প্রশ্ন কৰে।

"কিয়ে কয় জোনাব! আপোনাৰ নিচিনা মোৰ শুভাকাংখী মানুহ এজনৰ কথাত মই বেয়া পাম কিয়?"

সৰকাৰে হাঁহি মাৰি বিনয়েৰে উত্তৰ দিয়ে।

"তেনেহলে ধুনীয়া ছোৱালী এজনী চাই সোনকালে আপোনাৰ বিয়াখন পাতক।"

"ঠিকেই কৈছে কাজী চাহাবে। সোনকালে আপোনাৰ বিয়াখন পাতক। তেতিয়াহলে সকলো পিনে সুবিধা হব।" কাজী চাহাবক সমর্থন কৰি মৌলবী কাচেম আলি চাহাবে কয়।

"মোৰ কাৰণে ছোৱালী চাব নেলাগে। ছোৱালী এজনী ঠিক হৈ আছে। পিচে--" বুলি কৈ সৰকাৰে তলমূৰ কৰে।

"ছোৱালী যদি ঠিক হৈ আছে তেনেহলে পিচে আৰু কি? বিয়াখন সোনকালে পাতি দিয়ক। বেগম চাহেবাক সেৱা শুশ্রূষা কৰা আৰু ঘৰখন চোৱা চিতা কৰাৰ কাৰণে সুবিধা হওঁক।"

সৰকাৰে কোনো উত্তৰ নিদি কিবা ভাবি তলমূৰ কৰি থাকে। "আপুনি যদি ছোৱালী চাই চিতি ঠিক কৰিয়েই ৰাখিছে তেনেহলে কওঁক-চোন জোনাব। কোন ভাগ্যৱান মানুহৰ কোন ভাগ্যৱতী ছোৱালী সেইজনী।"

সৰকাৰৰ মুখলৈ চাই হাজী সালেমুদ্দিন চাহাবে সোধে।

"আপোনাৰ ওচৰতে বহি থকা আমাৰ জোনাব কালুমিয়াৰ ছোৱালী আনাৰ।"

মিচিকিয়া হাঁহি ওঠত লৈ সৰকাৰে উত্তৰ দিয়ে।

"আপুনি যদি নিজেই চাই চিতি ছোৱালী ঠিক কৰিছে, ভাল কথা। ছোৱালীজনী নিশ্চয় ধুনীয়া হব লাগে।

কি কয় মৌলবী চাহেব।"

"আপুনি ছোৱালীজনী দেখা নাই নেকি?"

সোধে মৌলবী কাচেম আলি।

"কেনেকৈনো জানিম। কোনজনী ছোৱালীক জোনাবে বিয়া কৰাম বুলি ঠিক কৰি ৰাখিছে।"

"আপোনালোকক যে এতিয়া চাহ জলপান দি গলহি সেই জনীয়ে জোনাব কালুমিয়াৰ একমাত্ৰ ছোৱালী।"

"কি কয়? সাক্ষাৎ বেহেস্তৰ পৰীৰ সদৃশ সেই ধুনীয়া ছোৱালীজনী?"

"হয় জোনাব। সেইজনীয়ে জোনাবৰ ভাবি বেগম আনাৰ। তাই অতিকৈ ধুনীয়া কাৰণেই, মই তাইৰ নাম ৰাখো আনাৰ কলি। পিচে আজি কালি তাইক সকলোৱে আনাৰ বুলিহে মাতে।"

"খুব ভাল কথা। জোনাবৰ নিচিনা ধনী মানী ধৰ্মপৰায়ণ সু-পুৰুষ এজনক জোৱাই পোৱাটো, কম সৌভাগ্যৰ কথা নহয়। কি কয় কাজী চাহাব।"

"আপুনি ঠিকেই কৈছে হাজী চাহাব।"

কাজী চাহাবে কয়।

কালুমিয়াই হাজী খালেমুদ্দিনৰ মন্তব্য শুনি, আনন্দ অথবা গৌৰব অনুভৱ কৰাৰ কোনো ভাব প্ৰদৰ্শন নকৰি তলমুৱা হৈ কিবা ভাবে।

"জোনাব! আপুনি বিয়াখন কেতিয়া পাতিম বুলি ভাবিছে?"

সৰকাৰৰ মুখলৈ চাই কাজি চাহাবে সোধে।

"এতিয়ালৈকে বিয়াৰ কোনো দিনবাৰ ধাৰ্য্য কৰা নাই।"

সৰকাৰে উত্তৰ দিয়ে।

"দেখক জোনাব, শুভ কাম সদায় শীঘ্ৰে কৰিব লাগে। পলম কৰিলে, শুভ কামত বাধাৰ সৃষ্টি হয়।

কি কয় হাজী চাহাব।"

"আপুনি ঠিকেই কৈছে কাজী চাহাব।"

কাজী চাহাবক সমৰ্থন কৰি হাজী খালেমুদ্দিনে কয়।

"সৰকাৰে নিজৰ বিয়াৰ দিন নিজে ধাৰ্য্য কৰিব পৰা নাই যেতিয়া,

কাজী চাহাব। আপুনিয়েই সৰকাৰৰ বিয়াৰ দিনটো ধাৰ্য্য কৰি নিদিয়ে কিয়?"

কাজী চাহাবৰ মুখলৈ চাই মৌলবী কাচেম আলিয়ে কয়।

"মই আপোনাৰ বিয়াৰ দিনটো ধাৰ্য্য কৰি দিলে হবনে জোনাব?" সৰকাৰৰ মুখলৈ চাই কাজী চাহেবে সোধে।

"হব জোনাব। মই জানো আপোনালোকৰ কথা কেতিয়াবা অমান্য কৰা দেখিছে? আপুনি মোক যেতিয়াই বিয়া পাতিবলৈ কয়, মই তেতিয়াই বিয়া পাতিবলৈ সাজু আছোঁ।"

বিনয়ৰ সুৰত সৰকাৰে উত্তৰ দিয়ে।

"তেনেহলে মোৰ মতে অহা মাঘ মাহৰ দহ তাৰিখটো বিয়া পতাৰ কাৰণে এটা শুভ দিন। সেই দিনা বিয়া পতাত আপোনাৰ কোনো অসুবিধা নহয়টো?"

"সেই দিনটোত বিয়া পাতিবলৈ মোৰ কোনো অসুবিধা নাই।"

"তেনেহলে জোনাবৰ বিয়াৰ দিন অহা মাঘ মাহৰ দহ তাৰিখেই ধাৰ্য্য কৰা হ'ল। আপোনালোকে কি কয়?"

"খুউব ভাল হব। খুউব ভাল হব" বুলি দুয়োজনে কাজীক সমৰ্থন কৰে।

সুদীৰ্ঘ দিন ধৰি মনত সঞ্চয় কৰি ৰখা গুপুত কামনা অচিৰে ফলৱতী হোৱাৰ নিশ্চয়তাত সৰকাৰৰ মন আনন্দত উৎফুল্ল হৈ উঠে। তেওঁ ক্ষন্তেক সময় কাজী, হাজী আৰু মৌলবী চাহাবক বহিবলৈ কৈ ড্ৰয়িং ৰুমৰ পৰা ওলাই গৈ আলহি সকলক চাহ মিঠাই দিবলৈ আনাৰক নিৰ্দ্দেশ দিয়ে।

আনাৰে যথা সময়ত চাহ মিঠাই আনি ড্ৰয়িং ৰুমত আলহি সকলক পৰিবেশন কৰে। চাহ মিঠাই খাই উঠি কাজী চাহাবে সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব! খোদাই আপোনাৰ মনোবাঞ্ছা পূৰ্ণ কৰক। বেলি পৰি আহিছে। আমি এতিয়া উঠোঁহে" বুলি কৈ আসন পৰিত্যাগ কৰে।

কাজী চাহাবৰ লগে লগে হাজী আৰু মৌলবী চাহাবেও আসন পৰিত্যাগ কৰি সৰকাৰৰ পৰা মেলানি মাগে। সৰকাৰে আলহি সকলক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰি বিয়াৰ দিনা এখন্তেক দেখা দি তেওঁক সুখী কৰিবলৈ সানুনয়ে অনুৰোধ জনায়।

তাৰ পিচত সৰকাৰে গৈ আনোৱাৰাৰ শয়ন কক্ষত প্ৰৱেশ কৰে।

সেই সময়ত বেগম আনোৱাৰাই কাপোৰ এখনেৰে তেওঁৰ মুখখন ঢাকি, বিছনাত পৰি উচুপি উচুপি কান্দি আছিল।

সৰকাৰে আনোৱাৰাৰ ফালে চাই কয়, "শুনিছানে বেগম। তোমাৰ এনে দুৰৱস্থা দেখি দয়ালু কাজী চাহাবে মোৰ লগত আনাৰৰ বিয়াৰ দিন অহা মাঘ মাহৰ দহ তাৰিখত ধাৰ্য্য কৰি দিলে।

এতিয়াৰ পৰা তোমাক সেৱা শুশ্ৰূষা কৰা আৰু ঘৰখনৰ সকলো কাম কাজৰ দায়িত্ব ভাৰ আনাৰৰ ওপৰত পৰিল। তুমি তাইক কোনোবা ডেকা ল'ৰাই বিয়া কৰাই নিব পাৰে বুলি যি আশঙ্কা কৰিছিলা সিও আঁতৰিল। তুমি বেমাৰি মানুহ। তুমি আৰু ঘৰখনৰ ৰক্ষণা-বেক্ষণৰ বাবে কোনো চিন্তা কৰিব নলগা হ'ল। ভাল হোৱা নাই জানো বেগম? কি কোৱা তুমি।"

বেগম আনোৱাৰাই সৰকাৰৰ চলাহী মনোৰঞ্জক কথাৰ কোনো উত্তৰ নিদি তেওঁৰ ফালে পিচ মুখ কৰি ফেকুৰি ফেকুৰি কান্দে।

"নেমাতিলা দেখোন বেগম!"

আনোৱাৰাই উত্তৰ নিদিয়া দেখি সৰকাৰে পুনৰ প্ৰশ্ন কৰে।

"মই আপোনাৰ সকলো কথা শুনিছোঁ। এতিয়া মই মৃত্যু মুখী পাপীয়সী নাৰী। ইহ জনমতেই মই মোৰ অপকৰ্মৰ ফল ভোগ কৰিব লাগিব। মোৰ অপকৰ্মৰ ফলতেই মোৰ সোণৰ সংসাৰখন চাৰখাৰ হ'ব।

মোৰ মনত দুখ বৈ গ'ল, মই জীয়াই থাকোঁতে মোৰ আকৰী ছোৱালীজনীৰ বিয়াখন পাতি দিব নোৱাৰিলোঁ। জামালৰ কোনো সংস্থান নহ'ল। সি ঘৰলৈকে নহা হ'ল। অধঃপতন ঘটিল তাৰ।

বোৱাৰীয়ে মোৰ দোষতে কামালক এৰি গ'ল। মই তাৰ মাতৃ হৈ তাৰ আশা পূৰণ কৰিব নোৱাৰিলোঁ। আপোনাৰ মনৰ কথা মই জানোঁ। আপোনাৰ যি ইচ্ছা তাকেই কৰক গৈ। মোক এইবোৰ কথা কৈ মেলি আৰু জ্বালাতন নকৰিব" বুলি কৈ আনোৱাৰাই হুক হুক কৈ কান্দিবলৈ ধৰিলে।

সৰকাৰে সান্ত্বনাৰ সুৰত কয়, "নেকান্দিবা বেগম। তুমি বেমাৰী মানুহ। তুমি কান্দিলে আৰু দুৰ্বল হৈ পৰিবা। তোমাৰ চকুলো দেখি মোৰ হিয়াখন ফাটি যাব খোজে। তুমি মোক ভুল নুবুজিবা। তোমাক সেৱা শুশ্ৰূষা কৰাৰ উদ্দেশ্যেহে আনাৰক মই বিয়া কৰাম বুলি কাজী চাহাবৰ কথাত সন্মত হৈছোঁ। মোৰ সুখৰ কাৰণে বুলি কেতিয়াও নেভাবিবা।

জামালৰ কথা ভাবিছা কিয়? সি এটা শিক্ষিত ল'ৰা। আজি নহয় কালি, মই তাক কৰবাত চাকৰি এটা ঠিক কৰি দিমেই। কামালৰ কাৰণেও ভাবিব নেলাগে তুমি। তাৰ কাৰণে আনাৰতকৈও ধুনীয়া ছোৱালী এজনী মই লংকাত ঠিক কৰি ৰাখিছোঁ। তোমাৰ স্বাস্থ্যৰ অলপ উন্নতি ঘটিলেই মই তাৰ বিয়াখন পাতি দিম।

সুৰেয়াৰ বিয়াখন দেখোন ৰহমানৰ লগত ঠিক হৈ আছেই। তাই-ৰতো অকলে বিয়াখন পাতি দিলে নহব। তাইৰ কাৰণে নতুন ঘৰ এটাও সাজি দিব লাগিব। ঠিক আছে। তাইৰ কাৰণে ঘৰ এটা সজাৰ কাম আজিয়েই বন্দোবস্ত কৰো গৈ" বুলি কৈ সৰকাৰে আনোৱাৰাৰ শয়ন কক্ষৰ পৰা ওলাই আহে। আনোৱাৰাই সৰকাৰৰ কথাৰ কোনো প্ৰতি-বাদ নকৰি হুক্ হুক্ কৈ কান্দি থাকে।

সৰকাৰে চোতাললৈ ওলাই আহি আনোৱাৰাই শুনাকৈ কালুমিয়াৰ ফালে চাই কয়— "বুজিছে জোনাব! মোৰ বিয়াৰ পিচতে সুৰেয়াৰ বিয়া-খন পাতিব খুজিছোঁ। পিছে তাইৰ বিয়াখন পাতিবলৈ হলে, তাইৰ কাৰণে বিয়াৰ আগতে ঘৰ এটা সাজি উলিয়াব লাগিব।

সেই কাৰণে কামলা দুজনক লগত লৈ ভঁৰাল ঘৰৰ পশ্চিম ফালে, সুৰেয়াৰ কাৰণে তিনি কোঠালীৰ ঘৰ এটা সজাৰ কাম আপুনি আজি-য়েই আৰম্ভ কৰক। মনত ৰাখিব, এমাহৰ ভিতৰত ঘৰটো সাজি-উলিয়াবই লাগিব" বুলি সৰকাৰে আঁতৰি যায়। কালুমিয়াই সৰকাৰৰ ফালে চাই থাকে।

গধূলি কামাল আৰু ৰহমান পথাৰৰ পৰা ঘূৰি আহে। কামালে ভৰি হাত ধুই উঠি মাকৰ শয়ন কক্ষত গৈ প্ৰৱেশ কৰে। বেগম আনোৱাৰাই সেই সময়ত মূৰে গাৰে কানি কাপোৰ লৈ বিছনাত শুই আছিল। আনাৰে আনোৱাৰাৰ বিছনাৰ কাষতে জুই একুৰা জ্বলাই লৈ কেট্‌লী এটাত পানী গৰম কৰি আছিল।

"মাজান, এই গধূলি সময়ত শুই আছা কিয়? আজি আকৌ জ্বৰ উঠিল নেকি?"

আনোৱাৰাৰ ফালে চাই কামালে প্ৰশ্ন কৰে।

"জ্বৰ আজি উঠা নাই বোপাই।"

মূৰৰ পৰা কাপোৰখন আঁতৰাই আনোৱাৰাই উত্তৰ দিয়ে।

"তেনেহলে জুইৰ কাষত নবহি শুই আছা কিয়?"

"মনটো ভাল লগা নাই।"

"কিয় ?"

"মোৰ জীৱনটো অকালতে অথলে গ'ল বোপাই, সুৰেয়াৰ বিয়াখন পাতিম পাতিম বুলি পাতিব নোৱাৰিলোঁ। স্কুলত পঢ়ি ডাঙৰ মানুহ হবলৈ দিওঁতে জামাল হ'ল এটা মস্ত মদাপী গুণ্ডা। তোমাৰ বিয়াখন আনাৰৰ লগত পাতি দিম বুলি ভাবি থাকোতে সিও হৈ নুঠিল। এইবোৰ কথা ভাবি চিণ্ডিহে মোৰ মনটো অস্থিৰ হৈ পৰিছে।"

"তুমি বেমাৰী মানুহ! এইবোৰ কথা চিন্তা কৰি তোমাৰ মনটো দুৰ্বল নকৰিবা মা। খোদাই কৰিলে সকলো কাম সময়ত হ'ব।"

"খোদাই আৰু মোৰ আশা পূৰণ নকৰে বোপা।"

"কেনেকৈ জানিলা তুমি ?"

"শুনা নাই জানোঁ তুমি ? আজি হোজাইৰপৰা সৰকাৰে কাওঁীক মাতি আনি, আনাৰৰ লগত অহা মাঘ মাহৰ দহ তাৰিখে তেওঁৰ বিয়াৰ দিন ধাৰ্য্য কৰি লৈছে।"

"এই বিয়াত তুমি সম্মতি জনাইছা জানোঁ ?"

"চোৱা বোপাই, মই এতিয়া শয্যাশায়ী। আজি মৰোনে কালি মৰো কোনো ঠিকনা নাই। তেনেস্থলত সৰকাৰে মোৰ মত লবনে ?"

"আনাৰ তোমাৰ মত ?"

আনাৰৰ ফালে চাই কামালে প্ৰশ্ন কৰে।

"দেখক ককাইদেউ, চাচাই আজি মোক কোনো কথা সোধা নাই। মই দেখোন ইতিপূৰ্বে মোৰ সকলো কথা আপোনাক জনাই ৰাখিছোঁ। এতিয়া আকৌ আপুনি মোক সোধে কিয় ?"

বিমৰ্ষমনে তলমূৰ কৰি আনাৰে উত্তৰ দিয়ে।

"শুনা মা! তুমি চিন্তা নকৰিবা। খোদাৰ ওচৰত মই কচম খাই কৈছো, মই জীয়াই থাকোঁতে সৰকাৰে আনাৰক বিয়া কৰাব নোৱাৰে" বুলি কৈ কামালে মাকৰ কোঠালীৰ পৰা বেগাই ওলাই যায়।

"শুনাচোন, শুনা বোপাই কামাল।"

আনোৱাৰাই কামালক মাতে।

কামালে মাকৰ কথাত কাণ্ষাৰ নিদি দ্ৰুত বেগে চোতাললৈ ওলাই যায়।

"মা আনাৰ। কামাল বৰ অকৰা, খঙাল আৰু জেদী ল'ৰা। সি গৈ সৰকাৰৰ লগত কিবা এটা অঘটন ঘটাব পাৰে। তুমি গৈ তাক মোৰ ওচৰলৈ মাতি আনাচোঁন।"

আনাৰৰ কাণে চাই বেগম আনোৱাৰাই কয়।
"ভয় নাই মাজান সৰকাৰ এতিয়া ঘৰত নাই।"
আনাৰে কয়।
"সৰকাৰ কলৈ গ'ল ?"
"টাউনলৈ গল হবলা।"
"কিয় এই পধূলি সময়ত সৰকাৰে টাউনলৈ গ'ল জানানে তুমি ?"
"নেজানো মা।"

যি সময়ত কামালে মাকৰ লগত কথা বতৰা পাতিছিল সেই সময়ত কালুমিয়া, ৰহমান আৰু ঘৰত কাম কৰা কামলা দুজনে চোতালত জুই জ্বলাই, জুইৰ কাষত বহি জুইৰ তাপ লৈ আছিল।

কামালে আনোৱাৰাৰ শয়ন কক্ষৰ পৰা ওলাই আহি কালুমিয়াৰ মুখলৈ চাই সোধে, "চাচা আজি হেনো সৰকাৰে কাজীক ঘৰলৈ মাতি আনি আনাৰৰ লগত তেওঁৰ বিয়াৰ দিন ধাৰ্য্য কৰিলে কথাটো সচানে ?"
"সচা বোপা।"

তলমূৰ কৰি কালুমিয়াই উত্তৰ দিয়ে।
"আপুনি তেনেহলে এই বিয়াত সন্মতি জনাইছে নেকি ?"
"কোনেও মোৰ মতামত লোৱা নাই বোপা।"

"তেনেহলে আপোনাৰ মতামত নোলোৱাকৈ সৰকাৰে আনাৰৰ লগত তেওঁৰ বিয়াৰ দিন ধাৰ্য্য কৰিলে কেনেকৈ ?" নিৰৱে থাকে কালুমিয়া।

"নেমাতিলে দেখোন ?"

কালুমিয়াই কি কম কি নকম বুলি ভাবি থাকোঁতে কামালে পুনৰ কয়, "দেখক চচা, আপুনি মোৰ আপোন মানুহ। আমাৰ ঘৰত সৰকাৰ চপনীয়া। মনত ৰাখিব, আপুনি মোৰ ঘৰত থাকি, আনাৰৰ বিয়া সৰকাৰৰ লগত পাতিব নোৱাৰে। আপুনি সৰকাৰকো কৈ দিব, মই জীয়াই থাকোঁতে, তেওঁ মোৰ ঘৰত থাকি আনাৰক বিয়া কৰাব নোৱাৰে।" এই বুলি কৈ কামালে আঁতৰি যায়। কালুমিয়াই বিমোৰত পৰে। কামালৰ কথা শুনি, ৰহমানৰ মুখত মিচিকিয়া হাঁহি বিৰিঙি উঠে।

সৰকাৰে বিয়াৰ দিন ধাৰ্য্য কৰি নগাওঁ টাউনলৈ যায়। তাত গৈ তেওঁ সৰস্বতী প্ৰেছত এহেজাৰ বিয়াৰ নিমন্ত্ৰণী চিঠি ছপাবলৈ অৰ্ডাৰ দিয়ে। তাৰ পিছত তেওঁৰ অন্তৰঙ্গ বন্ধু ক্ৰমান্বয়ে ডাক্তৰ চৌধুৰী,

মৰাপাট বেপাৰী কুন্দনমল জৈন আৰু লুটফুৰ ৰহমান আদিক দেখা কৰি নিশা পহ ৰজাত তেওঁ ঘৰলৈ ঘূৰি আহে।

সেই সময়ত, আনাবৰ বাহিৰে ঘৰৰ আটাইবোৰ মানুহে ভাত পানী খাই উঠি শুই পৰিছিল। আনাবে বেগম আনোৱাৰাৰ শয়ন কক্ষত জুই তাপি বহি আছিল। সৰকাৰে আহি ঘৰত প্ৰবেশ কৰাৰ লগে লগে আনাবে উঠি গৈ পানী এবাল্টি আৰু মগ এটা বাৰাণ্ডাত উলিয়াই দিয়ে। সৰকাৰে হাত মুখ ধোৱে। আনাবে সৰকাৰৰ কাৰণে ভাত সাজি আনি মজিয়াত ৰাখে।

"বেগমে ভাত খাইছেনে আনাৰ?"

সৰকাৰে ভাতৰ পাতত বহি আনাৰৰ ফালে চাই প্ৰশ্ন কৰে।

"খোৱা নাই।"

আনাবে উত্তৰ দিয়ে।

"কিয়?"

"আজি তেওঁৰ গা-মন ভাল নাই হেনো।"

"তেনেহলে তুমি তেওঁক কি খুৱালা?"

"গাখীৰ এগিলাচ্।"

"আজি তেওঁক ঔষধ খুৱাইছা নে?"

"খুৱাইছোঁ।"

"কামালে তোমাক আজি কিবা কথা কৈছে নেকি?"

"কোৱা নাই।"

"আজি মোৰ লগত তোমাৰ বিয়াৰ দিন ধাৰ্য্য কৰাত, তোমাৰ মনত ভাল লগা নাইনে?"

নিৰৱে থাকে আনাৰ।

"উত্তৰ নিদিলা যে? তোমাৰ মনত নিশ্চয় ভাল লাগিছে। পিচে প্ৰকাশ কৰিবলৈহে লাজ কৰিছা নহয় জানোঁ? ভয় নাই। বিয়াৰ দিনা নিশা মই তোমাৰ লাজটো ভাঙি দিম" বুলি কৈ সৰকাৰে ভাত খোৱাত মনোনিবেশ কৰে। আনাবে কোনো উত্তৰ নিদি পাক ঘৰত প্ৰবেশ কৰে।

সৰকাৰে ভাত পানী খাই উঠাৰ লগে লগে আনাবে মজিয়াখন মচি কাহি বাতিবোৰ ধুই পখালি পাক ঘৰত নি থয়। তাৰ পিচত হাত ভৰি ধুই ঘৰৰ পৰা তাই ওলাই আহে।

সেই সময়ত কেৰাচিন তেলৰ চাকি এটা ৰহমানৰ কোঠালীত

চিমিক চামাক কৈ জ্বলি আছিল। আনাৰে ইফালে সিফালে চাই ৰহমানৰ কোঠালীত প্ৰৱেশ কৰে। ৰহমানে তেতিয়া বিছনাত বহি বঙালী ডিটেক্‌টিভ্‌ কিতাপ এখন পঢ়ি আছিল।

"এতিয়াও তুমি শুৱা নাই কিয়?"

আনাৰে ৰহমানৰ ওচৰ চাপি নিম্নস্বৰে প্ৰশ্ন কৰে।

"তোমাৰ কাৰণে অপেক্ষা কৰি শুৱা নাই।"

ৰহমানে আনাৰৰ ফালে চাই উত্তৰ দিয়ে।

"তুমি সেইখন কি কিতাপ পঢ়িছা?"

"এখন বঙালী ডিটেক্‌টিভ্‌ উপন্যাস।"

"কিতাপখনৰ নাম কি?"

"হত্যাকাৰী কে।"

"বাক্ সেইবোৰ এতিয়া এৰা। আজি আমাৰ ঘৰত কি হৈছে শুনিছানে?"

"কি হৈছে?"

"সৰকাৰে আজি হোজাইৰ পৰা কাজীক মাতি আনি, তেওঁৰ লগত মোৰ বিয়াৰ দিন ধাৰ্য্য কৰিছে।"

"সেই কথা শুনিছোঁ।"

"কোনে কলে তোমাক?"

"কামাল ককাইদেৱে।"

"তেনেহলে তুমি এতিয়া কি কৰিম বুলি ভাবিছা?"

"কি যে কৰো তাকেই ভাবি স্থিৰ কৰিব পৰা নাই।"

"ভাবি থাকিলে কোনো কাম নহয়। বলা আমি এতিয়াই ইয়াৰ পৰা পলাই যাওঁ।"

"কলৈ পলাই যাওঁ বুলি তুমি ভাবিছা?"

"বহুত বহুত দূৰলৈ— যি ঠাইত কোনো মানুহে আমাক চিনি নেপায়, সেই ঠাইলৈ।"

"সৰকাৰ যিহে ধুৰন্ধৰ প্ৰভাৱশালী মানুহ, আমি যি ঠাইলৈ যাওঁ তেওঁ সেই ঠাইৰ পৰা টকা পইচা খৰচ কৰি পুলিচ লগাই আমাক ধৰাই আনিব। তাৰ পিচত মোক জেলত সুমাই থৈ তোমাক জোৰ কৰি বিয়া কৰাব।"

"তেনেহলে উপায় কি?"

"উপায় আছে। এইবোৰ কথা তুমি এতিয়া ভাবিব নেলাগে।"

"বাৰু এতিয়া কোৱাচোঁন সৰকাৰে আজি তোমাক কি কি কথা কলে।"

তাই সৰকাৰে কোৱা কথাবোৰ ৰহমানৰ আগত পুনৰাবৃত্তি কৰে।

"ইয়াত বাহিৰে সৰকাৰে আৰু কিবা কথা কলে নেকি?"

ৰহমানে পুনৰ প্ৰশ্ন কৰে।

"কোৱা নাই।

"গধূলি কামাল ককাইদেৱে তোমাক মাতি নি কি কথা কলে?"

"কি কথানো আৰু কব, বিয়াৰ কথা।"

"তুমি কি কলা?"

"মইনো আৰু কি কম। তুমি যিদৰে কবলৈ কৈছিলা মই ঠিক সেই দৰেই কৈছোঁ।"

"বাৰু কোৱাছোঁন কি বুলি কৈছিলা তুমি।"

"মই কৈছো ককাইদেও! মইতো আপোনাক পাম পাম বুলি ইমান দিনে আশা কৰি আছোঁ। পিচে আপোনাক পাম পাম বুলি আশা কৰি থাকোঁতে যদি সৰকাৰে মোক জোৰ কৰি বিয়া কৰায়, তেনেহলে আপুনিয়েই কওঁকচোন ককাইদেও! মই আত্মহত্যা কৰি মৰাত বাহিৰে অন্য উপায় মোৰ কি আছে।

ককাইদেৱে মোৰ কথা শুনি উত্তেজিত হয়। তাৰ পিচত তেওঁ কয়, আনাৰ! তুমি ভয় নকৰিবা। মই খোদাৰ কচম খাই কৈছো, মই জীয়াই থাকোঁতে সৰকাৰে তোমাক বিয়া কৰাব নোৱাৰে।"

আনাৰৰ কথা শুনি ৰহমান আনন্দত উল্লাসিত হয়।" "চাব্বাচ্ মোৰ ৰাণী" বুলি কৈ ৰহমানে আনাৰক দুহাতেৰে বুকুত সাৱটি লৈ আনাৰৰ ৰক্তাভ সুকোমল গাল দুখনত চুমা দুটি খায়।

"ধেৎ কি কৰা। তুমি কিযে খকুৱা মানুহ। তোমাৰ লগত বিয়া নৌহওঁতেই যদি ইমানবোৰ চুমা খোৱা পিছত বিয়া হলে দেখোন মোৰ গাল দুখন নেথাকিবই।"

মিচিকিয়া হাঁহি ওঠত লৈ কটাক্ষ নয়নে ৰহমানৰ মুখলৈ চাই সুন্দৰী আনাৰে কয়। আনাৰৰ হৰিণীৰ নিচিনা আয়ত স্বপ্নবিষ্ট ধুনীয়া চকু যুৰিৰ সেই সম্মোহিনী চাৱনি আৰু তাইৰ ৰক্তাভ ওঠ দুটিত প্ৰতিবিম্বিত মিচিকিয়া হাঁহিত তাইৰ সমুজ্বল মুকুতাৰ সদৃশ দাঁত দুপাৰি উদ্ভাসিত হৈ উঠে। তাইৰ মুখমণ্ডলত এক অভিনৱ সম্মোহন ৰূপৰ সৃষ্টি হয়।

প্ৰেমিকা আনাৰৰ সেই সৰ্বগ্ৰাসী সংমোহিনী ৰূপ দেখি প্ৰেমিক ৰহমান উন্মত্ত হৈ উঠে। সি পুনৰ্বাৰ আনাৰক বুকুত সাৱটি লয়। নৱ পুষ্পিত ফুলৰ আমোলমোল গন্ধত বলিয়া ভোমোৰাৰ দৰে সি নৱ যৌৱনা ষোড়শী সুন্দৰী আনাৰৰ সুকোমল গাল দুখনিত, চুমা খাই, মধু পানৰ তৃপ্তি লাভ কৰে। মধু পীপাসু প্ৰেমিক ৰহমান।

পিছদিনা ৰাতিপুৱা চাহ জলপান খাই উঠি সৰকাৰে দৰকালৈ যায়। কালুমিয়াই কামলা দুজনক লগত লৈ সুৰেয়াৰ কাৰণে নতুন ঘৰ এটা সজাৰ কাম আৰম্ভ কৰে। দহ্ বজাত ধান কটোৱাৰ কাৰণে মতা মানুহ চাৰিজন আৰু ঘৰত কাম কৰোৱাৰ কাৰণে মাইকী মানুহ দুগৰাকী লগত লৈ সৰকাৰে দৰকাৰ পৰা ঘূৰি আহে।

মতা মানুহ চাৰিজনক কামাল আৰু ৰহমানৰ লগত ধান কাটিবলৈ পঠায়। মাইকী মানুহ দুগৰাকীক ধান খুন্দিবলৈ লগায়। সৰকাৰক বিয়াৰ ভোজৰ কাৰণে চাউলৰ যোগাৰ লাগে। সৰকাৰে বিয়াৰ কাম খৰধৰকৈ আৰম্ভ কৰে।

আবেলি মৌলবী কাচেম আলি চাহাব আহি সৰকাৰৰ ঘৰত উপস্থিত হ'ল। সৰকাৰে মৌলবী চাহাবৰ লগত পৰামৰ্শ কৰি বিয়াৰ দিনা দিনত আৰু নিকাহৰ পিছৰ নিমন্ত্ৰিত আলহি সকলক খুওৱাৰ কাৰণে বৃহৎ আঁচনি এখন তৈয়াৰ কৰে।

পিছদিনা সৰকাৰে ৰহমানক লগত লৈ নগাওঁ চহৰলৈ যায়। নগাওঁ চহৰৰ বিখ্যাত মিঠাই প্ৰস্তুত কাৰক সুবিমল ঘোষৰ দোকানত এমোন ৰসগোল্লা, এমোন লালমোহন, এমোন সন্দেচ, এমোন সিঙৰা আৰু পাঁচ মোন ভাল দৈৰ অৰ্ডাৰ দিয়ে।

তাৰ পিচত তেওঁ কাপোৰৰ দোকানলৈ গৈ আনাৰৰ বাহিৰে ঘৰৰ আটাইবোৰ মানুহৰ কাৰণে তেওঁৰ বিয়াৰ দিনা পিন্ধিবলৈ প্ৰত্যেকৰে এযোৰাকৈ নতুন কাপোৰ কিনে। আনাৰৰ কাৰণে কোনো বিয়াৰ কাপোৰ নিকিনা দেখি ৰহমান আচৰিত হয়।

সৰকাৰে দৰ্জিৰ দোকানলৈ গৈ নিজৰ কাৰণে চিল্কৰ পাইজামা এটা আৰু পাঞ্জাবী এটা চিলাই কৰি ৰাখিবলৈ অৰ্ডাৰ দিয়ে। সৰকাৰৰ বিয়াৰ পোছাক।

নগাওঁ চহৰৰ পৰা ঘূৰি আহোঁতে তেওঁ হোজাই অঞ্চলৰ প্ৰখ্যাত ৰান্ধনি কাচিমদ্দিন মৌলবীক বিয়াৰ ভোজ ৰান্ধিবলৈ নিমন্ত্ৰণ কৰি আহে।

বিলৰ মাছ মহলদাৰ কুতুব আলিক আৰু গৰু ছাগলী বেপাৰী

কেৰামত আলি বেপাৰীক মাতি আনি, সৰকাৰে বিয়াৰ ভোজৰ কাৰণে মাছ মাংসৰ অর্ডাৰ দিয়ে। সৰকাৰৰ বিয়াৰ কম দ্রুত গতিত আগবাঢ়ে।

যথাসময়ত সৰকাৰে নগাওঁ চহৰলৈ গৈ প্রেছৰ পৰা বিয়াৰ নিমন্ত্রণী চিঠিবোৰ আনে। তাৰ পিছত তেওঁ, তেওঁৰ বন্ধু বান্ধৱ সকলৰ ঘৰে ঘৰে গৈ চিঠি দি বন্ধু বান্ধব সকলক সানুনয়ে বিয়াৰ নিমন্ত্রণী জনায়।

বিয়াৰ দিন ধাৰ্য্য কৰাৰ পিচৰেপৰা সৰকাৰৰ গুণগ্ৰাহী বন্ধু-বান্ধবসকলে সৰকাৰৰ ঘৰলৈ বিয়াৰ খবৰ লবলৈ আহে। সৰকাৰৰ বিয়াৰ দিনা নিমন্ত্রিত আলহি আৰু সমবেত গৰীব দুখীয়া মানুহবোৰক অভ্যৰ্থনা কৰাৰ বৃহত আচনিৰ গম পাই, অনেকে সৰকাৰৰ উদাৰ আৰু মহানুভৱতাৰ শলাগ লয়।

সৰকাৰৰ টকা পইচা অথবা কোনো বয় বস্তুৰ অভাব নাই। কেইদিনমানৰ ভিতৰতে তেওঁৰ বিয়াৰ সকলো বয় বস্তু যোগাৰ হ'ল। তথাপিতো কিয় জানোঁ তেওঁক চিন্তাযুক্ত আৰু বিমর্ষ দেখা যায়। সৰকাৰৰ সেই বিমর্ষ মুখাকৃতি দেখি ৰহমান চিন্তিত হয়।

সৰকাৰে এদিনাখন আবেলি কালুমিয়াই সুৰেয়াৰ কাৰণে সাজি থকা নতুন ঘৰটো চাবলৈ যায়। তেওঁ কালুমিয়াৰ লগত ঘৰটোৰ বিষয়ে কথা বতৰা পতাৰ পিচত, কালুমিয়াই সৰকাৰৰ মুখলৈ চাই কয় "জোনাব! আপুনি আনাৱৰ লগত বিয়াৰ দিন ধাৰ্য্য কৰা শুনি কামালৰ বৰ খং। সেই দিনাৰপৰা সি কাম কাজত মন নিদিয়া হ'ল আৰু মন মাৰি ঘূৰি ফুৰিবলৈ ধৰিলে। তাক আপুনি সময় থাকোঁতে বুজাই বঢ়াই শান্ত নকৰিলে দেখিছোঁ মোৰো বিপদ হব পাৰে আৰু আপোনাৰ বিয়াতো সি গণ্ডগোল লগাব পাৰে। এই বিষয়ে আপুনি কিবা ভাবি চাইছেনে?"

"আপুনি ঠিকেই কৈছে জোনাব। ময়ো অৱশ্যে কামালৰ কথাটো নভবাকৈ থকা নাই। পিচে এটা কথা কামাল এজন বৰ নিৰীহ পৰিশ্ৰমী ল'ৰা। বোৱাৰীজনী ঘৰৰপৰা ওলাই যোৱাৰ পিচৰে পৰা মই লক্ষ্য কৰিছোঁ তাৰ স্বভাৱ চৰিত্ৰৰ পৰিবৰ্তন ঘটিল। অৱশ্যে তাৰ নিচিনা স্বাস্থ্যবান আৰু সৰলমনা লৰা এজনৰ এনেকুৱা পৰিস্থিতিত স্বভাৱৰ পৰিবৰ্তন ঘটাটো স্বাভাৱিক।

কি কম জোনাব! তাৰ কথা ভাবিলে মোৰ বুকুখন ফাটি যাব

খোজে। তাৰ কাৰণে মই লাজ কাজ এৰি বোৱাৰীক আনিবলৈ গৈছিলোঁ। পিচে আপুনিয়েই কওঁকচোন জোনাব আহিব নোখোজা মানুহজনীক কোনোবাই আনিব পাৰে জানোঁ?

মই বোৱাৰীক ক'ত কথা কৈ মেলিও ঘৰলৈ আনিব নোৱাৰিলোঁ। অৱশেষত উপায় নেপাই তাৰ কাৰণে অতি ধুনীয়া ছোৱালী এজনী লংকাত ঠিক কৰি ৰাখিছোঁ।

আপোনাক সি পিতৃতুল্য সংমান কৰে। আপুনি এবাৰ তাক কাষত বহুৱাই লৈ এইবোৰ কথা বুজাই কব। সি বৰ সহজ সৰল ল'ৰা। নিশ্চয় সি বুজিব তাৰ কাৰণে ভয় নেখাব।"

"সি মোৰ লগত আজি কালি আগৰ দৰে কথা বতৰা নেপাতে। মোক দেখিলে সি তলমুৰ কৰি আঁতৰি যায়। সেই কাৰণে, আপুনি নিজেই এইবোৰ কথা কৈ মেলি, বুজাই বঢ়াই তাক সোনকালে শান্ত কৰক। নহলে আমাৰ বিপদ হোৱাৰ সম্ভাৱনা। মই তাক বুজাই বঢ়াই শান্ত কৰিব নোৱাৰিম।"

"বাৰু ঠিক আছে। আপুনি তাক কোনো কথা কব নেলাগে। মই নিজেই এই সমস্যাৰ এটা সমাধান বিচাৰি উলিয়াম। আপুনি কামালৰ বিষয় চিন্তা কৰিব নেলাগে" বুলি কৈ সৰকাৰে আঁতৰি যায়। কালুমিয়াই সৰকাৰৰ মনোভাব বুজিব নোৱাৰি সৰকাৰৰ ফালে চাই থাকে।

সৰকাৰৰ বিয়াৰ দিন লাহে লাহে চমু চাপি আহিল। বিয়াৰ যোগাৰ সম্পূৰ্ণ হ'ল। পুহ মাহৰ পচিশ তাৰিখ। আবেলি দুই বজাত জামাল আহি ঘৰত উপস্থিত হ'ল। পাঠক! জামালৰ গাৰ বৰণ মিঠা। পৰিধানত ক'লা লংপেন্ট্, হাত দীঘল বগা কামিজ্ আৰু ৰঙা চুয়েটাৰ। ডিঙিত ৰঙা ৰঙৰ মাফ্লাৰ এখন মেৰোৱা। ককালত চামৰাৰ আভৰণত ওলমি থকা ডেগাৰ এখন। মুৰৰ চুলিবোৰ দীঘল। যত্নহীন। চকুযুৰি ৰঙা।

"ককাইদেও। ইমান দিনৰ মুৰত আজি ক'ৰ পৰা ওলালহি?" ঘৰৰ পৰা ওলাই আহি জামালৰ মুখলৈ চাই আনাৰে সোধে।

"মই ক'ত থাকোঁ আৰু ক'ৰপৰা আহিলোঁ, সেইবোৰ কথা কিয় লাগিছে তোক?"

চেলেং পেলেং কৰি ৰুঢ় স্বৰে জামালে উত্তৰ দিয়ে।

"বাৰু কওঁকচোন কৰ পৰা ওলালহি আজি?"

পুনৰ জামালৰ মুখলৈ চাই আনাৰে প্ৰশ্ন কৰে।

জামালে চলং পলং কৈ আনাৰৰ কাষ চাপি আহি কয়—

"চিলঙৰ পৰা।"

জামালে কথা কওঁতে তাৰ মুখৰ পৰা ভেকেটা ভেকেট দুৰ্গন্ধ বাহিৰ হয়। আনাৰে নাকে মুখে হাত দি জামালৰ কাষৰ পৰা আঁতৰি যায়।

"হেৰ আনাৰ। আঁতৰি গলিয়ে, মাজান ক'ত?"

আনাৰৰ ফালে চাই জামালে প্ৰশ্ন কৰে।

"মাজান শুই আছে।"

উত্তৰ দিয়ে আনাৰে।

"এই দিন দুপৰতে কোনোবাই শুই থাকে নেকি?"

"মাজানৰ অসুখ ককাইদেও।"

"তেনেহলে মাজানক ঔষধ খুৱাইছ নে নাই?"

"ঔষধ খুৱাই আছোঁ।"

"বাৰু চাই লওঁ ৰবা" বুলি কৈ জামালে চলং পলং কৰি খোজ কাঢ়ি গৈ আনোৱাৰাৰ শয়ন কক্ষত প্ৰবেশ কৰে। জামালৰ মাত শুনি বেগম আনোৱাৰাই বিছনাত উঠি বহে। তাৰ পিচত জামালৰ ফালে চাই সোধে, "ইমান দিন ক'ত আছিলা বোপা তুমি?"

"চিলঙত মা।"

তলমূৰ কৰি জামালে উত্তৰ দিয়ে।

"আনাৰ! জামাল আহিছে, পীৰা এখন লৈ আহাচোঁন।"

আনোৱাৰাই আনাৰক পীৰা এখন আনিবলৈ কয়।

"পীৰা আনিব নালাগে মাজান। মই নবহোঁ।"

কয় জামালে।

"কিয়?"

"মোৰ বহিবলৈ সময় নাই। মই এতিয়াই নগাওঁলৈ যাম।"

"বাৰু যলৈ যাব যাবি। ইমান দিনৰ মূৰত ঘৰলৈ আহিছা অলপ সময় বহচোঁন।"

"নবহো মা! মোৰ সময় নাই। তুমি মোক সোনকালে টকা দুশ দিয়া।"

"দুশ টকা?"

"হয় মা দুশ টকা।"

"ইমান তত্‌তৈয়াকে নো দুশ টকা তোমাক কিয় লাগে?"

"শুনা নাই জানোঁ তুমি? পিছে তুমি হলা ঘৰৰ ভিতৰতে শুই থকা মাইকী মানুহ। বাহিৰত ক'ত কি হয়, তুমি কেনেকৈ জানিবা। বাৰু কওঁ শুনা। নগাওঁ চহৰত গত এসপ্তাহ ধৰি বানাৰসী বাইজী নাচ চলি আছে। মই শুনা মতে আজি হেনো শেষ নিশা। মই আজি ইয়াৰ পৰা গৈ নিশা নাচ চাম। কালি ৰাতিপুৱা চাকৰি এটা বিচাৰি মই ডিব্ৰুগড়লৈ যাম। বুজিছাতো এতিয়া। সোনকালে টকা দুশ উলিয়াই দিয়া। মোৰ পলম হৈছে।"

"বুজিছোঁ বোপাই, সকলো বুজিছোঁ। পিছে আজি তিনিমাহ ধৰি মই ৰোগ শয্যাত পৰি আছো। খোদাইহে জানে আজি মৰোনে, কালি মৰোঁ। তেনেস্থলত এতিয়াই মই তোমাক কৰ পৰা দুশ টকা দিওঁ।"

"মাজান! তোমাৰ এইবোৰ কথা মই নুশুনো। একে লগে দুখন বিয়া পাতিবলৈ সমর্থ হোৱা; কিন্তু তোমালোকে মোক চাকৰি এটা বিচাৰিবলৈ দুশ টকা দিব নোৱাৰা।

"মই দুখন কিয়, এখনো বিয়া পতা নাই বোপাই। মোৰ কথা বিশ্বাস নকৰা যদি তুমি কামালক সোধা গৈ।"

"মাজান! মই কোনো মানুহক সুধিব নেযাওঁ। সকলো কথা দৰকাত শুনি আহিছো। দিয়া সোনকালে টকা দুশ। মনত ৰাখিবা। মোক টকা দুশ নিদিলে, এই ঘৰত দুখন কিয়, এখনো বিয়া পাতিব নোৱাৰিবা। মই লণ্ড ভণ্ড কৰি সকলো পণ্ড কৰি দিম।"

ইমান সময় সৰকাৰে জামাল আৰু বেগম আনোৱাৰাৰ মাজত হোৱা কথোপকথন শুনি আছিল। তেওঁ জামালৰ সিদ্ধান্ত শুনি বেগম আনোৱাৰাৰ শয়ন কক্ষত প্ৰবেশ কৰে। সৰকাৰক অহা দেখি জামালে মনে মনে থাকে। সৰকাৰে জামালৰ ফালে চাই সোধে, "জামাল! ইমান দিনৰ মূৰত ক'ৰ পৰা আহিলা তুমি?"

"চিলঙৰ পৰা আহিলোঁ চাচা।"

সৰকাৰৰ ফালে পিচ মুখ কৰি জামালে উত্তৰ দিয়ে।

"ইমান দিন চিলঙত কাৰ ঘৰত আছিলা?"

"আমাৰ এম এল এ চাহাবৰ ঘৰত।"

"এম, এল, এ চাহাবে তোমাক চাকৰি এটা দিম বুলি মোৰ আগত কৈছিল। পিচে তেওঁ তোমাৰ চাকৰিৰ কিবা বন্দোবস্ত কৰি দিলে জানোঁ?"

"চাচা। আমাৰ এম, এল, এ জন প্ৰকৃততে ভাল মানুহ নহয়।

তেওঁৰ মুখখনহে বৰ মিঠা। টকা পইচা নেপালে তেওঁ কোনো কাম নকৰে। কেৱল হব হব বুলি কৈ থাকে।"

"টকা পইচা নিদিলে যে তেওঁ কাম নকৰে, সেই কথা তুমি কেনেকৈ জানিলা?"

"মই তেওঁৰ ঘৰত থাকোঁতেই যমুনামুখৰ আৰু নীলবাগানৰ ল'ৰা দুজনৰ পৰা তেওঁ এহেজাৰ টকা লৈ দুয়োকো চাকৰিত সোমাই দিলে নহয়।"

"হয় নেকি?"

"হয়তো।"

"বাৰু তুমি আজি আকৌ কলৈ যাব ওলাইছা?"

"এতিয়া নগাওঁলৈ। নিশাটো নগাওঁত কটাই কালি ৰাতিপুৱাৰ বাচত উঠি ডিব্ৰুগড়লৈ যাম।"

"কিয় ডিব্ৰুগড়লৈ যোৱা?"

"হোজাইৰ কুদ্দুচ আলি সৰকাৰৰ ল'ৰা ৰমজান আলিয়ে ডিব্ৰুগড়ত বন বিভাগৰ চাকৰি কৰে। এম এল এ চাহাবৰ ঘৰত তেওঁক লগ পাইছিলোঁ। তেওঁৰ মতে এমাহ মানৰ ভিতৰত বন বিভাগৰ সৰু চাকৰি এটা খালি হব। তেওঁ মোক ডিব্ৰুগড়লৈ লগতে লৈ যাব খুজিছিল। মই পিচে হাতত টকা পইচা নথকাত, তেওঁৰ লগত যাব নোৱাৰিলোঁ। সেই কাৰণেহে এতিয়া মোক টকা দুশ লাগে।"

"ঠিক আছে। আজি নিশাটো তুমি ঘৰত জিৰণি লোৱা। কালি ৰাতিপুৱা কিমান টকা মই তোমাক দিব পাৰো ভাবি চিন্তি চাওঁ।"

"আজি নিশা মই ইয়াত থাকিব নোৱাৰো।"

"কিয়?"

"হয়বৰ গাওঁৰ মুন্সিৰ ল'ৰা সমচেৰ আলিৰ ঘৰত থাকি আজি নিশা নগাওঁ চহৰত নাচ চাম বুলি সমচেৰৰ আগত কথা দি আহিছোঁ। সমচেৰে মোৰ কাৰণে বাট চাই থাকিব।"

সৰকাৰ এজন বুধিয়ক দূৰদৰ্শী টেন্টন মানুহ। কামাল আৰু বেগম আনোৱাৰাই তেওঁৰ বিয়াৰ বিৰোধিতা কৰিছে। জামাল এজন সাহসী দুৰ্দ্দান্ত গুণ্ডা। এনে সন্ধিক্ষণত তাক দুশ টকাৰ বিনিময়ত ঘৰত ৰখা সমীচীন নহয় বুলি ভাবি সৰকাৰে টকা দুশ আনি জামালৰ হাতত দি কয়, 'দেখ বোপাই! এয়া দুশ টকা মই তোমাক দিলোঁ।

তুমি যিমান দিন লাগে ডিব্ৰুগড়ত থাকিবা। চাকৰিটো ঠিক নোহোৱা পৰ্য্যন্ত ঘৰলৈ ঘূৰি নাহিবাদেই।"

জামালে "বাৰু" বুলি কৈ টকা দুশ হাতত লৈ যাবলৈ ওলায়। এনেতে গৰম গাখীৰ এগিলাচ হাতত লৈ আনাৰ আহি জামালৰ সম্মুখত থিয় হয়।

"গিলাচত কি আনিছা ?"

আনাৰৰ মুখলৈ চাই জামালে সোধে।

"গৰম গাখীৰ ককাইদেও।"

উত্তৰ দিয়ে আনাৰে।

"গাখীৰ ?"

"হয় ককাইদেও।

"মই গাখীৰ নেখাওঁ নহয়।"

"গাখীৰখিনি কিয় নোখোৱা বোপায়। ইমান দিনৰ মূৰত ঘৰলৈ আহিছা এনেয়ে যোৱাতকৈ গাখীৰখিনিকে খাই যোৱাচোঁন।"

বেগম আনোৱাৰাই জামালৰ মুখলৈ চাই কয়।

"মই গাখীৰ নেখাওঁ মাজান। গাখীৰ খালে মোৰ বমি হয়।"

"ককাইদেওঁ! আজি আপোনাৰ মুখৰ পৰা কিহৰ ইমান ভেকেটা ভেকেট দুৰ্গন্ধ ওলাইছে ?"

নাক মুখত হাত দি জামালৰ ফালে চাই আনাৰে সোধে।

"ধেৎ কিহৰ গোন্ধ পালি অ। মিছা কথা" বুলি কৈ জামালে চলং পলং কৰি কোঠালীৰ পৰা ওলাই যায়।

"বেয়া পালে নেকি ককাইদেও ?"

জামালৰ ফালে চাই আনাৰে সোধে।

জামালে কোনো উত্তৰ নিদি আঁতৰি যায়। নিজৰ কুকৰ্মৰ ফলতেই সকলো ধ্বংস হল বুলি কৈ বেগম আনোৱাৰাই চকুলো টুকে।

ডবকাৰ সুৰেন বড়ো আৰু হয়বৰ গাওঁৰ সমচেৰ আলি জামালৰ বাল্য বন্ধু আৰু সহপাঠী। সমচেৰ আলিও মেট্ৰিক ফেল কৰি চাকৰি বিচাৰি ঘূৰি ফুৰে।

জামালে ঘৰৰপৰা ওলাই গৈ ডবকাত সুৰেন বড়োক লগ ধৰে। তাৰ পিচত দুয়ো বন্ধুই বাচত উঠি নগাওঁলৈ যায়। পথুলি পাচ বজাত তেওঁলোকে গৈ সমচেৰ আলিৰ ঘৰত উপস্থিত হয়।

দিনমণিৰ বিদায়ৰ অন্তত জাৰ কালিৰ গধূলি ফ্ৰিৰ্ ফ্ৰিৰিয়া বতাহ জাকে গধূলিটো আৰু অসহনীয় কৰি তুলিছে।

"আজি এতিয়াই ইয়াত যিহে শীত পৰিছে, নিশা নাচ চোৱা সম্ভৱ হব জানোঁ?"

জামালৰ মুখলৈ চাই সমচেৰে প্ৰশ্ন কৰে।

"কি কলা? চিলঙতকৈও ইয়াত বেচি শীত পৰিছে নেকি?"

প্ৰশ্ন বোধক সুৰত জামালে উত্তৰ দিয়ে।

"শিলঙৰ কথা নকবা ভাই। সাধাৰণ মানুহেও গধূলি পৰত কওৰ ঘৰত বহি এটুপি খাই বাটে পথে ঘূৰি ফুৰে। আৰু ইয়াত, কৰবাত লুকাই চুৰাই এটুপি খোৱা গম পালেই, চকু চৰহা মানুহবোৰে কি কয় শুনিছাই নহয়। চিলঙত হলে এটুপি কিয়, বটলে বটলে সুৰাপান কৰিলেও কোনোবাই কেতিয়াবা কিবা কোৱা শুনিছা জানোঁ?"

"নগাওঁৰ লগত চিলঙক তুলনা নকৰিবা ভাই। চিলং হল স্বৰ্গপুৰী।"

সুৰেন বড়োই কয়।

"এইবোৰ কথা এতিয়া এৰা। পলম হৈছে। সোনকালে পোছাক পিন্ধি ওলাই আহা গৈ।

সমচেৰ আলিৰ মুখলৈ চাই আদেশৰ সুৰত জামালে কয়।

"ঠিক আছে। তোমালোকে ক্ষন্তেক বহা। মই পোছাক পিন্ধি আহোগৈ" বুলি কৈ সমচেৰে ঘৰত প্ৰবেশ কৰে।

ক্ষন্তেক পিচতে, সমচেৰে পোছাক পিন্ধি ঘৰৰ পৰা ওলাই আহিল। তিনিও বন্ধুই সমচেৰ আলিৰ ঘৰৰপৰা ওলাই হয়বৰ গাওঁ বাচ ষ্টেণ্ডৰ ফালে আগবাঢ়িল। হয়বৰ গাওঁ বাচ ষ্টেণ্ডৰ সন্মুখত ৰামবিৰিশ চৌহানৰ পান দোকান। দোকান ঘৰটোৰ কোঠালী দুটা।

সন্মুখৰ কোঠালীটোত, পান, তামোল, বিড়ি চিগাৰেট আৰু দ্বিতীয় কোঠালীটোত কাঠৰ সৰু টেবুল এখন, বেঞ্চ এখন। চীনা মাটিৰ কাপ প্লেট্ কেইযোৰামান, কাচৰ গিলাচ ইত্যাদি।

তিনিও বন্ধুই গৈ পান দোকানৰ সন্মুখত থিয় হ'ল। জামালক দেখি ৰামবিৰিশ চৌহানে সোধে— "কিহে সৰকাৰ চাহাব ইমানদিন ক'ত আছিলে আপুনি?"

জামালৰ লিখিত নাম মহম্মদ জামালুদ্দিন সৰকাৰ। জামালে হয়বৰ গাওঁ হাইস্কুলত পঢ়া দিনৰে পৰা, চৌহানৰ লগত তেওঁৰ ঘনিষ্ঠ সম্বন্ধ।

"চিনাওত আছিলোঁ চৌহান।"

জামালে উত্তৰ দিয়ে।

"আপোনাৰ ভালতো?"

"ভালেই আছোঁ। পিচে আপোনাৰ লগত আজি ভাল মাল আছে নে নাই?"

"আছে।"

"মাংস?"

"মুৰ্গীৰ মাংসহে আছে।"

"তেনেহলে ঠিক আছে। দুৱাৰখন খোলকচোঁন।"

ৰাম বিৰিশে ভিতৰৰপৰা দ্বিতীয় কোঠালীৰ দুৱাৰখন খুলি দিয়ে। ইফালে সিফালে চাই তিনিও বন্ধুই কোঠালীত প্ৰবেশ কৰে। চৌহানে ভিতৰৰ পৰা কোঠালীটোৰ দুৱাৰখন বন্ধ কৰি দিয়ে। তাৰ পিচত তেওঁ এবটল দেশী মদ্ তিনিটা কাচৰ গিলাচ, আৰু তিনি প্লেট্ মুৰ্গীৰ মাংস আনি টেবুলৰ ওপৰত ৰাখে। জামালে মদৰ বটলটো হাতত লৈ চৌহানৰ ফালে চায়।

"চৌদাৰ বটল লাগিব নেকি সৰকাৰ চাহাব?"

জামালৰ মুখলৈ চাই চৌহানে সোধে।

"বাৰু এবটল চৌদাপানী দিয়কচোন। চাই লওঁ আপোনাৰ মাল খাটি আছে নে নাই।"

জামালে উত্তৰ দিয়ে।

"কি যে কয় সৰকাৰ চাহাব! আপ্নি আমাৰ পুৰণা গ্ৰাহক আছে। আমি কি আপ্নাকে খাৰাপ মাল দিব? আপনি আমাৰ কথা বিশ্বাস নাকৰে যদি মালৰ ওপৰত ছলাই মাৰি দেখিব পাৰে, মালত আগুন ধৰে কি নাধৰে।"

"ঠিক আছে। আপোনাৰ কথাকে বিশ্বাস কৰিছো। তিনি বটল চৌদা পানী দিয়ক।"

"ঠিক আছে চাহাব। আপ্নি আমাৰ মাল খাই চাওঁক খাৰাপ হলে এটা পইচাও নালাগে" বুলি কৈ চৌহানে তিনি বটল চৌদা পানী আনি টেবুলৰ ওপৰত ৰাখিলে। জামালে বটলৰ পৰা কাচৰ গিলাচ এটাত আধা গিলাচ মদ ঢালি লৈ এঢোক মদ গলাধঃকৰণ কৰি মুখখন বেকেটাই সুৰেনৰ ফালে চাই কলে, "খাটি মাল। চৌদাপানী নিমিহলালে ভিডি পুৰি যাব।"

"হয় নেকি ?"

প্ৰশ্ন কৰে সুৰেনে।

"অলপ খাইছু।"

"কি ৰকম পাইছে সৰকাৰ চাহাব। মাল খাতি আছেতো।"

জামালৰ মুখলৈ চাই চৌহানে সোধে।

"মাল ঠিক আছে।"

জামালে উত্তৰ দিয়ে।

"আৰু কুচ্ লাগিবেকি সৰকাৰ চাহাব ?"

"নেলাগে।"

"তেনেহলে আপ্নাসকলৰ কাৰণে তিনূথু পান তৈয়াৰ কৰিব আমি ?"

"কৰক গৈ সোনকালে।"

"কি পান খাব চাহাব ?"

"শীতৰ দিন। জৰ্দা দিয়া পান।"

"ঠিক আছে চাহাব" বুলি কৈ চৌহানে পান বনাবলৈ যায়।

"আমাৰ ইয়াত মদ্ খাই চিনেমা বা নাচ গান চাব যাবলৈ ভাল নেলাগে ভাই।"

মদৰ গিলাচ হাততলৈ জামালৰ মুখলৈ চাই সমচেৰ আলিয়ে কয়।

"কিয় ?"

জামালে প্ৰশ্ন কৰে।

"আমাৰ ইয়াত মদ খাই মানুহৰ লগত বহিলে, মদৰ গোন্ধ পালেই কিছুমান মানুহে মুখবোৰ বেকেটা বেকেট কৰে আৰু কিছু সংখ্যক মানুহে অভদ্ৰ মানুহৰ দৰে বকা বকি কৰে। চিলঙৰ নিচিনা মদ খাই চিনেমা বা নাচ গান দেখা ইয়াত আৰাম নাই।"

"মানুহে আমাৰ মুখত মদৰ গোন্ধ পালেহে বকিব।"

"মদ খাই মুখৰ পৰা মদৰ গোন্ধ নোপোৱানো কেনেকৈ কৰিব।"

"মদ্ খাই মুখৰ পৰা মদৰ গোন্ধ মৰাটো মামুলি কথা। সেইবোৰ ভাবিব নেলাগে এতিয়া। সোনকালে খাই লোৱা।"

সমচেৰে আৰু কোনো নতুন প্ৰশ্নৰ অৱতাৰণা [illegible] মাংস খোৱাত মনোনিবেশ কৰিলে। জামালে মদ [illegible] চৌহানক

চাহপাত অলপ দিবলৈ কয়। ক্ষন্তেক পিচতে চৌহানে চাহপাত অলপ প্লেট এখনত আনি টেবুলৰ ওপৰত ৰাখে।

জামালে প্লেটৰ পৰা চাহপাত অলপ মুখত লৈ, চাহপাতখিনি চোবাই চোবাই মুখখন ধুই লয়। তাৰ পিচত তেওঁ সমচেৰ আৰু সুৰেনকো চাহ পাত চোবাই মুখ ধুই লবলৈ কয়। জামালৰ কথামতে সুৰেন আৰু সমচেৰেও চাহপাত চোবাই মুখ ধুই লয়।

"মদৰ নিচা থকিবতো ?"

মুখ ধুই উঠি সুৰেন বড়োই জামালক সোধে।

"কেলেই মদৰ নিচা নেথাকিব ? মুখৰ পৰা মদৰ গোন্ধটোহে আঁতৰিব।"

জামালে উত্তৰ দিয়ে।

এনেতে চৌহানে প্লেট এখনত জৰ্দা দিয়া পান তিনিখন আনি টেবুলৰ ওপৰত ৰাখে। জামালে চৌহানক পচিশ টা টকা বকচিচ্ দিয়ে। তাৰ পিছত তিনিও জনে জৰ্দা দিয়া পান মুখত লৈ চৌহানৰ দোকানৰ পৰা ওলাই আহে। চৌহানে তেওঁলোকক 'ৰাম ৰাম চাহাব' বুলি বিদায় সম্ভাষণ জনায়।

তেওঁলোকে চৌহানৰ দোকানৰ পৰা ওলাই আহি চাৰে ছয় বজাত নৃত্য মঞ্চৰ পদুলি মুখত উপস্থিত হল।

পুহ মহীয়া ঠেঁটুৱা লগোৱা শীতক নেওঁচি লোকে লোকাৰণ্য। বিশেষ শ্ৰেণীৰ কেইটিমান টিকেটৰ বাহিৰে, বাকীবোৰ শ্ৰেণীৰ টিকেট বিক্ৰি বন্ধ।

জামাল, সমচেৰ আৰু সুৰেনে খৰ্‌ধৰ্ কৰি বিশেষ শ্ৰেণীৰ টিকেট তিনিটা কিনি প্ৰেক্ষাগৃহত প্ৰবেশ কৰিলে। তেওঁলোকে ষ্টেজৰ গাতে লাগি থকা আসন তিনিখনত বহি পৰিল।

ক্ষন্তেক পিছতে তানপুৰাৰ সুৰেৰে নানা বাদ্য যন্ত্ৰৰ সমন্বয়ত ঐক্যতান আৰম্ভ হল। প্ৰেক্ষাগৃহত সমবেত দৰ্শক মণ্ডলীয়ে হাত তালি দি সম্বৰ্দ্ধনা জনালে। ঐক্যতানৰ অন্তত, ভাৰতৰ সৰ্ব শ্ৰেষ্ঠা নৰ্তকী ৰুনু জুনু পাৰেল বজাই লয় লাসে আহি ষ্টেজত উপস্থিত হ'ল।

হাস্য বদনা সুন্দৰী মেনকা যোশীৰ ৰূপ দেখি প্ৰেক্ষাগৃহত সমবেত নৃত্য প্ৰয়াসী দৰ্শক মণ্ডলীয়ে হাত চাপৰি বজাই আৰু হৰ্ষ ধ্বনি দি মেনকাক সম্বৰ্দ্ধনা জনাইছে।

মেনকাই মঞ্চত পদাৰ্পন কৰাৰ লগে লগে, 'আযা আযা,

আয়াৰে— পীয়াৰে বালম আযা আয়া, হিন্দী গানৰ সুৰ সাৰাঙ্গীত বাজি উঠে। সেই সুৰতে সুৰ মিলাই বাওঁ হাতৰ আঙুলিৰে ঘাগ্ৰাৰ একাংশ ত্ৰিভূজাকৃতিত ওপৰলৈ তুলি, সোঁহাতেৰে আহবান সূচক ভঙ্গিমাৰ সৃষ্টি কৰি হাস্য বদনা মেনকাই দৰ্শক মণ্ডলীৰ ফালে চাই চাই মঞ্চৰ চাৰিও ফালে ঘূৰি ঘূৰি নাচি নাচি সুললীত কণ্ঠে গায় "আযা, আযা, আযাৰে পীয়াৰে বালম আযা, আযা।

নৃত্যৰতা মেনকাৰ হৰিণীৰ নিচিনা আয়ত সম্মোহক চকু যুৰিৰ ছাৱনি আৰু মুখৰ ভঙ্গিমাত, অতি উজ্বল ৰঙা ৰঙেৰে ৰঞ্জিত ওঠ যুৰিৰ মাজত, এক অপৰূপ ৰূপৰ সৃষ্টি কৰি উদ্ভাষিত হৈ উঠে তাইৰ মকুতাৰ সদৃশ শুভ্ৰ দাঁত দুপাৰি। সেই ভঙ্গিমাত তাইৰ মুখমণ্ডলত এক মনোমহা কামোদ্বীপক সম্মোহন ৰূপৰ সৃষ্টি হয়।

মেনকাৰ সেই কামোদ্বীপক সম্মোহন ৰূপ দেখি যুৱক দৰ্শক মণ্ডলী উত্ৰাৱল হৈ উঠে। দৰ্শক মণ্ডলীৰ মাজত উখল মাখল লাগে। আত্মাহাৰা দৰ্শক মণ্ডলী। সেই সময়তে নৃত্য পৰিচালনা কমিটীৰ সম্পাদক শ্ৰীচন্দন মল্ল আগৰৱালা ডাঙ্গৰীয়াই মেনকা যোশীৰ নাচত বিমুগ্ধ হৈ দৰ্শক মণ্ডলীৰ তুমুল হৰ্ষ ধ্বনি আৰু হাত চাপৰিৰ মাজত মঞ্চত উঠি নৃত্যৰতা মেনকাক এশ টকা পুৰস্কাৰ দিয়ে।

মেনকাই টকা শ হাতত লৈ দৰ্শক মণ্ডলীক দেখুৱাই দেখুৱাই বিশেষ শ্ৰেণীৰ দৰ্শক মণ্ডলীৰ প্ৰত্যেক প্ৰত্যেকজন দৰ্শকৰ সন্মুখত থমকি ৰৈ ৰৈ নৃত্য গান কৰে। নৃত্যৰতা মেনকাৰ ওপৰত পাঁচ টকীয়া আৰু দহটকীয়া নোটৰ পুষ্পবৃষ্টি পৰিবলৈ ধৰে। অনেকে অৱশ্যে মেনকাৰ হাতত দি মেনকাক স্পৰ্শ কৰিহে শান্তি লাভ কৰে। পৰশত অৰ্দ্ধ তৃপ্তি লাভ।

সুৰাসেৱী জামালেও মেনকাৰ মোহিনী ৰূপত মোহিত হ'ল। নৃত্যৰতা মেনকাক সন্মুখত পাই সি টকা এশ মেনকাৰ হাতত দি দুহাতেৰে তাইক বুকুত সাৱটি ললে। মেনকাই লাজে অপমানে আৰ্তনাদ কৰি চিঞৰি উঠিল। প্ৰেক্ষা গৃহত হুলুস্থূল লাগিল। নৃত্য গান বন্ধ হ'ল। আনন্দত মতলীয়া দৰ্শক মণ্ডলীয়ে ধৰ ধৰ মাৰ মাৰ বুলি চিঞৰি উঠিল।

দৰ্শকৰ চিঞৰ বাখৰত কামান্ধ মদাপী জামালৰ চেতনা আহিল। মেনকাক সি বাহুবন্ধনৰ পৰা এৰি দিলে। কিছু সংখ্যক উত্তেজিত দৰ্শকে উঠি গৈ জামালক মাৰ পিত কৰি প্ৰেক্ষা গৃহৰ পৰা উলিয়াই দিলে।

দৰ্শকৰ মাৰপিতত জামালৰ শৰীৰ ক্ষত বিক্ষত হ'ল। সি ভয়তে দৌৰি গৈ কলঙৰ পাৰত বাগৰি পৰিল। সুৰেন আৰু সমচেৰে বিচাৰি গৈ নৈৰ পাৰৰ পৰা তুলি নি তাক সমচেৰৰ ঘৰত ৰাখিলে। নিশা সমচেৰে ডাক্তৰ এজনক মাতি আনি জামালক চিকিৎসা কৰালে।

পিছদিনা ৰাতিপুৱা সমচেৰ আৰু সুৰেনে জামালক বাচত তুলি নি ঘৰত থৈ আহে। বেগম আনোৱাৰাই জামালৰ অৱস্থা দেখি চকুলো টুকিবলৈ ধৰিলে। সৰকাৰেই জামালৰ অধঃপতনৰ কাৰণ বুলি কামালে মন্তব্য কৰিলে।

"ভবা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি" বুলি ভাবি জয়নাল আবেদিন সৰকাৰ ম্ৰিয়মান হ'ল।

বেগম আনোৱাৰাৰ অনুনয়ত কালুমিয়াই নগাওঁলৈ গৈ ডাঃ চৌধুৰীক মাতি আনিলে। ডাঃ চৌধুৰীয়ে জামালক পৰীক্ষা কৰি উঠি শোকাকুলা শয্যাশায়ী বেগম আনোৱাৰাক অভয় বাণী শুনালে।

সৰকাৰৰ অনুৰোধত ডঃ চৌধুৰীয়ে বেগম আনোৱাৰাকো পৰীক্ষা কৰে। বেগম আনোৱাৰাৰ অৱস্থা শোচনীয় হৈ পৰা যেন দেখি, ডাঃ চৌধুৰীয়ে আনোৱাৰাৰ মুখলৈ চাই সোধে, "বেগম! আপুনি নিয়মমতে ঔষধ আৰু পথ্যাদি খাই আছেনে নাই?"

"মই আৰু ঔষধ খাই জীয়াই থকাৰ লাভ কি?"

তলমূৰ কৰি হতাশাৰ সুৰত বেগম আনোৱাৰাই উত্তৰ দিয়ে।

"কিয়ে কৈছে আপুনি? মইতো আপুনি নিৰাশ হব লগা কোনো কাৰণ দেখা নাই। নিয়মমতে ঔষধ আৰু পথ্যাদি খাই থাকিলে নিশ্চয় আপুনি অনতি পলমে আৰোগ্য লাভ কৰিব।"

আনোৱাৰাৰ অন্তৰৰ গুপুত বেদনাৰ গম নোপোৱাকৈয়ে ডাঃ চৌধুৰীয়ে কয়। বেগম আনোৱাৰাই নিৰৱে থাকে। ডাঃ চৌধুৰীয়ে হাত ধুই উঠি সৰকাৰৰ লগত গৈ ড্ৰয়িং ৰুমত বহিল। ক্ষন্তেক পিচতে আনাৰে চাহ জলপান আনি দুয়োজনকে পৰিবেশন কৰিলে। সৰকাৰে চাহৰ কাপটো হাতত লৈ ডাক্তৰৰ মুখলৈ চাই সোধে, "জোনাব! জামাল আৰু বেগমক পৰীক্ষা কৰি কেনে পালে?"

"জামালৰ কাৰণে চিন্তা কৰিব নেলাগে আপুনি। তাৰ জখমবোৰ গুৰুতৰ বিধৰ নহয়। যোৱা নিশা হেনো ডাক্তৰে তাক পেনিচিলিন ইন্‌জেক্‌চন দিছে। এতিয়া তাৰ চেপ্‌তিক হোৱাৰ সম্ভাৱনা নাই। মই ঔষধ লিখি দিম। ঔষধ কেইটা আনি প্ৰয়োগ কৰিলে সি এহপ্তাহৰ

ভিতৰতে আৰোগ্য লাভ কৰিব। বেগমৰহে স্বাস্থ্য আৰু বিশেষকৈ মনৰ অৱস্থাৰ অৱনতি ঘটা যেন লাগিছে। বেগমক ঔষধ পাতি খুওৱাত কিম্বা সেৱা শুশ্রূষা কৰাত কিবা বিজুতি ঘটিছে নেকি ?"

ডাঃ চৌধুৰীয়ে সৰকাৰৰ মুখলৈ চাই প্রশ্ন কৰে।

"মই জনাত তেওঁক সেৱা শুশ্রূষা কৰাত কোনো বিজুতি ঘটা নাই দেখোন।"

সৰকাৰে উত্তৰ দিয়ে।

"মই সেইবোৰ নেজানোঁ। মুঠৰ ওপৰত আপুনি বেগমৰ ওপৰত অলপ চকু ৰাখিব।

"বেগমৰ ওপৰত নো কেনেকৈ চকু ৰাখিম জোনাব! বিয়াৰ দিন ওচৰ চাপি অহাৰ লগে লগে, মোৰ চকুত টোপনি নধৰা হৈছে।"

"হবইতো। যিহে ধুনীয়া ছোৱালী এই বয়সত বিয়া কৰাবলৈ ওলাইছে।"

"সেইটো নহয় জোনাব! বিয়াত বাধাগ্রস্থ হৈহে চিন্তান্বিত হৈছোঁ।"

"আপোনাৰ নিচিনা ধনী মানী আৰু দূৰদর্শী মানুহ এজনৰ বিয়াত জানোঁ কোনো বাধা হব পাৰে ?"

"আপোনাৰ দয়া হলে মই অতিক্রম কৰিব নোৱাৰা বাধা অৱশ্যে নহয়।"

"তেনেহলে কওঁকচোন, আপোনাক বাধা মুক্ত কৰিবলৈ মই কি সহায় কৰিব লাগে ?"

"নিশ্চয় কম জোনাব। পিচে আপুনি ক্ষন্তেক বহকচোন' বুলি কৈ সৰকাৰে কিবা কথা ভাবি ড্রয়িং ৰুমৰ পৰা ওলাই যায়। ডাঃ চৌধুৰীয়ে বেগম আনোৱাৰা আৰু জামালৰ কাৰণে দুখন ঔষধৰ ব্যৱস্থা পত্র লিখে। কেইমিনিট মান পিচতে সৰকাৰ আহি ড্রয়িং ৰূমত প্রবেশ কৰে।

ডাঃ চৌধুৰীয়ে ব্যৱস্থা পত্র এখন সৰকাৰৰ হাতত দি কয়, "জোনাব! এইখন বেগম চাহেবাৰ ব্যৱস্থা পত্র।

"এইখন জামালৰ কাৰণে ঔষধৰ ব্যাৱস্থা পত্র। মালিচ্ তেলটো পুৱা গধুলি উখহি উঠা ঠাইবোৰত মালিচ কৰাই দিব। এসপ্তাহৰ ভিতৰতে সি আৰোগ্য লাভ কৰিব। এতিয়া আপোনাৰ কথাটো কওঁক-চোন, চাওঁ মই আপোনাক কি সহায় কৰিব পাৰো।"

"কম জোনাব। কম। প্রথমে এইয়া লওকচোন" বুলি কৈ সৰকাৰে টকা পাঁচশ ডাঃ চৌধুৰীৰ হাতত দিয়ে।

"হাবে ইমানবোৰ টকা দিলে দেখোন ?"

টকা পাঁচশ হাতত লৈ সৰকাৰৰ মুখলৈ চাই, ডাঃ চৌধুৰীয়ে প্রশ্ন কৰে।

"ৰাখি থওঁক জোনাব! ই আপোনাৰ নিচিনা মহান ব্যক্তিৰ কাৰণে যৎ সামান্যহে।"

সৰকাৰে বিনয় সুৰত কয়।

"বাৰু" বুলি কৈ ডাঃ চৌধুৰীয়ে টকা পাঁচশ জেপত সোমাই লয়। তাৰ পিচত তেওঁ হাতত বেগটো লৈ "আজিলৈ আহোহে জোনাব" বুলি কৈ বিদায় মাগিলে। সৰকাৰে তেওঁৰ কাণৰ ওচৰত কিবা কথা ফুচু ফুচাই কৈ কৈ পদূলি মুখলৈ আগবাঢ়ি গল। সৰকাৰৰ কথা শুনি ডাঃ চৌধুৰীৰ মুখাকৃতি গম্ভীৰ। চিন্তান্বিত। সৰকাৰৰ কথাৰ প্রত্যুত্তৰ নকৰি তেওঁ নিৰৱে শুনি থাকে। পদূলি মুখত ঠিয় হৈ সৰকাৰৰ মুখলৈ চাই তেওঁ কয়, "কিন্তু জোনাব!" ডাক্তৰৰ কথাত প্রতিবাদৰ সুৰ।

"খোদাৰ কছম। না নকৰিব জোনাব। ই মোৰ মান ইজ্জত আৰু জীৱন মৰণৰ সমস্যা। আপুনি সহায় নকৰিলে, সকলো অথলে যাব। মই সমাজত মুখ দেখুৱাব নোৱাৰিম। আত্মহত্যা কৰিব লাগিব।"

ডাঃ চৌধুৰীয়ে সৰকাৰৰ কথা শুনি তলমূৰ কৰি কিবা ভাবে। "কি ভাবিছে জোনাব! এয়া লওক পাঁচশ টকা। লাগিলে বিয়াৰ পিচত আকৌ পাঁচশ টকা মই আপোনাৰ ঘৰত দি আহিম" বুলি সৰকাৰে ডাঃ চৌধুৰীৰ হাতত পাঁচশ টকা দিয়ে।

"মই আপোনাৰ টকাৰ কথা ভবা নাই। পিচে আপোনাৰ কথা শুনিহে মোৰ মনটো কেনেবা কেনেবা যেন লাগিছে।" টকা পাঁচশ হাতত লৈ ডাঃ চৌধুৰীয়ে কয়।

"সেইবোৰ কোনো কথা ভাবিব নেলাগে জোনাব! মই বিপদত পৰিছোঁ। আপুনি মোক বিপদৰ পৰা উদ্ধাৰ কৰিব লাগে। পাপ-পুণ্য দায়-দোষ সকলো মোৰ। কথা দিয়ক জোনাব, আপুনি মোক ৰক্ষা কৰিবনে নাই।"

"ঠিক আছে ; কাইলৈ মোৰ ফাৰ্মাচীলৈ মানুহ এজন পঠাই দিব" বুলি কৈ ডাঃ চৌধুৰীয়ে সৰকাৰৰ পৰা বিদায় ললে। "খোদা হাফিজ জোনাব" বুলি কৈ সৰকাৰে ডাঃ চৌধুৰীক বিদায় সম্ভাষণ জনালে।

পিচদিনা ৰাতি পুৱা সৰকাৰে চাহ জলপান খাই উঠি, টকা পঞ্চাশটা

আৰু ঔষধৰ ব্যৱস্থা পত্ৰ দুখন দি ৰহমানক ডাঃ চৌধুৰীৰ ওচৰলৈ পঠায়।

ৰহমানে গৈ দহ বজাত ডাঃ চৌধুৰীৰ ওচৰত উপস্থিত হৈ ঔষধৰ ব্যৱস্থা পত্ৰ দুখন তেওঁৰ হাতত দিয়ে। ডাঃ চৌধুৰীয়ে ব্যৱস্থা পত্ৰ এখন চাই মালিচ্ তেল এবটল আৰু দহটা বড়ি কাগজ এটুকুৰাৰে মেৰিয়াই বান্ধি ৰহমানৰ হাতত দি কয় "ৰহমান! এয়া জামালৰ ঔষধ! বড়িবোৰ এটাকৈ দিনত দুবাৰকৈ জামালক খুৱাবা। এই মালিচ্ তেলটো জামালৰ গাত উখহি উঠা ঠাইবোৰত পুৱা গধূলি দুবাৰকৈ মালিচ্ কৰি দিবা।"

ঔষধৰ দ্বিতীয় ব্যৱস্থা পত্ৰখন চাই, এবটল ওৱাটাৰবাৰি কম্পাউণ্ড আৰু বড়ি ত্ৰিশটা কাগজ এটুকুৰাৰে মেৰিয়াই বান্ধি ডাঃ চৌধুৰীয়ে ৰহমানৰ হাতত দি কয় "ৰহমান, এয়া বেগমৰ ঔষধ। বটলৰ ঔষধটো পুৱা, দুপৰীয়া আৰু গধূলি ভাত অথবা অইন কিবা বস্তু খোৱাৰ পিছত এচামুচকৈ দিনত তিনিবাৰকৈ বেগম চাহেবাক খুৱাবা। বড়িবোৰ ভাত খোৱাৰ পূৰ্বে এটাকৈ দিনত তিনিবাৰকৈ খুৱাবা।

মনত থাকিবতো?"

ঔষধবোৰ ব্যৱহাৰ কৰা নিয়ম ৰহমানক বুজাই দি ডাঃ চৌধুৰীয়ে ৰহমানৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"মনত থাকিব চাৰ।"

ৰহমানে উত্তৰ দিয়ে।

"বাৰু ক্ষন্তেক অপেক্ষা কৰা" বুলি কৈ ডাঃ চৌধুৰীয়ে তেওঁৰ চেম্বাৰত গৈ প্ৰবেশ কৰে। ৰহমানে তাৰ মোনাখনত ঔষধবোৰ সুমাই লয়। ক্ষন্তেক পিছতে ডাঃ চৌধুৰী এপুৰিয়া ঔষধ হাতত লৈ চেম্বাৰৰ পৰা ওলাই আহে। ঔষধৰ পুৰিয়াটো ৰহমানৰ হাতত দি তেওঁ কয় "ৰহমান, এই পুৰিয়া তোমাৰ চাচাৰ ঔষধ। তুমি ঘৰলৈ গৈয়েই এই ঔষধ পুৰীয়া তোমাৰ চাচাক দিবা। বুজিছাতো?"

"বুজিছো চাৰ! পিচে দিনত কেইবাৰকৈ আৰু কেতিয়া কেতিয়া এই ঔষধটো তেওঁ খাব লাগিব?"

ঔষধৰ পুৰিয়াটো হাতত লৈ ডাঃ চৌধুৰীৰ মুখলৈ চাই ৰহমানে প্ৰশ্ন কৰে।

"সেইবোৰ জানিব নালাগে তুমি। ঔষধ পুৰিয়া নি তুমি তোমাৰ চাচাৰ হাতত দিলেই হব।"

ডাঃ চৌধুৰীয়ে উত্তৰ দিয়ে।

"যদি চাচাই ঔষধটো দিনত কেইবাৰকৈ আৰু কেতিয়া কেতিয়া খাব লাগে বুলি মোক সোধে ?"

"তোমাৰ চাচাই এই ঔষধটোৰ বিষয়ে কোনো কথা তোমাক নুসুধে যোৱা বুলি কৈ ডাক্তৰে গৈ তেওঁৰ চেম্বাৰত প্ৰবেশ কৰে।

ডাক্তৰৰ কথা শুনি ৰহমান আচৰিত হল।

চাচাই কোনো কথা নুসুধিব কিয় ?

অস্ফুট স্বৰে ৰহমানৰ মুখত প্ৰতিধ্বনিত হয়।

ৰহমানে কম্পাউণ্ডাৰৰ হাতত ঔষধৰ দাম পৰিশোধ কৰি ঔষধৰ মোনাটো হাতত লৈ ফাৰ্মাছীৰ পৰা ওলাই আহিল। ঘড়িত সেই সময়ত এঘাৰ বাজে। ৰহমানে বেগাবেগীকৈ খোজ কাঢ়ি আহি বাছত উঠিল।

বাছত উঠি বহাৰ লগে লগে তাৰ ডাক্তৰৰ কথা মনত পৰে। "ৰহমান এয়া জামালৰ ঔষধ। মালিচ তেলটো জামালক পুৱা গধূলি দুবাৰকৈ মালিচ্ কৰি দিবা। বড়িবোৰ তাক এটাকৈ দিনত দুবাৰ কৈ খুৱাবা।

এয়া বেগমৰ ঔষধ। বড়িবোৰ ভাত খোৱাৰ পূৰ্বে এটাকৈ দিনত তিনিবাৰ আৰু বটলৰ ঔষধটো ভাত খোৱাৰ পিচত এচামুচকৈ দিনত তিনিবাৰ বেগমক খুৱাবা।" কিন্তু চাচাৰ ঔষধটো দিনত কেইবাৰকৈ আৰু কেতিয়া কেতিয়া খুৱাব লাগে মোক বুজাই নিদিয়াৰ কাৰণ কি ?

ৰহমানে প্ৰশ্ন কৰে নিজৰ মনত।

ডাক্তৰে কৈছে "চাচাই তোমাক নুসুধে যোৱা।"

চাচাই মোক নুসুধিব কিয় ?

চাচাই মোক নুসুধাকৈ ঔষধটো কেনেকৈ আৰু কেতিয়া খাব বাৰু।

যোৱা কালি আমাৰ ঘৰলৈ ডাক্তৰ আহোঁতে ডাক্তৰে ঔষধটো দিনত কেইবাৰ আৰু কেনেকৈ খাব লাগে সেই কথা চাচাক কৈ আহিছিল নেকি ?

যদি সেয়ে হয়, তেনেহলে ডাক্তৰে ঔষধটো কেনেকৈ আৰু কেতিয়া কেতিয়া খাব, সেই কথা কালি কৈ অহা বুলি মোক নকলে কিয় ?

ঘৰত কেতিয়াবা কাৰোবাৰ কিবা অসুখ হলে সি ডাক্তৰৰ পৰা ঔষধ নিয়েহি। ডাক্তৰে ঔষধ দি কেতিয়া কেনেকৈ ৰোগীক খুৱাব লাগে সেই কথা তাক বুজাই দিয়ে। ডাক্তৰে ঔষধ দি ৰোগীক কেতিয়া কেতিয়া কেনেকৈ খুৱাব লাগে সেই কথা বুজাই নিদিয়াকৈ কেতিয়াবা ডাক্তৰে তাক ঔষধ দিছিল নেকি?

প্ৰশ্ন কৰে সি নিজৰ মনত।

সেই কথা ভাবোঁতে ভাবোঁতে হঠাতে দহ কি এঘাৰ বছৰ আগৰ ঘটনা তাৰ মনত পৰে। সৰকাৰক কেন্দ্ৰ কৰি ছিৰাজ আৰু বেগম আনোৱাৰাৰ মাজত কাজিয়া লাগিছিল। ছিৰাজে সাত দিনৰ ভিতৰত সৰকাৰক ঘৰৰ পৰা ওলাই যাবলৈ আদেশ দিছিল। বেগম আনোৱাৰাই প্ৰতিবাদ কৰি অনশন কৰিছিল। সেই দিনাও আজিৰ দৰে সৰকাৰৰ হাতত দিবলৈ ডাঃ চৌধুৰীয়ে তাৰ হাতত গুৰি ঔষধ এপুৰিয়া দিছিল। সেই দিনাও সৰকাৰৰ কোনো বেমাৰ হোৱা নাছিল। আজিওতো সৰকাৰৰ কোনো অসুখ হোৱা দেখা নাই।

সেইদিনা ছিৰাজে ভাত খাই থকোঁতে তেজ বমি কৰি অকাল মৃত্যু বৰণ কৰে। সেইবেলি বেগম আনোৱাৰাক কেন্দ্ৰ কৰি সৰকাৰৰ মনোমালিন্য ছিৰাজৰ লগত ঘটিছিল। এইবেলি আনাৰক কেন্দ্ৰ কৰি সৰকাৰ আৰু ছিৰাজৰ পুত্ৰ কামালৰ মাজত কাজিয়া লাগিছে। তেনে-হলে ডাঃ চৌধুৰীয়ে সেইবেলিৰ দৰে এইবেলিও মোৰ হাতত একেই ঔষধ পঠাইছে নেকি?

ভাবি ভাবি ৰহমানৰ মনত আতঙ্কৰ সৃষ্টি হয়।

এনেতে বাচ গৈ দৰকাত উপস্থিত হ'ল। ৰহমানে বাছৰ পৰা নামি গৈ মাধব চন্দ্ৰ দাসৰ চাহৰ দোকানত চাহ একাপ আৰু জিলাপী এখনৰ অৰ্ডাৰ দি দোকান ঘৰৰ ভিতৰৰ পৰা ওলাই আহি বাৰাণ্ডাত থকা বেঞ্চ এখনৰ ওপৰত বহিল। সৰকাৰৰ হাতত ডাক্তৰে দিবলৈ দিয়া ঔষধ পুৰিয়াৰ চিন্তা তেতিয়াও ৰহমানৰ মনত লাগিয়েই আছিল।

ৰহমানে ইফালে সিফালে চাই ঔষধৰ পুৰিয়াটো অতি সাৱধানে খুলি চায়। পুৰিয়াটোৰ ভিতৰত থকা মিহি বগা গুৰিবোৰ দেখি তাৰ মনত সন্দেহৰ ছায়া ঘণীভূত হয়। "এয়া দেখোন সেই একেই গুৰি ঔষধ।" অস্ফুট স্বৰে ৰহমানৰ মুখত প্ৰতিধ্বনিত হয়। এনেতে চাহ দোকানৰ ল'ৰা এজনে, চাহ একাপ আৰু জিলাপী এখন প্লেট এখনত তুলি আনি ৰহমানৰ সম্মুখত ৰাখে।

চাহ দোকানৰ সন্মুখত চৰকাৰী আলিৰ দাঁতিত জাবৰৰ দম এটা আছিল। সেই জাবৰৰ দমটোৰ ওপৰত কাউৰী চৰাই কেইজনী-মানে পৰি কিবা খুচৰি খুচৰি খাই আছিল। ৰহমানে তাৰ মনৰ সন্দেহৰ সত্যতা প্ৰমাণ কৰি চোৱাৰ অভিপ্ৰায়েৰে জিলাপী এডোখৰত পুৰিয়াত থকা গুৰি ঔষধ অলপ মিহলাই কাউৰী চৰাই কেইজনীৰ মাজত দলিয়াই দিলে।

জিলাপী ডোখৰ মাটিত পৰাৰ লগে লগে কাউৰী এজনীয়ে থাপ মাৰি, খাই পেলাই, এবাৰ কি দুবাৰ কা কা শব্দ কৰি ওপৰলৈ জপিয়াই মাটিত বাগৰি পৰিল। বাকী কাউৰীবোৰে কা কা শব্দ কৰি উৰি উৰি কোলাহল লগাই দিলে।

ৰহমানে কাউৰীজনীৰ অপমৃত্যু দেখি আতঙ্কিত হ'ল। ভয়তে তাৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে। তাৰ কম্পিত হাতৰ পৰা অজ্ঞাতে ঔষধৰ পুৰিয়াটো মাটিত পৰি গল। সি কিংকৰ্তব্য বিমূঢ় হৈ মাটিত পৰা গুৰি ঔষধবোৰৰ ফালে আতঙ্কিত হৈ চাই থাকিল। তাৰ ক্ষন্তেক পিছতে সি কিবা ভাবি চিন্তি বাৰাণ্ডাৰ পৰা উঠি গৈ দোকানত প্ৰবেশ কৰিলে।

দোকান ঘৰৰ ভিতৰৰ পৰা সি অলপ ময়দা গুৰি হাতত লৈ ওলাই আহি পুনৰ বেঞ্চখনৰ ওপৰত বহিল। বেঞ্চখনত বহি ঔষধৰ গুৰিবোৰ বন্ধা কাগজৰ টুকুৰাটো সি জাৰি জোকাৰি মাটিৰ পৰা তুলি লয়। তাৰ পিচত সি দোকানৰ ভিতৰৰ পৰা হাতত লৈ অহা ময়দা গুৰিখিনি সেই কাগজৰ টুকুৰাটোৰেই পুৰিয়া কৰি বান্ধি ললে।

সেই সময়ত দোকান ঘৰৰ বেৰত ওলমি থকা আওঁপুৰণি ঘড়ী-টোত টং টং কৈ দুই বজাৰ সঙ্কেত দিয়ে। দুই বজাৰ সঙ্কেত শুনাৰ লগে লগে আনাৰৰ কথা তাৰ মনত পৰে। সি ঘৰলৈ ঘূৰি যোৱাত পলম হোৱা দেখি, আনাৰে কিজানি খঙতে ভাত পানী নোখোৱাকৈ কৰবাত মুখ ওফোন্দাই বহি আছে। এইদৰে সি মনতে ভাবে।

আনাৰৰ প্ৰীয় বস্তু জিলাপী। সি হাত মুখ ধুই উঠি আনাৰৰ কাৰণে দুখন জিলাপী কিনি ললে। এনেতে জামালৰ বন্ধু সুৰেন বড়োই চলং পলং কৰি খোজ কাঢ়ি আহি ৰহমানক দেখি সোধে, "কিহে ৰহমান! কলৈ আহিছ তই?"

"নগাওঁৰ পৰা আহিলো ককাইদেও।"

ৰহমানে উত্তৰ দিয়ে।

"কিয় নগাওঁলৈ গৈছিলি ?"

"মাজান আৰু জামাল ককাইদেউৰ কাৰণে ঔষধ আনিবলৈ।"

"ঔষধ আনিলিনে ?"

"আনিলো ককাইদেও।"

"পিছে আজি জামালৰ খবৰ কি ?"

"অলপ ভাল পাইছে।"

"সি আজি উঠিব পাৰিছেনে ?"

"পাৰিছে।"

'হেৰ, এটা কথাঅ'। তই হেনো সৰকাৰৰ সেই এলাহ্ন বৰণীয়া ক'লি ফেচী ছোৱালী জনীৰ লগত বিয়া পাতিব ওলাইছ, কথাটো সঁচানে ?"

"কোনেনো আপোনাক কলে ককাইদেও।"

"হেৰ মিয়া। এইবোৰ কথা বাৰু কোনোবাই কব লাগেনে ? ফুল ফুলিলে গোন্ধ ওলায়। বুঢ়া ছাগলী দাড়িয়া সৰকাৰে বিয়া পাতিব ওলাইছে, স্বৰ্গৰ অপেশ্বৰীৰ নিছিনা ধুনীয়া ছোৱালী আনাৰৰ লগত আৰু তই সেই ঘৰতে থাকি বিয়া কৰাবলৈ ওলাইছ সাক্ষাৎ যখিনী এজনীক। কি-য়ে কপাল তোৰ।"

নিৰবে থাকে ৰহমান।

"হেৰ নেমাতিলি যে, মনে মনে থাকিলে নহব। মোৰ কথা জামালক কবি। তোৰ বিয়াৰ দিনা এটা পাৰ্টি দিব লাগিব। বুজিছাতো। যা এতিয়া" বুলি কৈ সুৰেনে দোকানত প্ৰবেশ কৰে।

ৰহমানে ডবকাৰ পৰা খোজ কাঢ়ি আহি তিনি বজাত ঘৰত উপস্থিত হয়। সেই সময়ত সৰকাৰে বাৰাণ্ডাত বহি বিড়ি হুপি হুপি ৰহমানক অপেক্ষা কৰি আছিল। সৰকাৰে ৰহমানক দেখি সোধে, "ৰহমান। আজি ইমান পলম কৰিলা কিয় ?"

"ডাক্তৰৰ ফাৰ্মাছীত আজি বহুত মানুহৰ ভীৰ আছিল। ঔষধ লওঁতে পলম হল।"

ৰহমানে উত্তৰ দিয়ে।

"আজি কেইদিনমানৰ পৰা মোৰ গা বৰ বেয়া। ডাক্তৰে মোৰ কাৰণে কিবা এপালি ঔষধ পঠাইছেনে ?"

"পঠাইছে" বুলি কৈ ৰহমানে পুৰিয়াটো সৰকাৰৰ হাতত দিয়ে। সৰকাৰে পুৰিয়াটো হাতত লৈ ৰহমানৰ মুখলৈ চাই কয়, "যোৱা সোন-কালে। বাকী ঔষধবোৰ বেগমক চমুজাই দি ভাত খোৱা গৈ। তোমাৰ ভাত খোৱাত আজি পলমেই হল।"

ৰহমানে কোনো উত্তৰ নিদি বাকী ঔষধবোৰ নি বেগম আনো-ৱাৰাক সমজাই দিয়ে। তাৰ পিচত সি হাত মুখ ধুই উঠি মজিয়াত বহে। হাস্যবদনা সুন্দৰী আনাৰৰ নিস্প্ৰভ মুখ দেখি, ৰহমানে আনাৰৰ মুখলৈ চাই নিম্নস্বৰে সোধে, "আনাৰ! তুমি আজি ভাত খোৱা নাই নেকি?"

"তোমাৰ গা অসুখ কৰিছে নেকি?"

"কথা নাই।"

"তেনেহলে এতিয়ালৈকে ভাত খোৱা নাই কিয়?"

আনাৰে নিৰৱে থাকে ৰহমানে কয় "সেই পুৰণি বেমাৰ মাজান।"

"ইমান ডাঙৰ হলা। এতিয়াও ৰহমানৰ ওপৰত খং কৰি বাল্য-কালৰ সেই ঠেহ পাতি ভাত নোখোৱা পুৰণি অভ্যাসটো এৰিব পৰা নাই। যোৱা সোনকালে ভাত খোৱাগৈ।"

আদেশৰ সুৰত বেগম আনোৱাৰাই কয়।

আনোৱাৰাৰ কথা শুনি আনাৰৰ মুখখন ৰঙাপৰি উঠে। তাই খঙতে ৰহমানৰ মুখলৈ কেৰাহীকৈ চাই আঁতৰি যায়। ই ৰহমানৰ প্ৰতি যুৱতী আনাৰৰ অগাধ প্ৰেমৰ চিন বুলি ভাবি বেগম আনোৱাৰাই আনাৰৰ ফালে কেৰাহীকৈ চাই থাকে।

গধূলি ৰহমানে পথাৰৰ পৰা গৰুবোৰ খেদি আনি গোহালিত বান্ধে। তাৰ পিচত সি ভৰি হাত ধুই উঠি এৰিয়া চাদৰখন গাতলৈ বিছনাৰ ওপৰত বহে। অলপ সময় পিচতে আনাৰে চাহ একাপ হাতত লৈ ৰহমানৰ কোঠালীত সোমাই আহে।

"আজি তোমাৰ ইমান খং উঠিছিল কিয় ৰাণী?"

মিচিকিয়া হাঁহি ওঠত লৈ আনাৰৰ মুখলৈ চাই ৰহমানে প্ৰশ্ন কৰে।

"খং নুঠিব কিয়? তোমাক মই যোৱাৰ সময়ত সোনকালে ঘূৰি আহিবলৈ কোৱা নাছিলো জানো? গধূলি কৰিলা কেলেই? তুমি আহিবা আহিবা বুলি বাটলৈ চাই থাকোতে নহা দেখি খং নুঠি কি হব।

বাৰু—এতিয়া কোৱাচোন, নগাওঁৰ পৰা ঘূৰি আহোতে তুমি ইমান পলম কৰিলা কিয় ?”

“ফাৰ্মাচীত দৰব লওঁতে পলম হ’ল। পিচে ডবকাত আজি যি হে কাণ্ড ঘটিল।”

“কি এনে কাণ্ড ডবকাত ঘটিল ?

“চাচা এতিয়া আছে ক’ত ?”

“মাজানৰ কোঠালীত বহি জুই ফুৱাই আছে।”

“বাৰু—ক্ষন্তেক ৰ’বাচোন” বুলি কৈ ৰহমানে দুৱাৰ মুখলৈ উঠি যায়। সি চোতালৰ চাৰিও ফালে চকু ফুৰাই চাই কাকো কতো দেখা নেপাই দুৱাৰ মুখৰ পৰা ঘূৰি আহি বিছনাত বহে।

“ডবকাত কি কাণ্ড ঘটিছিল নোকোৱা কিয় ?”

আনাৰে ৰহমানক সোধে।

“বাৰু--কওঁ শুনা” বুলি কৈ ৰহমানে, ডাঃ চৌধুৰীয়ে সৰকাঁৰক দিবলৈ দিয়া ঔষধ পুৰিয়াৰ ডবকাত সংঘটিত কাহিনী আনাৰৰ কাণে কাণে কয়।

“বিষ আছিল নেকি?”

আচৰিত হৈ আনাৰে প্ৰশ্ন কৰে।

“নেজানো।”

“বাকী ঔষধ খিনি কৰিলা কি ?”

“পেলাই দিছোঁ।”

“চাচাই সেই বিষাক্ত ঔষধ অনাইছিল কিয় ?”

“কেনেকৈ ক’ম মই।”

“এৰা—চাচাই আজি কিছুদিন ধৰি মনমাৰি ঘূৰি ফুৰা দেখিছোঁ। সেই ঔষধটো খাই তেওঁ আত্মহত্যা কৰিম বুলি ভাবিছিল নেকি ?”

“চাচা আত্মহত্যা কৰি মৰা বিধৰ মানুহ নহয়।”

“তেনেহলে সেই বিষাক্ত ঔষধ অনাইছিল কিয় ?”

“কাৰোবাক সেই ঔষধ খুৱাই হত্যা কৰিব খুজিছিল হ’বলা।”

“কাকনো চাচাই হত্যা কৰিব বিচাৰে ?”

“তুমি আজি নিশাই জানিব পাৰিবা।”

“কেনেকৈ ?”

আনাৰৰ কাণৰ ওচৰত কিবা কথা ফুচ্ ফুচাই কৈ ৰহমানে উত্তৰ দিয়ে।

"পিচে তুমি চাহ কাপ আৰু বাকী জিলাপী ডোখৰ খালানে নাই?

"খোৱা নাই।"

"হায় খোদা। আজি দেখোন তুমি চাহ একাপো নোখোৱাকৈ দিনটো কটাইছা।"

আনাৰৰ কাৰণে আনি থোৱা জিলাপী দুখনৰ কথা ৰহমানৰ হঠাতে মনত পৰে। সি আনাৰৰ কথাৰ কোনো উত্তৰ নিদি তাৰ বিছনাৰ তলৰ পৰা কাগজ এটুকুৰাৰে মেৰুৱাই থোৱা জিলাপী দুখন উলিয়াই আনিলে। তাৰ পাচত এখন জিলাপী আনাৰৰ হাতত দি, আনখন জিলাপী আনাৰৰ মুখত সুমুৱাই দি সি কয় "খোৱা তোমাৰ কাৰণে আনি থোৱা জিলাপী।"

"আৰু তুমি?"

"খাওঁ নহয়" বুলি কৈ ৰহমানে আনাৰক দুহাতেৰে বুকুত সাৱটি লয়। তাৰ পিচত আনাৰৰ ৰক্তাভ ওঠগুৰিৰ বেষ্টনীৰ বাহিৰত ওলাই থকা জিলাপীৰ অংশটো সি মুখতে মুখ লগাই কামুৰি খায়।

"চিঃ কি কৰিলা তুমি? মাইকী মানুহৰ মুখৰ বস্তু কোনো মতা মানুহে খায় জানোঁ?

"খায়।"

আনাৰৰ ৰূপত সংমোহিত হৈ ৰহমানে উত্তৰ দিয়ে। ৰহমানৰ উত্তৰ শুনি আনাৰৰ মুখমণ্ডলত তৃপ্তিৰ মিচিকীয়া হাঁহি বিৰিঙি উঠে। হাতত থকা জিলাপীখন মুখত লৈ কটাক্ষ নয়নে ৰহমানৰ মুখলৈ চাই কোঠালীৰ পৰা আনাৰ ওলাই যায়। সংমোহিত ৰহমানে আনাৰৰ ফালে চাই থাকে।

আনাৰে ৰহমানৰ কোঠালীৰ পৰা ওলাই আহি পাক ঘৰত গৈ প্ৰবেশ কৰিলে। সেই সময়ত বেগম সুৰেয়াই পাক ঘৰত বহি তৰ-কাৰি কাটি আছিল। সুৰেয়াই তৰকাৰি কাটি থকা দেখি আনাৰে সুৰেয়াৰ মুখলৈ চাই সোধে, "সুৰেয়া, কোনে তোমাক আজি তৰকাৰি কাটিবলৈ ক'লে?"

"মাজানে।"

সুৰেয়াই উত্তৰ দিলে।

"বাৰু, ভালেই হৈছে। তুমি তৰকাৰিখিনি কাটি দিয়া, মই চাহ খোৱা কাপ কেইটাকে ধুই লওঁ।"

"তুমিনো কলৈ গৈছিলা।"

"ককাইদেউহঁতক আৰু ৰহমানক চাহ দিবলৈ গৈছিলোঁ।"

"ৰহমান এতিয়া ক'ত আছে?"

"সি আৰু ক'ত থাকিব। মূৰে গায়ে কাপোৰ লৈ বিছনাত বহি আছে।"

"তাৰ কিবা অসুখ হৈছে নেকি?"

"মই কেনেকৈ ক'ম। তুমিহে জানিব লাগে।"

"মই?"

"এৰা তুমি। তুমি নেজানিলে আৰু কোনে জানিব।"

"মোৰ লগত দেখোন ৰহমানে কথা-বতৰাই নেপাতে।"

"মই আৰু কেনেকৈ জানিম তোমালোকৰ কথা।"

"তুমি সকলো কথা জানা।"

"কেনেকৈ?"

"মই তোমাৰ নিচিনা ধুনীয়া ছোৱালী নহয় বুলিয়েই হ'বলা ৰহমানে মোক ভাল নেপায় আৰু কথা-বতৰা নেপাতে।"

তলমূৰ কৰি বেদনা সূচক কণ্ঠে সুৰেয়াই কয়।

"কিয়ে কোৱা তুমি। আজি কালিৰ দিনত কলী বা কুৰূপা বুলি কোনো গাভৰু ছোৱালীয়ে দুখ কৰেনে? তুমি দেখিছো এতিয়াও বৰ আকৰী হৈয়েই আছা।"

"তুমি দেখোন দেখিয়েই আছা। বাবাজানে কিমান জন ল'ৰাৰ লগত মোৰ বিয়া ঠিক কৰিলে। পিচে কোনো এজন ল'ৰাই মোক বিয়া কৰাব নোখোজে।। এতিয়া দেখিছা নহয়, বাবাই ৰহমানৰ লগত মোৰ বিয়া ঠিক কৰিছে। পিচে সিও মোৰ লগত হাঁহি মাতি কথা নেপাতে। মোক দেখিলে সি তলমূৰ কৰি আঁতৰি যায়। মা-বাপ আৰু ঘৰবাৰী নোহোৱা ল'ৰা ৰহমান। সিয়ে কোন দিনা আমাৰ ঘৰৰ পৰা পলাই যায় তাৰো ঠিকনা নাই। মাজানক যিহে কালান্তক ৰোগে ধৰিছে, মাজান আৰু বেছিদিন জীয়াই নাথাকে। বাবাজানে তোমাক বিয়া কৰোৱাৰ পিছত মোৰ যে কি অৱস্থা হ'ব, তুমিয়েই কোৱাচোন।"

"চোৱা সুৰেয়া, কুৰূপা বা সুৰূপা বুলি ছোৱালীৰ ক্ষেত্ৰত কোনো কথা নাই। আজিৰ আধুনিক যুগত সকলো নিৰ্ভৰ কৰে ধনৰ ওপৰত। শুনা নাই জানো তুমি? সাজি কাচি উলিয়ালে বান্দৰীও সুন্দৰী হয়।"

"কিয়ে কোৱা ভাই। সেইবোৰ হ'ল গাঁৱলীয়া মানুহে কোৱা কথা।"

"ৰূপ সজ্জা চৰ্চা কৰিলে কলী-বগী সকলোকে ধুনীয়া দেখি।"

"হয় নেকি?"

"হয়তো। তুমি ধনী মানুহৰ ছোৱালী। তুমি নিজে কলী আৰু কুৰূপা বুলি দুখ কৰিছা কিয়? আধুনিক প্ৰসাধনৰ সামগ্ৰী সমূহ গোটাই লৈ তুমি এবাৰ ৰূপ সজ্জা চৰ্চা কৰি চোৱাচোন। দেখিবা অকলে ৰহমানে কিয় শত শত ডেকা ল'ৰাই তোমাৰ পিছে পিছে ঘূৰি ফুৰেনে নুফুৰে।"

"সেই বস্তু বোৰনো পোৱা যায় ক'ত?"

"দোকানত।"

"হয় নেকি?"

"হয়তো।"

এনেতে সৰকাৰে মাত লগায়।

"আনাৰ! কি কথা পাতি আছা। ভাত পাক কৰা হ'ল নে?"

"ভাত আৰু দালি হৈছে চাচা। কেৱল মাছৰ তৰকাৰি খনহে হ'বলৈ অলপ বাকী আছে।

আনাৰে উত্তৰ দিয়ে।

"বাৰু কি কৰা সোনকালে কৰা। মোৰ ভোক লাগিছে।"

"ৰন্ধা হলেই প্ৰায়। তৰকাৰিখন নমাইয়ে আপোনাক ভাত দিম।"

"বাৰু!" বুলি উত্তৰ দি সৰকাৰে পাকঘৰৰ দুৱাৰ মুখৰ পৰা আঁতৰি যায়। সুৰেয়াই কাঁহী বাতিবোৰ ধুই পখালি আনাৰক আগবঢ়াই দিয়ে। তাৰ পিচত তাই মজিয়াখন মচি নিজৰ কোঠালীত গৈ প্ৰবেশ কৰে।

আনাৰে সচৰাচৰ ভাত সাজি নি ৰখাৰ দৰে, সেই নিশাও ঘৰৰ আটাইবোৰ মতা মানুহৰ কাৰণে ভাত সাজি নি মজিয়াত ৰাখি সৰকাৰক ভাত খাবলৈ মাতিলে।

সৰকাৰে ভাত খাবলৈ আহি, মজিয়াত সাজি ৰখা ভাতৰ থালবোৰ দেখি কোন সাজনো কাৰ ভাত বুলি আনাৰক সোধে। আনাৰে কোন সাজ কাৰ ভাত আঙুলিয়াই আঙুলিয়াই সৰকাৰক দেখুৱাই দিয়ে। সৰকাৰে কামাল, জামাল, ৰহমান আৰু কালুমিয়াক মাতি আনিবলৈ আনাৰক কয়।

আনাৰে "বাৰু" বুলি কৈ পাক ঘৰৰ পৰা ওলাই গৈ বাহিৰৰপৰা দুৱাৰৰ ফাঁকেৰে ভিতৰৰ ফালে জুমি চায়। সেই সময়ত সৰকাৰে ইফালে সিফালে চাই, তেওঁ পিন্ধি থকা পাঞ্জাবী চোলাটোৰ জেপৰ পৰা কাগজৰ পুৰিয়া এটা উলিয়াই পুৰিয়াটোৰ পৰা বগা গুৰি কিছু-মান কামালৰ কাৰণে সাজি ৰখা ভাত থালৰ ওপৰত চটিয়াই দিয়ে। সৰকাৰৰ উদ্দেশ্য আনাৰে সহজতে উপলব্ধি কৰিব পাৰিলে। তাই কামাল, কালুমিয়া আৰু ৰহমানক ভাত খাবলৈ মাতি আনিলে। আটাই কেউজনে আহি সৰকাৰৰ লগত ভাত খাবলৈ বহিল।

সৰকাৰে ভাত খাই খাই মাজে সময়ে কামালৰ ফালে চকুৰ আঁৰকৈ চায়। কামালে তলমূৰ কৰি ভাত খাই থাকে। সৰকাৰৰ সেই চাৱনি ৰহমান আৰু আনাৰৰ কৌতূহলী চকুত ধৰা পৰে। কামালে ভাত পানী খাই উঠি পাক ঘৰৰ পৰা ওলাই যায়। সৰকাৰে আচৰিত হৈ কামালৰ ফালে চাই থাকে।

কালুমিয়া, কামাল, জামাল আৰু ৰহমানে ভাত খাই উঠি গৈ কামালৰ ঘৰত বহি জুই ফুৱাই থাকে। সৰকাৰে ভাত খাই উঠি জুহালৰ কাষত বহিল। বেগম আনোৱাৰা আৰু সুৰেয়াৰ লগত বহি আনাৰেও ভাত খালে। সৰকাৰে বিড়ি এটা জ্বলাই লৈ দীঘলীয়া হোপা এটা মাৰি মনতে ভাবে, ডাক্তৰে মোক প্ৰবঞ্চনা কৰিলে নেকি ?"

উহু। বিশ্বাস নহয়। ডাক্তৰ মোৰ মহান বন্ধু। তেওঁ মোৰ পৰা এহেজাৰ টকা লৈ, মোক কথা দি এনেকুৱাকৈ অবিশ্বাসৰ কাম কৰিব বুলি মই কেতিয়াও ভাবিব নোৱাৰো। তেনেহলে সেই ঔষধৰ প্ৰতিক্ৰিয়া নঘটিল কিয় ? লাহে লাহে প্ৰতিক্ৰিয়া হোৱা ঔষধ পঠাইছিল নেকি ?

"হ'বও পাৰে।" বুলি ভাবি সৰকাৰে নিজৰ মনত সান্ত্বনা লভিলে।

আনাৰে ভাত পানী খাই উঠি পাক ঘৰৰ পৰা ওলাই আহিল। বাহিৰত ঘোৰ অন্ধকাৰ। ৰহমানৰ কোঠালীত ঠেৰেঙা লগোৱা শীতক নেওঁচি টিপ্ টিপ্ কৈ চাকি এগছ জ্বলি আছিল। সেই সময়ত আনাৰে ইফালে সিফালে চকু ফুৰাই চাই ৰহমানৰ কোঠালীত প্ৰবেশ কৰিলে।

ৰহমানে আনাৰক দেখি বিছনাত উঠি বহিলত আনাৰে তাৰ কাষ চাপি নিম্নস্বৰে কলে, "বুজিছা ৰহমান ! চাচাই কামাল ককাই-

দেউৰ ভাত সাজৰ ওপৰত গুৰিবোৰ চটিয়াই দিছিল।"

"জানিছোঁ।"

"কেনেকৈ জানিলা তুমি ?"

"ভাত খাই থাকোঁতে কামাল ককাইদেউৰ ওপৰত চাচাৰ চাৱনি দেখি।"

"এতিয়া কামাল ককাইদেওক গোপনে সতৰ্ক কৰি দিয়া উচিত হ'ব নেকি ?"

"কামাল ককাইদেউক কথাটো জনালে মোৰ সৰ্বনাশ হ'ব পাৰে।"

"কেনেকৈ ?"

"কামাল ককাইদেও এজন খঙাল জেদী আৰু খোলামনৰ মানুহ। তেওঁ কোনো কথা গোপনে ৰাখিব নোৱাৰে। তোমাক তেওঁ বিয়া কৰাবলৈ নেপায়, দেখিছাই নহয় সৰকাৰৰ ওপৰত কি অগ্নি মূৰ্তি ধাৰণ কৰি আছে। তেনেস্থলত যদি এইবোৰ কথা কৈ তেওঁক সতৰ্ক কৰি দিৰলৈ যোৱা তেওঁ আজিয়েই সৰকাৰৰ লগত তয়া-ময়া ৰণ এখন লগাই দিব আৰু খঙতে মোৰ কথাও সৰকাৰক কৈ দিব। তেতিয়া মই মহাবিপদত পৰিম।"

"এৰা ঠিকেই কৈছা। পিচে এটা কথা নহয়, তেওঁক যদি এই-বোৰ কথা কৈ সাৱধান কৰি নিদিয়া, তেনেহলে তেওঁক সৰকাৰৰ হাতৰ পৰা ৰক্ষা কৰিবা কেনেকৈ ?

সেই কথা তুমি ভাবিব নালাগে। সকলো ঘটনা চকুৰে দেখিবা, কাণেৰে শুনিবা। কোনো কথা মুখেৰে নক'বা। মনত ৰাখিবা—কলা বোবাৰ কোনো শত্ৰু নাই। যি কৰিব লাগে মই কৰিম। এই কথা ঘুণাক্ষৰেও কোনো মানুহৰ আগত প্ৰকাশ নকৰা যেন। ৰাতি বহুত হৈছে, এইবোৰ কথা এৰি এতিয়া সোনকালে শুই থকা গৈ" বুলি কৈ ৰহমানে আনাৰৰ সুকোমল গালত চুমা এটি খাই তাইক বিদায় দিয়ে। সৰকাৰে ওৰে নিশা বাৰাণ্ডাত বহি ভাবিচিন্তি চট ফটাই থাকে। সচৰাচৰ ৰাতিপুৱা উজু কৰি নামাজ পঢ়াৰ দৰে সেই দিনাও ৰাতিপুৱা সৰকাৰে উজু কৰি উঠি নামাজ পঢ়িলে। নামাজ পঢ়ি উঠি আহি তেওঁ মজিয়াত বহিল। আনাৰে তেওঁক চাহ জলপান আনি দিলে। সৰকাৰে উদাসীন দৃষ্টি নিক্ষেপ কৰি আনাৰৰ মুখলৈ চালে। নিদ্ৰা-হীন চিন্তাক্লিষ্ট সৰকাৰৰ সেই উদাসীন চাৱনি দেখি আনাৰে ভয় পালে ।

সৰকাৰে চাহ-জলপান খাই থাকোতে কালুমিয়াই আহি সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব। সুৰেয়াৰ কাৰণে সাজি থকা ঘৰটোৰ কাম আজি শেষ কৰিম বুলি ভাবিছোঁ। আপুনি ঘৰটোৰ কাম শেষ কৰাৰ পূৰ্বে এবাৰ চাই ল'ম বুলি কৈছিল নহয়। চাই যদি আজিয়েই আপুনি এবাৰ চাই লওঁক।

আপোনাৰ বিয়াৰ দিনো ওচৰ চাপি আহিছে। চোতালখন ধানেৰে বন্ধ হৈ আছে। মৰনা মাৰিব লগীয়া পাচ কি ছয় মৰনাৰ ধান চোতালত পৰি আছে। ঘৰ সজা কামত আৰু বেচি সময় কটাব নোৱাৰে। যিহওক আজিয়েই আপুনি ঘৰটো চাইচিতি আৰু কি কৰিব লাগে কৈ দিয়কহি।"

"মইনো কি চাম, আপুনিয়েই চাইচিতি আজি ঘৰসজা কামটো শেষ কৰক গৈ।"

চাহৰ কাপটো হাতত লৈ কালুমিয়াক মলীন দৃষ্টিৰে চাই সৰকাৰে উত্তৰ দিয়ে।

"আপোনাৰ কিবা অসুখ হৈছে নেকি জোনাব?"

কালুমিয়াই সৰকাৰক সোধে।

"এৰা আজি কেইদিনমানৰ পৰা মোৰ গা আৰু মন ভাল নহয়।

"ইমান দিন আপুনি দিনে নিশাই বিয়াৰ কামত ঘূৰি ফুৰিছে, আপোনাৰ গা বেয়া হোৱাবেই কথা। পিচে সিদিনা দেখোন আমাৰ ঘৰলৈ ডাক্তৰক মাতি আনিছিলোঁ। আপুনি ডাক্তৰক কৈ এপালি বা দুপালি ঔষধ নেখালে কিয়?"

"ডাক্তৰক কৈছিলো। ডাক্তৰে ৰহমানৰ হাতত এপালি ঔষধ দিও পঠাইছিল। ঔষধ পালি যোৱা নিশা খালো। পিচে এতিয়ালৈকে দেখোন ঔষধে কোনো গুণ দিয়া যেন নেলাগে।"

ঔষধ খাইছে যেতিয়া ঔষধে গুণ দিবই। খোৱাৰ লগে লগে গুণ পাবনে? দুদিন মান জিৰণি লৈ চাওকচোন। ভাল নেপালে ৰহমানক পুনৰ পঠাই ঔষধ অনাব লাগে।"

"আপুনি ঠিকেই কৈছে জোনাব। ময়ো তাকেই ভাবিছো।"

"বাৰু এতিয়া আপুনি চাহ জলপান খাই উঠি অলপ বিশ্ৰাম কৰক গৈ। ঘূৰি ফুৰিব নেলাগে। চাওঁ খোদাই কি কৰে" বুলি কৈ কালুমিয়াই আতৰি গ'ল। সৰকাৰে চাহ জলপান খাই উঠি তেওঁৰ শয়ন কক্ষত প্ৰৱেশ কৰিলে।

মাঘ মাহৰ ছয় তাৰিখ। ৰাতিপুৱা সৰকাৰ আৰু কালুমিয়াই মজিয়াত বহি চাহ জলপান খাইছে। সৰকাৰে অন্য মনস্ক হৈ কিবা ভাবি চিন্তি থকা যেন দেখি কালুমিয়াই সৰকাৰক সোধে "জোনাব! আজিও আপোনাৰ গা ভাল পোৱা নাই নেকি।"

"গা নো আৰু কেনেকৈ ভাল পাম!"

নিৰাশাৰ সুৰত তলমূৰ কৰি সৰকাৰে উত্তৰ দিয়ে।

"আপোনাৰ বিয়ালৈ দেখোন মাত্ৰ চাৰি দিনহে বাকী আছে। তেনেস্থলত আপুনি গা বেয়া বুলি কৈ মনমাৰি বহি থাকিলে হবনে? বাৰু আপোনাৰনো কি অসুখ হৈছে?"

"কিহে হৈছে মই নিজেই নেজানো।"

"তেনেহলে ৰহমানক নগাওঁলৈ পঠাই ডাঃ চৌধুৰীক ঘৰলৈ মাতি নানে কিয়?"

"আজি আবেলি মই নিজেই ডাঃ চৌধুৰীৰ ওচৰলৈ যাম বুলি ভাবিছো!"

"ঘৰত ইমানবোৰ মানুহ থাকোতে আপুনি অসুখীয়া গাৰে নগাওঁলৈ যাব ওলাইছে কিয়?"

"অকল মোৰ ঔষধৰ কাৰণে নহয়। সুৰেয়াৰ কাৰণেও কেইপদ-মান অলংকাৰ সোণাৰীৰ দোকানত গঢ়াবলৈ দিছিলো। সেই অলংকাৰ কেইপদ আজি জোখ মাফ্ কৰি অনাৰ দিন। সেই কাৰণেহে অসুখীয়া গালেও নগাওঁলৈ গৈ আজিয়েই দুয়োটা কাম একে লগে কৰিম বুলি ভাবি যাব ওলাইছো।"

"বাৰু ঠিক আছে" বুলি কৈ কালুমিয়াই মজিয়াৰ পৰা উঠি গল। আবেলি এক বজাত সুৰেয়াৰ অলংকাৰবোৰ আনিবলৈ যাওঁ বুলি বেগম আনোৱাৰাক কৈ সৰকাৰে নগাওঁলৈ যায়। সৰকাৰে নগাওঁলৈ যোৱা বুলি শুনি ৰহমান আতঙ্কিত হয়। সুন্দৰী আনাৰো চিন্তান্বিত হয়। বিয়াৰ অলংকাৰ পোৱাৰ আশাত আনন্দিত হয় বেগম সুৰেয়া।

সৰকাৰে নগাওঁলৈ গৈ ডাঃ চৌধুৰীৰ ফাৰ্মাচীৰ সম্মুখত উপস্থিত হয়। সেই সময়ত ডঃ চৌধুৰীৰ ফাৰ্মাচী বন্ধ। ফাৰ্মাচীৰ দুৱাৰত তলা লগোৱা। ফাৰ্মাচীৰ সম্মুখত হুচেন আলিৰ পান দোকান। হুচেন আলি সৰকাৰৰ পৰিচিত।

"হুচেন! আজি দেখোন ডাঃ চাহাবৰ ফাৰ্মাচী বন্ধ। ডাঃ চাহাব কলৈ গ'ল জানানে তুমি?"

ফাৰ্মাচী বন্ধ দেখি সৰকাৰে বিষণ্ণ মনে হুচেনক সোধে।

"জানো জোনাব! ডাক্তৰ চাহাবে আজি জুৰিয়ালৈ গৈছে।"

হুচেনে উত্তৰ দিয়ে।

"তেওঁ আজি জুৰিয়াৰ পৰা ঘূৰি আহিবনে নাহে জানানে তুমি?

"তেওঁ আজি জুৰিয়াৰ পৰা ঘূৰি নাহে জোনাব।"

"কিয়?"

"জুৰিয়াত আজি নিশা হাজী ৰহমতুল্লা চাহাবৰ জীয়েকৰ বিয়া। ডাক্তৰ চাহাবে বিয়া খাবলৈ গৈছে।"

"তেওঁ কেতিয়া ঘূৰি আহিব জানানে?"

"তেওঁ জুৰিয়াৰ পৰা বাহিৰে বাহিৰে ঘৰলৈ নাযায় যদি কালি ৰাতি পুৱা জুৰিয়াৰ পৰা ঘূৰি আহিব পাৰে জোনাব।"

"তেওঁ তোমাক জুৰিয়াৰ পৰা বাহিৰে বাহিৰে যাম বুলি কৈছে নেকি?"

"কোৱা নাই।"

হুচেনৰ কথা শুনি সৰকাৰ চিন্তিত হয়। তেওঁ বিষণ্ণ মনে তন্ময় কৰি কিবা ভাবি থাকে।

"জৰুৰী কাম আছিল নেকি?"

হুচেনে প্ৰশ্ন কৰে।

"বাৰু হুচেন। তুমি মোৰ কাৰণে কাম এটা কৰি দিব পাৰিবানে?"

"পাৰিম জোনাব! কওকচোন মই কি কাম কৰিব লাগে?"

"কালি পুৱা ডাক্তৰ চাহাব ফাৰ্মাচীলৈ আহিলে, মই ইয়ালৈ তেওঁক লগ ধৰিবলৈ আজি অহা বুলি ক'ব লাগে। আৰু ক'ব লাগে মোৰ বৰ গা অসুখ। মোৰ কাৰণে ৰহমানৰ হাতত পঠোৱা ঔষধ পালিয়ে কোনো কাম কৰা নাই। তেওঁ কালি বা পৰহি যেতিয়াই আহি পায়, মোৰ কাৰণে তেওঁ নতুন ঔষধ এপালি লৈ মোৰ ঘৰলৈ জৰুৰ যাব লাগে। মনত থাকিবতো?

"মনত থাকিব জোনাব।"

"চোৱা তুমি মোৰ কাৰণে ঔষধ এপালি লৈ ডাক্তৰ চাহাবক মোৰ ঘৰলৈ নপঠালে মোৰ মহা বিপদ হ'ব। বুজিছাতো?"

"বুজিছো জোনাব। আপুনি চিন্তা নকৰিব। ডাক্তৰ চাহাবে ঘৰ

আহি পালেই মই তেওঁক ঔষধ সহ আপোনাৰ ঘৰলৈ পঠাই দিম।"

"ঠিক আছে" বুলি কৈ সৰকাৰে হুচেনৰ পান দোকানৰ পৰা সুবোধ কৰ্মকাৰৰ দোকানলৈ যায়। সুবোধে সুৰেয়াৰ কাৰণে গঢ়াই ৰখা ৰূপৰ অলংকাৰবোৰ জোখ মাফ কৰি প্লাষ্টিকৰ ধুনীয়া টেমা এটাত ভৰাই সৰকাৰৰ হাতত দিয়ে। সৰকাৰে অলংকাৰ কেইপদৰ দাম কৰ্মকাৰৰ হাতত দি দোকানৰ পৰা ওলাই আহে।

তাৰ পিচত তেওঁ কাপোৰৰ দোকান এখনৰ পৰা সুৰেয়াই বিয়াৰ দিনাখন পিন্ধাৰ কাৰণে বগা চিল্কৰ গুণাৰ কাম কৰা চেলোৱাৰ কামিজ এযোৰ আৰু পাতল নীলাভ ৰঙৰ গুণাৰ কাম কৰা ওৰণা এখন কিনি লৈ ঘৰ অভিমুখে ৰাওনা হ'ল।

গধূলি সাত বজাত সৰকাৰে বিমৰ্ষ মনে নগাওঁৰ পৰা ঘূৰি গৈ ঘৰত উপস্থিত হয়। সেই সময়ত কামাল আৰু বেগম আনোৱাৰাই, আনোৱাৰাৰ শয়ন কক্ষত বহি জুই ফুৱাই আছিল। সৰকাৰে অলংকাৰৰ টেমটো আৰু বিয়াৰ কাপোৰ যোৰ নি বেগম সুৰেয়াৰ হাতত দি কয় "লোৱা এইবোৰ তোমাৰ বিয়াৰ অলংকাৰ আৰু কাপোৰ।"

সুৰেয়াই বিয়াৰ কাপোৰযোৰ ওলট পালট কৰি চায়। তাৰ পিচত অলংকাৰৰ টেমাটো খুলি, নানা ৰঙৰ নকলি পাথৰ খচিত ৰূপৰ অতি উজ্জ্বল অলংকাৰবোৰ দেখি তাই আনন্দত উজ্জ্বল হৈ উঠে। তাই আনন্দতে অলংকাৰৰ টেমাটো আৰু বিয়াৰ কাপোৰ যোৰ হাতত লৈ গৈ, বেগম আনোৱাৰাৰ কোঠালীত প্ৰৱেশ কৰে।

"কি হ'ল সুৰেয়া ?"

সুৰেয়াক দেখি আনোৱাৰাই প্ৰশ্ন কৰে।

"চোৱাচোন মাজান! বাবাজানে মোৰ কাৰণে কিমান ধুনীয়া বিয়াৰ কাপোৰ আৰু অলংকাৰবোৰ আনিছে।"

বিয়াৰ কাপোৰ যোৰা আৰু অলংকাৰৰ টেমাটো আনোৱাৰাৰ সন্মুখত দাঙি ধৰি সুৰেয়াই কয়।

অলংকাৰ আৰু বিয়াৰ কাপোৰ যোৰ চোৱাৰ ইচ্ছা প্ৰকাশ নকৰি সুৰেয়াৰ মুখলৈ চাই আনোৱাৰাই কয়ঃ

"তোমাৰ বাবাজানে তোমাৰ কাৰণে যিবোৰ অলংকাৰহে আনিছে সেইবোৰ চোৱাৰ মোৰ ইচ্ছা নাই।'

সুৰেয়াৰ বিয়াৰ কাৰণে অনা নতুন অলংকাৰ আৰু কাপোৰ মাজানে চাবলৈ ইচ্ছা নকৰাৰ কাৰণ কি?

কামালে মনতে ভাবে।

সুৰেয়াই মাকৰ কথাত নিৰুৎসাহ হৈ অলংকাৰবোৰ আৰু বিয়াৰ কাপোৰ যোৰ হাতত লৈ কোঠালীৰ পৰা ওপাই যায়।

"মাজান, আপুনি সুৰেয়াৰ কাৰণে চাচাই অনা বিয়াৰ কাপোৰ যোৰ আৰু নতুন অলংকাৰবোৰ নোচোৱাৰ কাৰণ কি?"

বেগম আনোৱাৰাক কামালে সোধে।

"লক্ষ লক্ষ টকা মূল্যৰ হীৰা, মাণিক, পান্না আৰু মুক্তাদি খচিত আধুনিক সোণৰ অলংকাৰবোৰ বাকচত থাকোঁতে তোমাৰ চাচাই সুৰেয়াৰ কাৰণে কেইপদমান গাৰ্হলীয়া মাইকী মানুহে পিন্ধা ৰূপৰ অলংকাৰ আনিছে। সেই অলংকাৰবোৰ মই নেচাওঁ বোপা।"

কামালৰ মুখলৈ চাই জড়িত কণ্ঠে আনোৱাৰাই কয়।

"নোচোৱাকৈয়ে সেইবোৰ ৰূপৰ অলংকাৰ বুলি কেনেকৈ জানিলা তুমি?"

"সৰকাৰে নগাওঁ চহৰৰ পৰা সুবোধ কৰ্মকাৰক ঘৰলৈ মাতি আনি সুৰেয়াৰ কাৰণে ৰূপৰ অলংকাৰৰ অৰ্ডাৰ দিয়া মই নেজানোঁ জানোঁ?

"লক্ষ লক্ষ টকা মূল্যৰ অলংকাৰ যদি বাকচত আছে, তেনেহলে তোমাক আমি, সেই অলংকাৰবোৰ কাহানিও পিন্ধা দেখা নাই কিয়?"

"সেইবোৰ সৰ্বনাশী অলংকাৰ বোপা। সেইবোৰ সৰ্বনাশী অলংকাৰ। সেই সৰ্বনাশী অলংকাৰবোৰ সৰকাৰে মোক পিন্ধিবলৈ দিলেহে পিন্ধিম।"

"তেনেহলে সেই মহামূল্যবান অলংকাৰবোৰ চাচাই কাৰ কাৰণে সাঁচি ৰাখিছে?"

"আনাৰৰ কাৰণে বোপা। আনাৰৰ কাৰণে।"

"আনাৰৰ কাৰণে?"

"হয় বোপা। আনাৰৰ কাৰণে।"

উত্তেজিত হৈ বেগম আনোৱাৰাই কয়।

"মই জীয়াই থাকোতে চাচাৰ সেই আশা পুৰণ নহ'ব মা।"

"তুমি প্ৰকৃত সৰকাৰক চিনি পোৱা নাই বোপা। সৰকাৰে কোনো মানুহৰ কথা নুশুনে। কোনো মানুহকো ভয় নকৰে।"

"চাচাই আমাৰ কথা নুশুনিলে হ'বনে? আমাৰ ঘৰত থাকি আমাৰ কথা নুশুনি আনাৰক বিয়া কৰাব পাৰিবনে?"

"পাৰিব বোপা। পাৰিব। নোৱাৰিলে বিয়াৰ কাৰণে ইমান বস্ত্ৰ বস্তু যোগাৰ কৰি আনিছে কিয় ?"

"বস্ত্ৰ বস্তু যোগাৰ কৰি আনিলে হ'বনে ? আমাৰ কথা নুশুনি আনাৰক বিয়া কৰাব খুজিলে, বিয়াৰ দিনা মই চাচাক আমাৰ ঘৰৰ পৰা গচিয়াই উলিয়াই দিম। চাম সেই সময়ত তেওঁক ৰক্ষা কৰে কোনে" বুলি কৈ কামালে কোঠালীৰ পৰা ৰাগান্বিত হৈ ওলাই যায়।

অতীতৰ অপকৰ্মৰ অনুশোচনাই বেগম আনোৱাৰাক ব্যাকুল কৰি তোলে। তেওঁ উচুপি উচুপি কান্দি বিছনাত বাগৰি পৰে।

লোভে পাপ। পাপে মৃত্যু।

আনাৰে পাক ঘৰত বহি কামাল আৰু বেগম আনোৱাৰাৰ মাজত হোৱা কথোপকথন শুনি আছিল। সেই সময়ত বেগম সুৰেয়াই বিয়াৰ কাপোৰ যোৰ আৰু অলংকাৰৰ টেমাটো হাতত লৈ গৈ পাক ঘৰত প্ৰবেশ কৰিলে। আনাৰে বিষণ্ণ মনে সুৰেয়াৰ মুখলৈ চাই থাকে।

"আনাৰ! কি হৈছে তোমাৰ ?"

আনাৰে বিষণ্ণ মনে উদাসীন দৃষ্টি নিক্ষেপ কৰি চাই থকা দেখি সুৰেয়াই প্ৰশ্ন কৰে।

"একো হোৱা নাই।"

নিজক সংযত কৰি আনাৰে উত্তৰ দিয়ে।

"ঠিক আছে। চোৱাচোঁন, বাবাজানে মোৰ কাৰণে কিমান ধুনীয়া বিয়াৰ কাপোৰ আৰু অলংকাৰবোৰ আনিছে। এই কাপোৰ যোৰ আৰু অলংকাৰবোৰ মই পিন্ধিলে মোক ধুনীয়া দেখিবনে ?"

"কেলেই নেদেখিব ?"

বিয়াৰ কাপোৰ যোৰ আৰু অলংকাৰবোৰ নোচোৱাকৈয়ে আনাৰে উত্তৰ দিয়ে।

"বিয়াৰ কাপোৰ যোৰ আৰু অলংকাৰবোৰ এবাৰ নোচোৱা নেকি ?"

"কেলেই চাব লাগিছে। তোমাৰ বাবাজানে তোমাৰ কাৰণে বেয়া কাপোৰ আৰু অলংকাৰ আনিবনে ? নিশ্চয় ধুনীয়া অলংকাৰ আৰু ধুনীয়া কাপোৰ আনিছে।"

আনাৰে অলংকাৰৰ টেমাটো খুলি নোচোৱাকৈয়ে উত্তৰ দিয়া দেখি সুৰেয়াই নিজে অলংকাৰৰ টেমাটো খুলি টেমাটোৰ ভিতৰৰ পৰা ৰূপৰ চন্দ্ৰহাৰ ডাল হাতত লৈ কয়—"আনাৰ! চোৱাচোঁন এই চন্দ্ৰহাৰ ডাল মই পিন্ধিলে মোক ভাল দেখিবনে ?"

"কেলেই তোমাক ভাল নেদেখিব ? পিচে এটা কথা। ৰহমানক এই অলংকাৰবোৰ আৰু বিয়াৰ কাপোৰ যোৰ দেখুৱাইছা নে নাই দেখুৱা।"

"দেখুৱা নাই।"

এনেতে সৰকাৰে আহি পাক ঘৰৰ দুৱাৰ মুখত থিয় হৈ আনাৰক মাতে।

"চাচা!"

"তোমালোক দুজনীয়ে কথা পাতি বহি আছা দেখোন ? পিচে ভাত হ'লনে নাই ?"

"ভাত হ'ব ধৰিছে চাচা।"

"সোনকালে মোৰ কাৰণে ভাত সাজা। মোৰ ভোক লাগিছে" বুলি কৈ সৰকাৰে দুৱাৰ মুখৰ পৰা আঁতৰি গ'ল। সুৰেয়াই নিৰুৎসাহ হৈ তলমূৰ কৈ বহি থাকে।

আনাৰে ভাবে—

সৰকাৰে মোক বিয়া কৰাম বুলি, বিয়াৰ দিন ধাৰ্য্য কৰি কামালৰ ভয়তে সি মোক বিয়া নকৰাই, ৰহমানৰ লগত সেই দিনা সুৰেয়াৰ বিয়া পাতিব খুজিছে নেকি ?

যদি সেয়ে নহয়, তেনেহলে মোৰ বিয়াৰ দিন ধাৰ্য্য কৰি মোৰ কাৰণে বিয়াৰ নতুন কাপোৰ নানি, সুৰেয়াৰ বিয়াৰ দিন ধাৰ্য্য নকৰাকৈ, সুৰেয়াৰ কাৰণে বিয়াৰ কানি কাপোৰ আৰু অলংকাৰ অনাৰ কাৰণ কি ?

ৰহমানে সৰকাৰৰ এই কু-অভিসন্ধিৰ গম পায়নে নেপায়। যদি সি গম পায়, তেনেহলে সি মোক জনোৱা নাই কিয় ? ৰহমানে মাটিবাৰী আৰু ধন সম্পত্তিৰ আশাত সৰকাৰৰ লগত তলে তলে হাত মিলাই সুৰেয়াক বিয়া কৰাব খুজিছে নেকি ?

যদি সৰকাৰে চলে-বলে-কৌশলে সুৰেয়াৰ বিয়া ৰহমানৰ লগত পাতি দিয়ে তেতিয়া মোৰ উপায় হ'ব কি ?

সৰকাৰে টকা পইচা খৰচ কৰি কামালক পুলিচৰ দ্বাৰা ধৰাই দি অথবা তাক বিষ খুৱাই মাৰি মোক নিৰ্বিঘ্নে বিয়া নকৰাব জানো ?

যি বেগম আনোৱাৰাই মোক তুলি তালি ডাঙৰ দীঘল কৰিলে সেই মাতৃ স্বৰূপা বেগম আনোৱাৰা জীয়াই থাকোঁতে সৰকাৰক মই বিয়া কৰালে, আনোৱাৰাৰ বুকুত কুঠাৰাঘাত কৰা নহ'ব জানো ?

যদি ৰহমানৰ মনত কোনো কু অভিসন্ধি নাই, আৰু যদি সি মোক সঁচাকৈয়ে ভাল পায়, তেনেহলে সি মোক ইয়াৰ পৰা পলুৱাই নিনিয়াৰ কাৰণ কি?

সৰকাৰ আৰু কামালৰ হাতৰ পৰা সি মোক ৰক্ষা কৰি বিয়া কৰাব পাৰিব জানোঁ?

ভাবোঁতে ভাবোঁতে ভাইৰ মূৰটো ঘামি যায়। তাই আৰু ভাবি নোপোৱা হয়।

তাই সচৰাচৰ কৰাৰ দৰে সেই দিনা নিশাও, আটাই কেইজন মানুহৰ কাৰণে ভাত সাজি খাবলৈ মাতিলে। সৰকাৰে ভাতৰ পাতত বহি আনাৰৰ মুখলৈ চাই সোধে, "আনাৰ! ৰহমান আৰু কামালক ভাত খাবলৈ মতা নাই নেকি?"

"মাতিছোঁ।"

উত্তৰ দিয়ে আনাৰে।

"তেনেহলে সিহঁতে ভাত খাবলৈ অহা নাই কিয়? বাৰু তুমি মোৰ কথা কৈ সিহঁতক আকৌ এবাৰ ভাত খাবলৈ মাতাগৈ চোঁন।"

আনাৰে কোনো প্ৰত্যুত্তৰ নকৰি পাক ঘৰৰ পৰা ওলাই গ'ল। সৰকাৰে ভাত খোৱাত মনোনিবেশ কৰিলে। ক্ষন্তেক পিচতে আনাৰে বাহিৰৰ পৰা ঘূৰি আহি সৰকাৰৰ মুখলৈ চাই কলে—চাচা তেওঁলোকে হেনো ভাত নাখায়। সৰকাৰে আনাৰৰ ফালে মূৰ তুলি চাই কোনো কথা নকৈ তলমূৰ কৰে। আনাৰে আঁতৰি যায়।

সৰকাৰে ভাত খাই উঠি গৈ কামাল আৰু ৰহমানক ভাত খাবলৈ মাতিলে। তথাপিও সেই দিনা নিশা কামাল আৰু ৰহমানে ভাত নেখালে। সিহঁতে ভাত নোখোৱাৰ কাৰণ বিচাৰি সৰকাৰ চিন্তিত হয়। মনৰ দুঃখতেই হওঁক কিম্বা ৰহমানে ভাত নোখোৱাৰ কাৰণেই হওঁক আনাৰেও সেই দিনা নিশা ভাত নেখালে।

ঘৰৰ বাকীবোৰ মানুহে ভাত খাই উঠাৰ পিচত আনাৰে সাজ বাচনবোৰ ধুই পখালি ৰাখি মজিয়াখন মুচিলে। তাৰ পিচত ভৰি হাত ধুই কেৰাচিন তেলৰ চাকি এগছ হাতত লৈ ঘৰৰ পৰা ওলাই আহিল। সেই সময়ত ৰহমানৰ কোঠালীত ধিমিক ধামাককৈ চাকি এগছ জ্বলি আছিল। আনাৰে কোঠালীত প্ৰৱেশ কৰি সোধে—"ৰহমান তোমাৰ টোপনি আহিল নেকি।"

"অহা নাই। তোমাক অপেক্ষা কৰি আছো।"

মূৰৰ ওপৰৰ পৰা কম্বলখন আঁতৰাই ৰহমানে উত্তৰ দিয়ে।

"তোমালোক দুয়ো আজি ভাত নেখালা কিয় ?"

আনাৱে ৰহমানৰ মুখলৈ চাই প্ৰশ্ন কৰে।

"চাচাই নগাওঁলৈ গৈ সোনকালে ঘূৰি অহা দেখি।"

"ওঁ বুজিছোঁ।"

"তুমি ভাত খালানে নাই ?"

"খোৱা নাই।"

"কিয় ? তোমাৰতো একো ভয় নাই।"

"তোমালোক দুজনে ভাত নোখোৱা দেখি ময়ো নেখালোঁ।"

"তুমি বাৰু নেখাবা কিয় ? এতিয়াও ভাত খাই আহাগৈ চোন।"

"বাৰু সেইবোৰ কথা এতিয়া এৰা। সঁচা কথা কোৱাচোঁন। তুমি সৰকাৰৰ মাটিবাৰী আৰু ধন সম্পত্তিৰ লোভত পৰি মোক ঠগিব খুজিছা নেকি ?"

"এইদৰে ভাবিছা কিয় তুমি ?"

"কিয় নাভাবিম ? তুমি সুৰেয়াক বিয়া কৰাম বুলি সন্মতি নিদিলে, চাচাই আজি সুৰেয়াৰ বিয়াৰ কাৰণে নতুন কানি কাপোৰ আৰু বিয়াৰ অলংকাৰ আনিব কিয় ?"

"বিশ্বাস কৰা আনাৰ ! মই কোনো দিনে কোনো মানুহৰ আগত সুৰেয়াক বিয়া কৰাম বুলি সন্মতি প্ৰকাশ কৰা নাই। খোদাৰ ওচৰত শপত খাই কৈছোঁ। তোমাত বাহিৰে সুৰেয়া কিয় বেহেস্তৰ পৰী আহি ওলালেও সেই বিয়াত কোনেও মোক বহুৱাব নোৱাৰে।"

"তেনেহলে চাচাই আজি এনেই সেইবোৰ আনিলে নেকি ?"

"চাচাৰ উদ্দেশ্য মই বুজিব পৰা নাই।"

"তেনেহলে চাচাই কামাল ককাইদেউক ভয় কৰি দহ তাৰিখত সুৰেয়াৰ বিয়া খনকে তোমাৰ লগত পাতি দিম বুলি ভাবিছে নেকি ?"

"চাচাৰ উদ্দেশ্য সহজে বুজা টান। চাচাই তেনে কিবা মত্লব কৰিবও পাৰে।"

"মই সেইবোৰ একো নাজানোঁ। মনত ৰাখিবা তুমি মোক ঠগাই সুৰেয়াৰ লগত বিয়াত বহিলে তোমাৰ সন্মুখত মই বুকুত ছুৰী মাৰি

আত্মহত্যা কৰিম” বুলি কৈ আনাৰে ৰহমানৰ কোঠালীৰ পৰা ওলাই গল্।

“শুনাচোঁন শুনা আনাৰ।’

পিচ ফালৰ পৰা ৰহমানে আনাৰক মাতে। আনাৰে ৰহমানৰ কথা আওকাণ কৰি গৈ তাইৰ কোঠালীত প্ৰৱেশ কৰিলে। ৰহমানে দুৱাৰ মুখৰ ফালে চাই থাকিল।

আনাৰৰ কথা শুনি ৰহমান চিন্তান্বিত হ’ল। সঁচাকৈয়ে সুৰেয়াৰ বিয়াৰ দিন ধাৰ্য্য নকৰাকৈ, চাচাই আজি হঠাতে সুৰেয়াৰ কাৰণে বিয়াৰ কানি কাপোৰ আৰু অলংকাৰবোৰ অনাৰ কাৰণ কি?

দহ তাৰিখত চাচাই নিজৰ বিয়া নাপাতি, সেই দিনাখন সুৰেয়াৰ বিয়া মোৰ লগত যোৰ কৰি পাতি দিব খুজিছে নেকি?

যদি সেয়ে হয়, তেনেহলে মই কৰিম কি?

ন তাৰিখে ৰাতিয়ে ইয়াৰ পৰা মই পলাই যাব লাগিব। মই তেনে কৰিলে মোৰ প্ৰতিজ্ঞা পূৰণ আৰু আনাৰক লাভ কৰা হবনে?

হবই নোৱাৰে।

তেনেহলে উপায় কি?

কাক সুধিম। কোনে মোক সহায় কৰিব?

টটোৰ পিচত সিটো প্ৰশ্ন আহি ৰহমানৰ মনত উদয় হয়। কোনো প্ৰশ্নৰ সদুত্তৰ বিচাৰি নেপায়। ওৰে নিশা সি বিছনাত পৰি চট্ ফট্ কৰি কটায়। নিদ্ৰা দেৱীৰ শীতল পৰশে তাৰ চকু যুৰিক স্পৰ্শ কৰিব নোৱাৰিলে। তাৰ অজ্ঞাতে দ্নি মনিয়ে বেৰৰ ফাকেৰে তাক জুমি চালে।

“ৰহমান সাৰ পোৱা নাই নেকি? উঠা সোনকালে গাই খীৰাব লাগে।”

ৰহমানৰ কোঠালীৰ দুৱাৰ মুখত থিয় হৈ আনাৰে মাতে। ৰহমানে আনাৰৰ মাত শুনি চমকি উঠে। সি মুৰৰ ওপৰৰ পৰা কম্বলখন আঁতৰাই কোঠালীৰ ভিতৰত ৰ’দ দেখি আচৰিত হয়। বিছনাৰ পৰা খপ্ জপ্ কৈ নামি দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল।

“আজি কি হৈছিল তোমাৰ। মই আহি নেমাতিলে তুমি দেখোন দুপৰীয়ালৈ শুই থাকিলা হেঁতেন।”

ৰহমানৰ মুখলৈ চাই আনাৰে কয়।

ৰহমানে কোনো প্ৰত্যুত্তৰ নকৰি চকু মুখ মোহাৰি মোহাৰি ইফালে চায়।

কি চাইছা। ধৰা, এয়া বাল্টিটো লোৱা। চাচা আৰু বাবাজানে চাহ খাবলৈ বৈ আছে। সোমকালে গাই জনী খীৰাই দিয়া বুলি কৈ ৰহমানৰ হাতত আনাৰে বাল্টিটো দিয়ে।

ৰহমানে গাইজনী খীৰাই উঠি বাল্টিটো আনাৰৰ হাতত দিলে। তাৰ পিচত সি গোহালীৰ পৰা গৰুবোৰ মেলি দি গৰুবোৰৰ পিচে পিচে পথাৰলৈ গ'ল।

আনাৰে চাহ জলপান তৈয়াৰ কৰি আনি সৰকাৰ আৰু কালু-মিয়াক দিয়ে। তেওঁলোকে চাহ জলপান খাই উঠি গৈ ড্ৰয়িং ৰুমত বহিল। কালুমিয়াই বিড়ি এটা জ্বলাই লৈ বিড়িটোত দীঘলীয়া হুপা এটা মাৰি ধোঁৱাবোৰ নাকে মুখে উলিয়াই দি সৰকাৰৰ মুখলৈ চাই কয়, "জোনাব! সুৰেয়াৰ কাৰণে ঘৰ সজা আৰু চোতালত পৰি থকা ধানবোৰ মৰণা মাৰি ভঁৰালত থোৱা হ'ল। এতিয়া আপুনি কওঁক-চোন আপোনাৰ বিয়াৰ আগতে আৰু কি কাম কৰিব লগীয়া আছে।"

"পাৰে যদি আজি আৰু কালিৰ ভিতৰত মোৰ ঘৰটোত চূণ তেল আৰু সুৰেয়াৰ কাৰণে সজা ঘৰটোত কেৱল চূণ লগাব লাগে।" কালুমিয়াৰ মুখলৈ চাই সৰকাৰে কয়।

"কেলেই নোৱাৰিম। পিচে চূণ তেল।"

"চূণ আৰু তেল কিনি আনি ভঁৰালত থোৱা আছে।"

তেনেহলে এতিয়াই কাম আৰম্ভ কৰা যাওঁক বুলি কৈ কালুমিয়াই ড্ৰয়িং ৰুমৰ পৰা ওলাই গ'ল। সৰকাৰে কিবা ভাবি চিন্তি ড্ৰয়িং ৰুমত বহি থাকিল।

আঠ মাঘ। আবেলি চাৰি বজাত পদূলি মুখলৈ চাই সৰকাৰে বাৰাণ্ডাত বহি আছে। এনেতে কালুমিয়াই সৰকাৰৰ ওচৰলৈ আহি সোধে, জোনাব! পৰহিলৈ আপোনাৰ বিয়া। মাজতে কালিৰ দিনটো আছে। ইতিমধ্যে বিয়াৰ সামগ্ৰী সমূহ যোগাৰ কৰি অনা হ'লনে?

"মাছ মাংস আৰু দৈ মিঠাইত বাহিৰে আন, সকলো বস্তু যোগাৰ কৰি আনি ভঁৰালত ৰাখিছোঁ।"

সৰকাৰে কয়।

"মাছ মাংস আৰু দৈ মিঠাই আদি কেতিয়া অনা হব?"

"সেইবোৰ আমি আনিব লাগ নেলাগে।

"মাছ মাংসৰ বেপাৰী আৰু ঘোষক টকা পইচা দি ৰাখিছোঁ। তেওঁলোকে বিয়াৰ দিনা দিনৰ সহ বজাত সকলো খিনি বস্তু ঘৰত আনি দিব।"

"তেনেহলে আমি কাইলৈ কৰিব লগীয়া কিবা কাম আছে জানো?

আছে।"

"কাইলৈ আপুনি কামলা দুজনক লগাই গোটেই কম্পাউণ্ডটো চফা কৰিব লাগে। তাৰ পিচত আমাৰ ভঁৰালত থকা ডাঙৰ চামিয়ানাখন আগ চোতালত খুটিপুতি তৰি থব লাগে।"

"ঠিক আছে। সেইটো হব। পিচে এটা কথা। আপুনি দেখোন মনটো মাৰি বহি আছে। গাটো ভাল পোৱা নাই নেকি?"

"গাটো ভাল পোৱা নাই।"

"কেলেই, সিদিনা দেখোন আপুনি টাউনলৈ গৈছিল।

ঔষধ পোৱা নাই জানো?"

"সেইদিনা ডাক্তৰক লগ নেপালোঁ। তেওঁ হেনো জুৰিয়াত বিয়া খাবলৈ গৈছে। একো উপায় নেপায়, ডাক্তৰে মোৰ কাৰণে ঔষধ এপালি লৈ আজি আহিবলৈ খবৰ দি আহিছিলোঁ। পিচে এতিয়ালৈকে ডাক্তৰ আহি নোপোৱা দেখিহে মনত বৰ বেজাৰ লাগিছে।"

"আজি আৰু ডাক্তৰ অহাৰ সময় নাই। ডাক্তৰক অপেক্ষা নকৰি কালি ৰাতি পুৱাই ডাক্তৰৰ ওচৰলৈ ৰহমানক পঠাই দিয়া ভাল হব নেকি?"

"চাওঁ বাৰু কি কৰো।"

পিচদিনা ৰাতিপুৱা চাহ জলপান খাই উঠি ৰহমানে জাল এখন হাতত লৈ কামালৰ লগত বিলত মাছ ধৰিবলৈ গ'ল। জামাল হোজাই লৈ গ'ল। কালুমিয়াই ভঁৰালৰ পৰা চামিয়ানাৰ কাপোৰ খন উলিয়াই আনি চোতালত ৰাখিলে। কালুমিয়াৰ নিৰ্দ্দেশত কামলা দুজনে বাৰীৰ পৰা ছয়টা বাঁহ কাটি আনিলে। সৰকাৰে জোখ মাফ কৰি কোন ঠাইত গাত খান্দি খুটি পুতি চামিয়ানাখন তৰিব লাগে কালুমিয়াক দেখুৱাই দিলে। সৰকাৰৰ বিয়াৰ চাইমানা তৰা কাম আৰম্ভ হ'ল।

সেই সময়তে পাঠকৰ সুপৰিচিত মৌলবী কাচেম আলি, সোণাৰাম গাওঁবুঢ়া আৰু হাজী খালেমুদ্দিন চাহাব আহি সৰকাৰৰ চোতালত

উপস্থিত হ'ল। সৰকাৰে তেওঁলোকক আগবঢ়াই নি ড্ৰয়িং ৰুমত বহুৱালে।

"আপোনাৰ বিয়াৰ কাম কিমান আগবাঢ়িছে জোনাব?

ড্ৰয়িং ৰুমত আসন গ্ৰহণ কৰি হাজী খালেমুদ্দিন চাহাবে সৰকাৰক সোধে।

"আজি চামিয়ানাখন চোতালত তৰি ৰাখিলে মই কৰিব লগীয়া কাম শেষ হব জোনাব।"

সৰকাৰে গহীনাই উত্তৰ দিয়ে।

বিয়ালৈনো কিমান মানুহ নিমন্ত্ৰণ কৰিছে।

"হাজাৰৰো অধিক।"

আপুনি দেখিছো বৰ ইলাহী কাৰবাৰ কৰিব খুজিছে জোনাব।

নিৰবে থাকে সৰকাৰ।

"পিচে ইমান এটা ডাঙৰ ভোজ ৰন্ধাৰ কাৰণে কোন ৰান্ধনীক নিমন্ত্ৰণ কৰিছে জোনাব!

"মৌলবী কাচিমুদ্দিন সৰকাৰক।"

ঠিকেই হৈছে। মই জনামতে মৌলবী কাচিমুদ্দিনৰ নিচিনা পাকৈত ৰান্ধনী নগাওঁ জিলাত কিয় সমগ্ৰ অসমতে নাই। তেওঁ হেনো অতীতত বেহৰাম পুৰৰ জমিদাৰ চাহাবৰ ৰান্ধনী আছিল।

এৰা ময়ো শুনিছোঁ। মই জনা মতেওঁ তেওঁত কৈ ভাল ৰান্ধনী অসমত নাই।

হাজী চাহাবক সমৰ্থন কৰি মৌলবী কাচেম আলি চাহাবে কয়।

এনেতে মৌলবী কাচিমুদ্দিন সৰকাৰে কামলা কাম কৰা মানুহ দুজনক লগত লৈ আহি সৰকাৰৰ ড্ৰয়িং ৰুমত উপস্থিত হ'ল।

"কিহে মৌলবী চাহাব! আহক আহক! আপোনাৰ কথাকেই পাতি আছিলোঁ। আমি। খোদাই আপোনাক দীৰ্ঘজীৱী কৰক।"

মৌলবী কাচিমুদ্দিন সৰকাৰক দেখি হাজী খালেমুদ্দিন চাহাবে কয়।

"আদাব, আদাব আদাব জোনাব" বুলি কৈ মৌলবী কাচিমুদ্দিন সৰকাৰে সকলোকে অভিবাদন জনাই আসন গ্ৰহণ কৰে।

বাৰু মৌলবী চাহাব! কওঁকচোন আপোনাৰ এৰৰ খা-খবৰ কি!

হাজী খালেমুদ্দিনে কাচিমুদ্দিন সৰকাৰক সোধে।

"মেহেৰবান খোদাৰ কৃপাত একপ্ৰকাৰ ভালেই জোনাব।

মৌলবী কাচিমুদ্দিন সৰকাৰে উত্তৰ দিয়ে।

"সৰকাৰ চাহাবৰ বিয়া দেখোন অহা কালি নিশাহে।

পিচে আপুনি দেখোন মানুহ দুজনক লগত লৈ আজিয়েই ওলা-লহি জোনাব ?"

মৌলবী কাচেম আলি চাহাবে প্ৰশ্ন কৰে।

জোনাবৰ বিয়া যে কালি নিশা সেই কথা মই জানোঁ; পিচে জোনা-বৰ বিয়াত কালি কিমান মানুহৰ কাৰণে কি কি বন্দো বস্তা কৰিব লাগিব সেই কথাৰ বুজ লবলৈ আৰু আজিয়েই চৌকা কেইটা খন্দাই ওপৰত চালি এখন দিয়াই ৰাখিম বুলিহে আহিলোঁ।

কাচিমুদ্দিন সৰকাৰে উত্তৰ দিয়ে।

"আপুনি আজি আহি ভালেই কৰিলে।"

সমৰ্থনৰ সুৰত হাজী খালেমুদ্দিন চাহাবে কয়।

সৰকাৰৰ ইংগিতত ওচৰতে বহি থকা কালুমিয়াই উঠি গৈ আলহী সকলৰ কাৰণে চাহ জলপান তৈয়াৰ কৰিবলৈ আনাৰক কয়।

অলপ পাচত আনাৰে ট্ৰে এখনত চাহ জলপান তুলি আনি ট্ৰেখন আলহী সকলৰ সম্মুখত টেবুলৰ ওপৰত ৰাখে।

"কিনো খুৱাম চাহেবান, লওঁক চাহ একাপকে খাই লওঁক বুলি কৈ সৰকাৰে ট্ৰেখন, আলহী সকলৰ ফালে আগুৱাই দিলে।

আনাৰে ড্ৰয়িং ৰুমত আলহী সকলক চাহ জলপান দি আহি আলহী সকলৰ কাৰণে মজিয়াত বহি তামোল পান কাটে। সেই সময়তে কামালে তিতি বুৰি হাতত খালৈ এটা লৈ ঘৰত প্ৰবেশ কৰেহি। কামা-লক দেখি হাতত তামোল এটা আৰু কট্টাৰীখন লৈ আনাৰে সোধে "ককাইদেউ মাছ পালেনে ?"

"পাইছোঁ।"

মাছৰ খালৈটো আনাৰৰ সম্মুখত ৰাখি উত্তৰ দিয়ে কামালে।

"কি মাছ পালে ককাইদেউ ?"

কাৱৈ মাছ।"

কাৱৈ মাছ পাইছে যদি খুব ভাল হৈছে। মাজনৰ কাৰণে কেইটা মান কাৱৈ মাছ কলহত পানী দি জীয়াই ৰাখিম বুলি কৈ আনাৰে খালৈটো লৰাই চৰাই মাছবোৰ জুমি চালে।

"কোন মানুহৰ কাৰণে তামোল কাটিছা তুমি ?"

কামালে আনাৰৰ মুখলৈ চাই সোধে।

বিয়াৰ খবৰ লবলৈ অহা আলহী আৰু বিয়াৰ ভোজ বান্ধিবলৈ অহা মানুহ কেইজনৰ কাৰণে তামোল কাটিছোঁ।

"কোন কোন মানুহ বিয়াৰ খবৰ লবলৈ আহিছে?"

"মৌলবী কাচেম আলি, হাজী সালেমুদ্দিন আৰু সেই গাওঁবুঢ়াটো!"

"বিয়াৰ ভোজ ৰান্ধিবলৈনো কোন কোন মানুহ আহিছে?"

"সেই ছাগলী দঢ়িয়া বুঢ়াটো আৰু দুজন মানুহ। সিহঁতক মই চিনি নেপাওঁ।

"চাচা ক'ত আছে?"

চাচাই আগ চোতালত বিয়াৰ কাৰণে চামিয়ানা তৰিবলৈ কামলা দুজনক লগাই দি, ড্ৰয়িং ৰুমত বহি আলহি সকলৰ লগত কথা পাতি আছে।

"মাজান এতিয়া ক'ত আছে?"

"তেওঁৰ কোঠালীতে শুই আছে।"

"মাজানৰ আজি জ্বৰ উঠিছে নেকি?

"উঠা নাই।"

বাৰু বুলি কৈ কামালেগৈ আনোৱাৰাৰ শয়ন কক্ষত প্ৰৱেশ কৰে। বেগম আনোৱাৰাই সেই সময়ত বুকুত হাত দি খুহ খুহ শব্দ কৰি কাহি কাহি, বহি আছিল।

মাজান! চাচাই যে বিয়াৰ কাৰণে আগচোতালত চামিয়ানা তৰিবলৈ মানুহ লগাইছে আপুনি সেই কথা জানেনে নেজানে?

কামালে মাকৰ মুখলৈ চাই প্ৰশ্ন কৰে।

কোনে ক'ত কি কৰিবলৈ ধৰিছে, বোপাই সেইবোৰ কথা মই নেজানোঁ।"

খুহ খুহ শব্দ কৰি কাহি কাহি বেগম আনোৱাৰাই উত্তৰ দিয়ে।

চাচাই আজি চোতালত চাইমানা তৰিম বুলি আপোনাক কিবা সুধিছিল নেকি?

ৰাতি পুৱাৰ পৰা তোমাৰ চাচাই আজি মোক মুখখনকেই দেখুৱা নাই। মোক আৰু তেওঁ কিবা কথা সুধিবনে?

বাৰু ঠিক আছে। দেখা যাওঁক বুলি কৈ কামালে ৰাগান্বিত হৈ কোঠালীৰ পৰা ওলাই যায়।

শুনাচোঁন! শুনা বোপা কামাল বুলি আনোৱাৰাই মাতে। কামালে আনোৱাৰৰ কথাত কাণষাৰ নিদি, তাৰ ঘৰত গৈ প্ৰবেশ কৰে। ক্ষন্তেক পিচতে সি হাতত দা এখন লৈ চোতাললৈ ওলাই আহি চাইমানা পাতি থকা কামলা দুজনৰ ওচৰ চাপি কঢ় স্বৰে প্ৰশ্ন কৰে. এ মিয়া, তহঁতে কাৰ আদেশত মোৰ চোত্যালত খুটি পুতিছ ?

কামলা দুজনে কামালৰ মূৰ্তি দেখি কি কওঁ, কি নকওঁ বুলি ভাবি ইজনে সিজনৰ মুখলৈ চায়। কামালে সিহঁতৰ উত্তৰলৈ অপেক্ষা নকৰি চাইমানা তৰিবলৈ ইতিমধ্যে চোতালত পুতি থোৱা খুটিবোৰ দাৰে কাটি টুকৰা টুকুৰ কৰে। তাৰ পিচত সি চোতালত থকা কটা চিঙা সকলোবোৰ বাঁহ চোতালৰ পৰা তুলি নি কম্পাউণ্ডৰ বাহিৰত পেলাই দিবলৈ কাম্লা দুজনক দা দেখুৱাই আদেশ দিলে।

সেই সময়ত কালুমিয়াই বাৰান্দাত বহি নিৰৱ দৰ্শক হৈ ঘটনাটো চাই আছিল। কামালক বাধা দিবলৈ তেওঁ সাহস কৰা নাছিল। কামালৰ মূৰ্তি দেখি তেওঁ ভয়হে পাইছিল। কামলা দুজনে নিৰুপায় হৈ কালুমিয়াৰ মুখলৈ চালে। নিৰৱ কালুমিয়া।

হে মিয়া, কি চাইছ সেই ফালে। মোৰ চোতালৰ পৰা তোল বাঁহবোৰ। নুতুলিলে তহঁতকো কাটি টুকুৰা টুকুৰ কৰিম বুলি কৈ কামালে দা তুলি লৈ কামলা দুজনৰ ফালে আগবাঢ়ি গল।

কামলা দুজনে ভয়তে বিনা বাক্যব্যয়ে বাঁহবোৰ চোতালৰ পৰা খৰধৰ কৈ তুলি নি কম্পাউণ্ডৰ বাহিৰত পেলাই দিলে। তাৰ পিচত কামালে দা দেখুৱাই কামলা দুজনক কলে, দেখ মিয়া, পুনৰ্বাৰ যদি তহঁতে মোৰ চোতালত মোৰ বিনা অনুমতিত গাঁত খান্দি চামিয়ানা তৰিবলৈ চেষ্টা ক'ৰ তেতিয়া হলে আৰু খুটি নেকাটি তহঁতৰ মূৰ কাটিম। বুজিছাতো ?

"বুজিছোঁ।"

ভীতি বিহবল সুৰত কামলা দুজনে উত্তৰ দিয়ে।

"বাৰু যা। এতিয়া ইয়াৰ পৰা আঁতৰি যা।"

কামলা দুজনে কামালৰ মুখলৈ চাই তলমূৰ কৰি চোতালৰ পৰা আঁতৰি গ'ল। কালুমিয়াই ভয় ভয় কৰি কামালৰ ওচৰলৈ আহি কলে, বোপা কামাল। কাইলৈ জোনাবৰ বিয়া। তেনেস্থলত তুমিয়ে, চাইমানা তৰিবলৈ পোতা খুটিবোৰ কাটি কামলা দুজনক চোতালৰ পৰা খেদি দিলা, ইয়াক আকৌ কোনে তৰিব!

মোৰ চোতালত কোনেও চাইমানা তৰিব নোৱাৰে। দৃঢ় স্বৰে কামালে উত্তৰ দিয়ে।

তেনেহলে কাইলৈ জোনাবে বিয়া ক'ত পাতিব?

বিয়া ক'ত পাতে, চাচাই হে জানে। আপুনি আমাৰ ঘৰৰ সকলো কথা জানো। তদুপৰি মই চাচাই এই ঘৰত থাকি আনাৰক বিয়া কৰাব নোৱাৰে বুলি আপোনাক কোৱা নাছিলোঁ জানোঁ? তেনেস্থলত আপুনি এতিয়া এইবোৰ কথা কয় কিয়?

মনত ৰাখিব মাজান জীয়াই থাকোঁতে চাচাই এই ঘৰত থাকি আনাৰক বিয়া কৰাব নোৱাৰে। ই মোৰ খাটাং কথা বুলি কৈ কামাল আঁতৰি গ'ল। কিন্তু বোপা— বুলি কৈ কালুমিয়াই হতাশ মনে কামালৰ ফালে একে থৰে চাই থাকিল।

চোতালত কামালৰ তৰ্জন গৰ্জন শুনি, সৰকাৰৰ ড্ৰয়িং ৰুমত কথা পাতি থকা আলহী সকলে ইজনে সিজনৰ মুখলৈ চায়। সৰকাৰে লজ্জিত হৈ তলমূৰ কৈ কিবা ভাবে। ক্ষন্তেক সময়ৰ কাৰণে ড্ৰয়িং ৰুমত নিস্তব্ধতাই বিৰাজ কৰে।

"জোনাব! মই আজিয়েই নৌকা কেইটা খন্দাই ওপৰত চালি এখন দিয়াই ৰাখিম বুলি মানুহ দুজনক হাজিৰা দি লগত লৈ আহিছোঁ। পিচে বোপা কামালে যদি আপোনাৰ চোতালত বিয়াই পাতিব নিদিয়ে তেনেহলে মোক তেওঁ চোতালত চৌকা খান্দিব দিব জানোঁ?"

নিস্তব্ধতা ভঙ্গ কৰি কাচিমুদ্দিন সৰকাৰে সৰকাৰক সোধে।

সৰকাৰ নিৰৱ।

কামালে জোনাবক চোতালত বিয়াই পাতিব নিদিয়ে যেতিয়া আপোনাক চৌকা খান্দিব দিব জানোঁ?

সৰকাৰে মৌলবী কাচিমুদ্দিন সৰকাৰৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি মনে মনে থকা দেখি হাজী সালেমুদ্দিন চাহাবে এইদৰে কয়।

তেনেহলে মই এতিয়া কি কৰো?

আমিনো আৰু আপোনাক কি কম মৌলবী চাহাব!

জোনাবেহে জানে, তেওঁ এতিয়া কি কৰে। আমি যিহে দেখিলোঁ আৰু যিহে শুনিলোঁ, আমাৰ মতে দেখোন জোনাবৰ বিয়া কাইলৈ ইয়াত হবই নোৱাৰে।

কয় মৌলবী কাচেম আলি চাহাবে।

কি য়ে কয় মৌলবী চাহাব আপুনি? আপুনি দেখোন মোৰ ঘৰৰ সকলো কথা জানেই। তেনেস্থলত লৰা এটাৰ কথা মতে মোৰ বিয়াখন কাইলৈ নহবনে?

প্ৰশ্নবোধক সুৰত সৰকাৰে কয়।

আমি পৰিস্থিতিৰ ওপৰত ভিত্তি কৰিহে, কাইলৈ আপোনাৰ বিয়া ইয়াত হব নোৱাৰে বুলি কৈছোঁ।

কয় মৌলবী কাচেম আলি চাহাবে।

"আপোনালোকে চিন্তা নকৰিব। মোৰ বিয়া কাইলৈ হবই। বোৱাৰীজনী যোৱা বছৰ ঘৰৰ পৰা ওলাই যোৱাৰ পিচৰে পৰা লৰাটোৰ অলপ মগজুৰ বিকৃতি ঘটিছে। সি কোনো এটা সাধাৰণ কথাতে মাজে সময়ে খং কৰি, এনেকুৱা তৰ্জন গৰ্জন কৰে। পিচে তাক কথাটো বুজাই দিলে, সি সহজে শান্ত হয়। সি দৰাচলতে খুব ভাল লৰা। মই- আজি নিশাৰ ভিতৰতে তাক বুজাই বঢ়াই ঠিক কৰিম। আপোনালোকে বিয়াখন পৰিব বুলি ভয় নেখাব।"

"পিচে জোনাব! মই এতিয়া কি কৰো?"

মৌলবী কাচিমুদ্দিন সৰকাৰে, সৰকাৰৰ মুখলৈ চাই সোধে। আপুনি আজি আৰু চৌকা খন্দাব নেলাগে। কালি ৰাতিপুৱা আপুনি অলপ সোনকালে আহিব। মই আপোনাৰ নিৰ্দ্দেশ মতে, মানুহ লগাই আধা ঘণ্টাৰ ভিতৰতে চৌকা কেইটা খন্দাই দিম। তাৰ কাৰণে আপুনি চিন্তা কৰিব নেলাগে।

মৌলবী কাচিমুদ্দিন সৰকাৰক, সৰকাৰে কয়।

মৌলবী কাচিমুদ্দিন সৰকাৰে নিৰৱে থাকি সন্মতি জনায়।

"তেনেহলে জোনাব! বেলি হৈ আহিল। আমি এতিয়া উঠোহে "বুলি কৈ আলহী সকলে আসন ত্যাগ কৰে।

আহক তেন্তে। আশাকৰো আপোনালোকে কালি গধূলি এবাৰ এই দুৰ্ভগীয়াক দেখা দি সুখী কৰে যেন।

আলহী সকলৰ মুখলৈ চাই সৰকাৰে সানুনয়ে অনুৰোধ জনায়।

"নিশ্চয় নিশ্চয়" "বুলি কৈ আলহী সকলে বিদায় গ্ৰহণ কৰে।

কামালে কামলা দুজনক চোতালৰ পৰা খেদি দি বেগম আনোৱাৰাৰ কোঠালীত গৈ সোমায়। সেই সময়ত ৰহমানে আনোৱাৰৰ কোঠালীত বহি আনোৱাৰাৰ লগত কথা পাতি আছিল। কামালে গৈ ৰহমানৰ কাষত বহিল।

কামাল তুমি চোতালত গৈ কাৰ লগত কি বকা বকি কৰিছিলা?

কামালৰ মুখলৈ চাই বেগম আনোৱাৰাই সোধে।

কাৰ লগত নো কি বকা বকি কৰিম মা, চোতালত গাত খান্দি খুটি পুতি থকা কামলা দুজনক ধমক দি চোতালৰ পৰা খেদি দি আহিছোঁ।

কামালে উত্তৰ দিয়ে।

যেয়ে যি কৰক, তই বোপাই কাৰো লগত কোনো গণ্ডগোল নকৰিবি। যোৱা নিশা মই যিহে কুস্বপ্ন এটা দেখিছোঁ, এতিয়াও মোৰ বুকুখন কঁপি আছে।

তুমিনো কি এনে কুস্বপ্ন দেখিছা মা?

সপোনৰ কথাটো কবলৈ ভয় লাগে বোপাই।

সপোন, সপোন। সেই সপোনৰ কথাটো কবলৈ আৰু তোমাৰ ভয় লাগিছে কিয়?

কোৱাচোঁন কি সপোন দেখিছিলা তুমি?

তোমালোকে দেখিছাই নহয়, নিশা কাহ উঠাৰ কাৰণে মোৰ টোপনি নাহে। যোৱা নিশা মই ভাত খাই জুইৰ কাষত বহি, জুই তাপি থাকোঁতে মোৰ টোপনি ধৰে। মই তেতিয়া জুইৰ কাষৰ পৰা উঠি গৈ গায়ে মূৰে কম্বলখন লৈ বিচনাত শুই পৰো। ক্ষন্তেক পিচতে মোৰ টোপনি আহে।

টোপনিতে গুৰুম গুৰুম বন্দুক মৰা শব্দ আৰু লগে লগে মাজান মৰিলো ঐ বুলি তুমি চিয়ঁৰা শব্দ শুনি মোৰ টোপনি ভাঙে। মই আতঙ্কিত হৈ মূৰৰ পৰা কম্বলখন আঁতৰাই বিছনাত উঠি বহোঁ। তাৰ পিচত চকু মেলি দেখোঁ, কাৰো ক'তো সাৰি শব্দ নাই। তাৰ পিচত আৰু মোৰ টোপনি নাহিল। সেই কাৰণে কৈছোঁ বোপা তুমি আজি মোৰে শপত কাৰো লগত গণ্ডগোল নকৰিবা।

"মই কাৰো লগত গণ্ডগোল নকৰোঁ মা। পিচে চাচাই হলে কাইলৈ বিয়া বন্ধ কৰিবই লাগিব।"

সেই সময়তে সৰকাৰে কোঠালীত সোমাই আহি কামালৰ মুখলৈ চাই কয় দেখা বোপা কামাল, কাইলৈ বিয়া হব বুলি এমাহ আগতে বিয়াৰ দিন ধাৰ্য্য কৰা হৈছে। এমাহ ধৰি দহ বাৰ হাজাৰ টকা খৰচ কৰি বিয়াৰ কাৰণে সকলো প্ৰয়োজনীয় বস্তু বাহানিবোৰ যোগাৰ কৰি আনি ভঁৰালত ৰাখিছোঁ। তদুপৰি হাজাৰৰো অধিক এই অঞ্চলৰ গণ্য

মান্য মানুহক ঘৰে ঘৰে গৈ মই নিজে নিমন্ত্ৰণ কৰি আহিছোঁ। এনে অৱস্থাত তুমি এবাৰ ভাবি চোৱাছোঁন বোপা! আজি মই সেই বিয়াখন কেনেকৈ বন্ধ কৰোঁ।"

"চাচা! সেইবোৰ কথা মই এতিয়া শুনিব নোখোজো। বিয়াৰ দিন ধাৰ্য্য কৰাৰ দিনা খনেই, এই বিয়া হব নোৱাৰে বুলি মই কোৱা নাছিলোঁ জানোঁ? পিচে আপুনি মোৰ ঘৰতেই থাকি মোৰ কথা অৱজ্ঞা কৰি বিয়া পাতিছে। সি যি কি নহওঁক, মূঠৰ ওপৰত মাজান জীয়াই থাকোঁতে আমাৰ ঘৰত থাকি, কাইলৈ আপুনি আনাৰক বিয়া কৰাব নোৱাৰে। ই মোৰ খাটাং কথা।"

কামালৰ কথা শুনি সৰকাৰৰ মুখ মলিন হৈ পৰিল। ক্ষন্তেক নিৰৱে থাকি মুখাকৃতিৰ পৰিবৰ্তন ঘটাই পুনঃ কামালৰ মুখলৈ চাই সৰকাৰে কয়, চোৱা বোপা, আনাৰক মই বিয়া কৰাম বুলি কোনো দিনে সপোনতো ভবা নাছিলোঁ। তোমাৰ মাজানৰ নিচিনা ধুনীয়া আৰু স্বাস্থ্যৱতী মানুহ এগৰাকীক যে এনে দুৰাৰোগ্য কালান্তক ৰোগে ধৰিব, সেই কথা তুমিয়েই জানিছিলানে, মযেই জানিছিলোঁ।

তুমি দেখিছাই নহয়. আজি দুবছৰ ধৰি তোমাৰ মাজানক ৰোগ মুক্ত কৰাৰ কাৰণে ক'ত শ টকা খৰচ কৰি আহিছোঁ। তথাপিও মেহেৰবান খোদাৰ ৰহম হোৱা নাই। বেগমৰ চিন্তাত দিনে নিশা মোৰ চকুত টোপনি নধৰে।

ডাক্তৰ চাহাবৰ মতে তোমাৰ মাজানক দিনে নিশাই সেৱা শুশ্ৰূষা কৰাৰ কাৰণে এজনী স্বাস্থ্যৱতী আৰু বিশ্বাসী মাইকী মানুহ লাগে। তোমাৰ অবিদিত নহয়, এজনীৰ পিচত এজনকৈ কিমান জনী মাইকী মানুহ, তোমাৰ মাজানৰ সেৱা শুশ্ৰূষাৰ কাৰণে আনিলোঁ। পিচে কোনো এজনীকে এদিনৰ বাহিৰে দুদিন ঘৰত ৰাখিব নোৱাৰিলোঁ। তোমাৰ পৰিয়ালেও মাকৰ ঘৰলৈ গৈ ঘূৰি নহা হ'ল।

আমাৰ ঘৰৰ এই দুৰৱস্থাৰ কথা এই অঞ্চলৰ নেতৃস্থানীয় লোক সকলৰ মাজত লাহে লাহে জনাজাত হ'ল। সেই কাৰণেই হবলা এই অঞ্চলৰ পৰোপকাৰী কাজী চাহাব আৰু নেতৃস্থানীয় লোক সকলে তোমাৰ মাজানৰ খবৰ লবলৈ আমাৰ ঘৰলৈ আহিছিল। তেওঁলোকে তোমাৰ মাজানৰ দুৰৱস্থা দেখি, তেওঁক সেৱা শুশ্ৰূষা কৰাৰ চিন্তা কৰিয়েই আনাৰৰ লগত মোৰ বিয়াৰ দিন ধাৰ্য্য কৰি দিছিল।

জোনাব কালুমিয়াৰ কথা তুমি নজনা নহয়। তেওঁ তোমাৰ আপোন মানুহ। তেওঁৰ নিজা ঘৰবাৰী নাই। নাই তেওঁৰ পুত্ৰ সন্তান। তেওঁ তেওঁৰ একমাত্ৰ পুত্ৰী আনাৰক বুকুত সাৱটি লৈ এই ঘৰতে ১৫।১৬ বছৰ কটালে। আনাৰ এতিয়া বিবাহ যোগ্যা গাভৰু হোৱালী। আজি নহয় কালি তাইক কাৰোবাৰ লগত বিয়া দিব লাগিবই।

জোনাৰ কালুমিয়াই কোনো এজন মানুহৰ লগত আনাৰৰ বিয়া পাতি দিলে, আনাৰক এই ঘৰৰ পৰা উলিয়াই দিব লাগিব। সেই দিনাই তোমাৰ মাজানক সেৱা শুশ্ৰূষা কৰাতো দূৰৈৰ কথা, তেওঁৰ মুখত পানী এটোপাও দিয়াৰ কাৰণে ঘৰত এজনী মানুহ নোলাব।

তোমাৰ মাজানৰ সেৱা শুশ্ৰূষাৰ নিৰাপত্তা আৰু পত্নী হাৰা জোনাব কালুমিয়াই যাতে জীৱনৰ বাকী সময় খিনি আনাৰৰ লগত থাকি সুখ শান্তিত কটাব পাৰে, সেইবোৰ কথা চিন্তা কৰিহে মই নেতৃস্থানীয় লোক সকলৰ কথাত আনাৰক বিয়া কৰাবলৈ সন্মত হৈছোঁ। প্ৰকৃততে মোৰ সুখ সম্ভোগ চৰিতাৰ্থ কৰাৰ কাৰণে নহয়।

এনেস্থলত বোপা! তুমি এবাৰ গভীৰ কৈ চিন্তা কৰি চোৱাচোঁন কাইলৈ হব লগা বিয়াখন আজি মই কেনেকৈ বন্ধ কৰো? যদি এমাহ ধৰি বিয়াৰ যোগাৰ কৰি, আৰু হাজাৰবো অধিক মানুহ বিয়ালৈ নিমন্ত্ৰণ কৰি এই বিয়াখন বন্ধ কৰো, তেনেহলে মই জানোঁ আৰু এই সমাজত মুখ দেখুৱাব পাৰিম?

এইবোৰ আপোনাৰ ছল চাতুৰালি পূৰ্ণ কথা চাচা। মই আপোনাৰ পেটৰ প্ৰকৃত কথাৰ গম পাওঁ। মই নেজানোঁ আপুনি কেনেকৈ আগন্তুক বিয়াখন বন্ধ কৰে। মই প্ৰতিজ্ঞা কৰি কৈছোঁ, মই জীয়াই থাকোঁতে আপুনি আনাৰক বিয়া কৰাব নোৱাৰে বুলি কৈ কামালে ৰাগান্বিত হৈ সৰকাৰৰ সন্মুখৰ পৰা আঁতৰি গ'ল।

শুনাচোঁন শুনা বোপা খং নকৰিবা বুলি সৰকাৰে কামালক মাতে। কামালে সৰকাৰৰ কথাত কাণসাৰ নিদিলে।

"উপায় নাই জোনাব।"

বিষণ্ণ সৰকাৰৰ মুখলৈ চাই কালুমিয়াই হতাশাৰ সুৰত কয়। ৰহমানে আঁৰে আঁৰে সৰকাৰৰ ফালে চালে। সৰকাৰৰ মুখাকৃতি দেখি সি আতঙ্কিত হ'ল।

"জোনাব! মই আজি মৰোনে কালি মৰো তাৰ ঠিক নাই। যোৱা নিশা মই খিহে ভয় লগা কুস্বপ্ন এটা দেখিছোঁ, এতিয়াও

মোৰ বুকুখন ধপ্ ধপাই কঁপি আছে। মই মোৰ এই অন্তিম সময়ত আপোনাক হাতযোৰ কৰি কৈছোঁ, আপুনি কাইলৈৰ বিয়াখন বন্ধ কৰক। আপুনি বিয়াখন বন্ধ নকৰিলে, মোৰ সোণৰ সংসাৰখন মোৰ চকুৰ আগতে পুৰি চাৰখাৰ হৈ যাব। ঘৰৰ পৰিবৰ্তে এইখন হ'ব এখন মৰিশালি।"

সৰকাৰৰ ফালে অশ্রুসিক্ত নয়নে চাই মৃত্যুমুখী বেগম আনোৱাৰাই কয়।

কি যে কোৱা বেগম তুমি? এতিয়া জানো বিয়া বন্ধ কৰাৰ সময় আছে? যোৰা পুৰি আহি হাতত লাগিছে। এনে অৱস্থাত তুমি মোক বিয়া বন্ধ কৰিবলৈ কোৱাত কৈ কামালক বুজাই বঢ়াই ঠিক নকৰা কিয়?

কঠোৰ মুখাকৃতিৰে আনোৱাৰাৰ ফালে চাই সৰকাৰে কয়। কামালে এতিয়া আৰু মোৰ কথা নুশুনে জোনাব!

নুশুনিলে হবনে?

নিশ্চয় হব নোৱাৰে জোনাব! নিশ্চয় হব নোৱাৰে। আপুনিও নুশুনে। কামালেও নুশুনে। মই মহা পাপীনীৰ কুকৰ্মৰ ফলতেই মোৰ সোণৰ সংসাৰ ধ্বংস হৈ যাব বুলি কৈ বেগম আনোৱাৰাই হুক হুক কৈ কান্দিব ধৰিলে। সৰকাৰে আনোৱাৰাৰ কথাৰ কোনো প্ৰত্যুত্তৰ নকৰি ৰাগান্বিত হৈ কোঠালীৰ পৰা ওলাই গ'ল। সৰকাৰৰ পিচে কালুমিয়াইও নতশিৰে উঠি গ'ল।

"নেকান্দিবা মা আপুনি বেমাৰী মানুহ। আপুনি কান্দিলেও সৰকাৰে আৰু আপোনাৰ কথা নুশুনে।"

বেগম আনোৱাৰাৰ মুখলৈ চাই ৰহমানে সান্ত্বনাৰ সুৰত কয়।

"সেইটো মই জানোঁ বোপা। সেইটো মই জানোঁ। মই সেই কাৰণে কন্দা নাই। মই মোৰ অপকৰ্মৰ অনুশোচনাতহে কান্দিছো।"

আপোনাৰ কোনো কথা মোৰ অবিদিত নহয় মা! মই সকলো কথা গম পাওঁ।

ৰহমান?

হয় মাজান।

এনেতে আনাৰে গৰম পানী একেটেলি আৰু চৰিয়া এটা হাতত লৈ কোঠালীলৈ সোমাই আহে। গৰম পানীৰ কেট্‌লিটো আৰু চৰিয়াটো

বেগম আনোৱাৰাৰ কাষত থৈ আনাৰে, আনোৱাৰাক কয়, মাজান! আজি বাহিৰত বৰ শীত। পুৱাৰে পৰা ৰ'দৰ চিন চাব নাই। কেৱল ফ্বিৰ্ ফ্বিৰিয়া বতাহে বলি আছে। সেই কাৰণে আজি আপুনি বাহিৰলৈ গৈ গা ধুব নেলাগে। ভাত সাজি ৰাখিছোঁ। আপুনি এই গৰম পানীৰে ইয়াতেই হাত মুখ ধুই লওঁক।

"মোৰ আজি গা মন ভাল নহয়। হাত মুখো নুধোওঁ আৰু ভাতো নেখাওঁ।"

বিষন্ন মনে বেগম আনোৱাৰাই কয়।

"কি যে কয় মাজান আপুনি? আপনি কালি নিশাও ভাত খোৱা নাই। এতিয়াও যদি ভাত নেখায়, তেনেহলে কেনেকৈ ভাল হব আপুনি?"

ৰোগাক্ৰান্ত আনোৱাৰাৰ অন্তৰৰ বেদনা নুবুজাকৈ আনাৰে কয়।

মই আৰু জীয়াই থাকি লাভ নাই আনাৰ।

এইবোৰ কি যে বলকিছে মাজান আপুনি। উঠক সোনকালে। ভাত তৰকাৰি ঠাণ্ডা হৈ যাব। হাত মুখ ধুই লওঁক। মই ভাত আনোগৈ বুলি আনাৰে কোঠালীৰ পৰা ওলাই গ'ল।

বেগম আনোৱাৰাই মূৰে কপালে হাত দি তলমূৰ কৈ কিবা ভাবে। মাজান। এইবোৰ কথা ভাবি চিন্তি আৰু বলকি কোনো লাভ নাই। হাত মুখ ধুই ভাত কেইটা খাই লওঁক। দেখা যাওঁক খোদাই কি কৰে বুলি কৈ ৰহমানেও কোঠালীৰ পৰা ওলাই আহিল। অনুতপ্ত বেগম আনোৱাৰাই মূৰে গাৰে কম্বলখন লৈ বিচনাত শুই পৰিলি।

দুপৰীয়া সৰকাৰে ভাত পানী খাই উঠি মূৰে কপালে হাত দি কিবা ভাবি চিন্তি বাৰাণ্ডাত বহি আছিল। সেই সময়তে কালুমিয়াই বিড়ি এটা হুপি হুপি আহি সৰকাৰৰ ওচৰত ঠিয় হ'ল। ক্ষন্তেক নিৰবে থাকি বিড়িটোত দীঘলীয়া হুপা এটা মাৰি ধোঁৱাবোৰ নাক আৰু মুখেৰে উলিয়াই দি তেওঁ সৰকাৰক সোধে, জোনাব! কাইলৈ বিয়া পতা নপতাৰ কোনটো ঠিক কৰিলে?

"পগলা লৰা এটাৰ কথাত আজি এতিয়া বিয়া বন্ধ কৰা সম্ভব নে? কাইলৈ বিয়া হবই লাগিব।

দৃঢ়তাৰে সৰকাৰে উত্তৰ দিয়ে।

তেনেহলে এতিয়া কি কৰিম বুলি ভাবিছে?

এতিয়া নগাওঁলৈ গৈ দৈ আৰু মিঠাইৰ খবৰ লৈ আহিম বুলি ভাবিছোঁ।

দৈ আৰু মিঠাই কাইলৈ পুৱা ঘোষে আনি ঘৰত নিদিব জানোঁ?

ঘৰত আনি দিয়াৰ কথাটো আছেই। পিচে কালি কোন সময়ত ঘোষে দৈ মিঠাই কেনেকৈ ঘৰত আনি পৌছাই দিব তাৰ কাৰণেহে চিন্তা কৰিছোঁ।"

"পুৱাৰ বাচত দৈ মিঠাই লৈ আহিলে, আমাৰ ঘৰ দহ বা এঘাৰ বজাত পাব।"

"এই লাইনৰ বাচ বিলাকৰ যিহে অৱস্থা, কোনো দিন নগাওঁৰ পৰা বাচ আহি দহ বজাত উপস্থিত হয়। কোনো দিন বাৰ বজাত। মাজে সময়ে বাচৰ ইঞ্জিন বেয়া হৈ বাটতে পৰি থাকে। এই লাইনৰ বাচ বোৰৰ সময়ৰ কোনো ঠিকনা নাই। তদুপৰি বাচ বোৰত আজি কালি মানুহৰ যিহে ভীৰ, বাচৰ ভিতৰত মূৰটো সোমাবলৈকো অকণো ঠাই নেথাকে। তেনেস্থলত কাইলৈ সময় মতে ইমানবোৰ দৈ মিঠাই ঘোষেনো কেনেকৈ আম্যৰ ঘৰত আনি দিব, তাকেই ভাবি মই একো থিৰ কৰিব পৰা নাই।"

"ঠিকেই কৈছে জোনাব আপুনি। মই ইমানবোৰ কথা ভবাই নাছিলো। সময় থাকোঁতে, এবাৰ নগাওঁলৈ গৈ খবৰ লৈ অহাই ভাল।

"বেলি পৰি আহিল। আজি কালিৰ দিনবোৰ বৰ চুটি। নগাওঁৰ পৰা ঘূৰি আহোঁতে ৰাতি হব পাৰে। অন্ধকাৰ নিশা। আপুনিও পোছাক পিন্ধি ওলাই আহঁকচোন। দুয়োজনে গৈ ঘোষৰ দোকানৰ পৰা সোনকালে খবৰ লৈ আহোঁ গৈ।

"বাৰু ঠিক আছে" বুলি কৈ কালুমিয়াই পোছাক পিন্ধিবলৈ যায়। আনাৰে সৰকাৰৰ মতলব বুজিব নোৱাৰি চিন্তা কৰে। ক্ষন্তেক পিছতে সৰকাৰ আৰু কালুমিয়াই নগাওঁ অভিমুখে ৰাওঁনা হ'ল।

ভাটিবেলা, আনাৰে চাহ একাপ হাতত লৈ গৈ ৰহমানৰ কোঠালীত প্ৰবেশ কৰে। সেই সময়ত ৰহমানে ভৰিয়ে মূৰে কম্বল এখন লৈ বিচনাত শুই আছিল।

ডাৱৰীয়া বতৰ ঠাণ্ডা দিন। আনাৰ অহা গম পাই সি শোৱাৰ পৰা উঠি বিচনাত বহিল। আনাৰে চাহ কাপ আগবঢ়াই দি ৰহমানৰ মুখলৈ চাই সোধে, কানি কাপোৰ লৈ শুই আছা যে, কোৱাচোঁন

কাইলৈ কি কৰিম বুলি ভাবিছা ?

"অহা কালিৰ কাৰণে মই ভাবিবলৈ একো নাই।"

চাহৰ কাপটো হাতত লৈ ৰহমানে উত্তৰ দিয়ে।

"তুমি ভাবিবলৈ একো নাই।"

"এৰা।"

কিয় ?

"কামাল আৰু জামাল ককাইদেৰে কাইলৈ চাচাক ইয়াত বিয়া পাতিব নিদিয়ে।"

যদি সেয়ে হয়, তেনেহলে চাচাই বাবাজানক লগত লৈ নগাওঁৰ পৰা আজি দৈ আৰু মিঠাই আনিবলৈ গৈছে কিয় ?

কেতিয়া গৈছে ?

ভাত পানী খাই উঠিয়েই গৈছে।

বন্দোবস্ত মতে কাইলৈ দুপৰীয়া ঘোষে দৈ আৰু মিঠাই ঘৰত আনি পৌছাই দিয়াৰ কথা। বিয়াটো কালি হবই নোৱাৰে। তেনেস্থলত সৰকাৰে আজি চাচাক লগত লৈ গৈ আগধৰি দৈ মিঠাই আনিবলৈ যোৱাৰ কাৰণ কি ?

মই কেনেকৈ জানিম ?

দৈ মিঠাই কাইলৈ নেলাগে বুলি সৰকাৰে ঘোষক জনাবলৈ গৈছে নেকি ?

যদি সেয়ে হয়, তেনেহলে সৰকাৰে বাবাজানক লগত লৈ যোৱাৰ কাৰণ কি? সৰকাৰে দেখোন অকলে গৈয়ে দৈ আৰু মিঠাই কাইলৈ নালাগে বুলি ঘোষক কৈ আহিব পাৰে।

এৰা সৰকাৰৰ মতলব কি বুজা কঠিন বুলি কৈ ৰহমানে কিবা ভাবে।

কি হ'ল তোমাৰ? মনে মনে থাকিলা যে ?

ৰহমানে চিন্তা কৰা দেখি আনাৰে সোধে।

একো হোৱা নাই। সৰকাৰৰ কথাকে ভাবিছোঁ।

উত্তৰ দিয়ে ৰহমানে।

"সৰকাৰৰ কথা ভাবিলে কি হব। সি মোক চলে বলে কৌশলে বিয়া কৰাম বুলি ভাবি বাবাজানক লগত লৈ দৈ মিঠাই আনিবলৈ গৈছে। পিচে বেচেৰা সৰকাৰৰ সকলো প্ৰচেষ্টা অথলে যাব। মই তাক চাই লম। সি মোক কেনেকৈ বিয়া কৰায়।"

"কিনো কৰিব খুজিছা তুমি?"

"আজি নিশাৰ ভিতৰতে মই অদৃশ্য হৈ যাম।"

"তুমি তেনেহলে পলাই যাম বুলি ভাবিছা?

তুমিতো সৰকাৰৰ হাতৰ পৰা মোক ৰক্ষা কৰিব নোৱাৰা। নিশাৰ ভিতৰতে পলাই যোৱাৰ বাহিৰে সৰকাৰৰ হাতৰ পৰা ৰক্ষা পোৱাৰ অন্য কোনো বিকল্প পথ মোৰ নাই।

"বিশ্বাস কৰা আনাৰ, সৰকাৰে কোনো প্ৰকাৰে কালি তোমাক বিয়া কৰাব নোৱাৰে।"

কেনেকৈ জানিলা তুমি?

আজি ৰাতি পুৱা জামাল ককাইদেৱে অহা কালি সৰকাৰৰ বিয়া নহয় বুলি, তেওঁৰ বন্ধু বান্ধৱ সকলক লগত লৈ হোজাই, লংকা, দবকা নীল বাগান আৰু যমুনা মুখত প্ৰচাৰ কৰিবলৈ গৈছে। তদুপৰি কামাল আৰু জামাল ককাইদেৱে কাইলৈ ইয়াত সৰকাৰক বিয়া পাতিব নিদিওঁ বুলি প্ৰতিজ্ঞা কৰিছে।

তেনেস্থলত সৰকাৰে যি বুদ্ধিকেই নাপাওক কাইলৈ সি তোমাক কেনেকৈ বিয়া কৰাব পাৰে? তুমি কথাটো এবাৰ ভাল কৈ ভাবি চোৱাচোঁন।

তেনেহলে সুৰেয়াৰ বিয়া কালি তোমাৰ লগত পাতি দিম বুলি সৰকাৰে আজি দৈ মিঠাই আনিবলৈ গৈছে নেকি?

সৰকাৰে চাচাৰ লগত আজি কি কথা বতৰা পতা শুনিছা ঃ

"পগলা লৰা এজনৰ কথাত আজি বিয়া বন্ধ কৰা সম্ভৱনে? কাইলৈ মোৰ বিয়া হবই লাগিব" বুলি সৰকাৰে বাবাজানক কোৱা শুনিছোঁ।

তেনেহলে সুৰেয়াৰ বিয়াৰ কাৰণে সৰকাৰে দৈ মিঠাই আনিবলৈ যোৱা নাই। অন্য কোনো মতলব কৰিহে নগাওঁলৈ চাচাক লৈ গৈছে।

আনাৰে ৰহমানৰ কথাৰ কোনো প্ৰত্যুত্তৰ নকৰি ৰহমানৰ মুখৰ ফালে চাই থাকে। ৰহমানে ক্ষন্তেক নিৰৱে থাকি পুনৰ আনাৰৰ মুখলৈ চাই কয়, "চোৱা আনাৰ! সৰকাৰে আজি কি মতলব কৰি চাচাক টাউনলৈ লৈ গৈছে, মই একো বুজিব পৰা নাই। আজিৰ নিশাটো তুমি অতি সাৱধানে কটাব লাগিব। সৰকাৰে টাউনৰ পৰা ঘুৰি আহি তোমাক কিবা বস্তু খাব দিব পাৰে। যিহকে দিয়ক কোনো

বস্তু তুমি কেতিয়াও নেখাবা মোৰ ওপৰতো সৰকাৰৰ সন্দেহ হৈছে হবলা। সি যি কি নহওঁক সৰকাৰে কামাল, জামাল আৰু মোৰ ভাতৰ ওপৰত আজি নিশা যাতে কোনো বস্তু মিহলাই দিব নোৱাৰে তাৰ কাৰণে তুমি বিশেষকৈ চকু ৰাখিবা।"

"সৰকাৰে আজি নিশা আমাক কিবা বস্তু খুৱাই মাৰিবলৈ অভি-সন্ধি কৰিছে নেকি?"

"সৰকাৰে তোমাক নামাৰে। তাৰ কাৰণে তোমাৰ ভয় নাই। সৰকাৰে আমাক হে মাৰিবলৈ চেষ্টা কৰিব পাৰে।"

"তেনেহলে উপায় কি?

সেইবোৰ কথা তুমি ভাবিব নেলাগে। পাৰা যদি সৰকাৰে টাউনৰ পৰা ঘূৰি আহি নৌপাওঁতেই আমাক ভাত দিবলৈ যত্ন কৰিবা।"

"এতিয়াহে বুজিছোঁ। সিদিনাখন চাচাই টাউনৰ পৰা ঘূৰি আহি তোমালোকৰ ভাতৰ লগত কিবা মিহলাই দিয়া বুলি সন্দেহ কৰি তোমালোক দুজনে ভাত নেখালা, নহয় জানোঁ?"

হয়। ঠিকেই বুজিছা।

তেনেহলে তুমি কামাল ককাইদেওঁক সতর্ক কৰি দিছা?

"হয় দিছোঁ।"

ঠিক আছে। চাচাই আজি টাউনৰ পৰা ঘূৰি আহি নৌপাওঁতেই মই তোমালোকক ভাত খুৱাম বুলি কৈ আনাৰে কাপ প্লেট মোৰ হাতত লৈ ৰহমানৰ কোঠালীৰ পৰা ওলাই আহে।

আবেলি চাৰি বজাত সৰকাৰে কালুমিয়াক লগত লৈ গৈ ঘোষৰ দোকানত উপস্থিত হ'ল। ঘোষে সৰকাৰক দেখি "আহঁক আহঁক সৰকাৰ চাহাব "বুলি সৰকাৰ আৰু কালুমিয়াক আথে বেঁথে দোকা-নৰ ভিতৰলৈ আগবঢ়াই নি দোকানৰ ভিতৰত বহিবলৈ দিলে। তাৰ পিচত তেওঁ সৰকাৰৰ মুখলৈ চাই সোধে, "পিচে আপোনাৰ বিয়াৰ সকলো যা যোগাৰ হ'লনে জোনাব?"

"আপোনাৰ দৈ আৰু মিঠাই খিনিৰ বাহিৰে সকলো বয় বস্তু যোগাৰ কৰি আনি ভঁৰালত ৰখা হৈছে।"

ঘোষৰ মুখলৈ চাই সৰকাৰে উত্তৰ দিয়ে।

"পিচে কওঁকচোন এই গধূলি বেলিকা গৰীবৰ ঘৰলৈ আহিল কিয়?"

"আপুনি মোৰ কাৰণে দৈ আৰু মিঠাইখিনি তৈয়াৰ কৰি ৰাখিছে নে নাই, সেই কথাৰ গম লবলৈহে আহিলোঁ।"

"কি যে কয় জোনাব আপুনি! আপোনাৰ পৰা টকা পইচা লৈ আপোনাৰ কাৰণে দৈ আৰু মিঠাই এতিয়ালৈকে তৈয়াৰ নকৰাকৈ বহি থকা বুলি ভাবিছেনে আপুনি। সৌৱা চাওঁক আপোনাৰ বিয়াৰ কাৰণে জমাই থোৱা দৈ পাচ মোন। সৌৱা চাওঁক আপোনাৰ বিয়াৰ কাৰণে তৈয়াৰ কৰি ৰখা মিঠাই পাচ মোন।"

"বেচ্ বেচ্ দেখিছোঁ। পিচে কওঁকচোন এই দৈ আৰু মিঠাই-খিনি কালি ৰাতি পুৱা কি উপায়েৰে নি মোৰ ঘৰত পৌচাম বুলি ভাবিছে আপুনি?"

মই আজিয়েই টেক্চি গাড়ী এখন ভাড়া কৰি ৰাখিছোঁ। কালি ৰাতি পুৱা সাত বজাত সেই টেক্চি গাড়ী খনত দৈ আৰু মিঠাইখিনি তুলি লৈ ডবকালৈ যাম।

পিচে ডবকাৰ পৰা মানুহ লগাই দৈ আৰু মিঠাইখিনি কঢ়িয়াই আপোনাৰ ঘৰলৈ নিওঁতেহে অলপ পলম হয় নেকি?

কেলেই টেক্চি গাড়ীখন মোৰ ঘৰলৈ চলাই নিব নোৱাৰিব নেকি?

ড্ৰাইভাৰে কৈছে, ডবকাৰ পৰা আপোনাৰ ঘৰলৈ সেই পথ চোৱা হেনো বৰ বেয়া। সেই পথ চোৱাত টেক্চি গাড়ী নচলে।

"ঠিক আছে। সেই পথ চোৱাত দৈ আৰু মিঠাইখিনি কঢ়িয়াই নিয়াৰ কাৰণে চিন্তা কৰিব নেলাগে। এইবোৰ কথা ভাবি চিন্তিয়েই জোনাবক (কালুমিয়াক) মই লগত লৈ আহিছোঁ।

আজি নিশা জোনাবে আপোনাৰ দোকানতেই শুই থাকিব। কালি ৰাতি পুৱা আপোনাৰ লগত টেক্চিত উঠি গৈ ডবকাৰ পৰা দৈ আৰু মিঠাইখিনি মানুহ লগাই কঢ়িয়াই নিয়াৰ বন্দোবস্ত কৰিব।"

"জোনাব বুঢ়া মানুহ। তেওঁ আমাৰ দোকানত আজি নিশা মিছা মিছি শুই থাকিব নেলাগে, ঠাণ্ডাৰ দিন কষ্ট পাব। কালি ৰাতি পুৱা নটা মান বজাত আপুনি পাৰে যদি মানুহ এজন ডবকালৈ পঠাই দিব।"

দেখক ঘোষ চাহাব! আজি কেইদিন মানৰ পৰা খুৱহে শীত পৰিছে, পুৱা নটা বজাত ডবকালৈ পঠোৱাৰ কাৰণে কতনো মানুহ বিচাৰি পাম। সেই কাৰণেই কৈছোঁ জোনাবেই আপোনাৰ দোকানত

শুই থাকক, ময়ো নিচিন্ত হম। আপুনিও ডবকাৰ পৰা দৈ আৰু মিঠাইখিনি কঢ়িয়াই নিয়া মানুহৰ কাৰণে ভাবিব নেলাগে।

কি কয় জোনাব?

সমৰ্থন বিচাৰি কালুমিয়াৰ মুখলৈ চাই সৰকাৰে কয়।

আপুনি ঠিকেই কৈছে। সেয়ে ভাল হব জোনাব।

হোজা সৰলমনা কালুমিয়াই সম্মতি জনায়।

তাৰ পিচত, ৰাতি পুৱা আলহি আহিলে, আলহি সকলক খুৱাবলৈ লাগে বুলি কৈ দুজনৰ ৰসগোল্লা পলিথীনৰ বেগ এটাত ভৰাই লৈ সৰকাৰে ঘোষৰ দোকানৰ পৰা ওলাই আহিল।

ঘোষৰ দোকানৰ পৰা ওলাই, সৰকাৰে গৈ ডাঃ মীৰ মহম্মদ আলি খান চৌধুৰীৰ ফাৰ্মাচিত সোমাল। ডাঃ চৌধুৰীয়ে সৰকাৰক দেখি, আহঁক আহঁক জোনাব বুলি সম্বোধি সৰকাৰক ফাৰ্মাচিৰ ভিতৰিলৈ মাতি নিলে। তাৰ পিচত তেওঁ সৰকাৰৰ মুখলৈ চাই কয়, "বুজিছে জোনাব! যোৱা ছয় তাৰিখে আবেলি মই জুৰিয়ালৈ গৈছিলোঁ। সেইদিনা নিশাটো জুৰিয়াত কটাই পিচদিনা আবেলি পৰত ঘৰলৈ গৈছিলোঁ। ঘৰত এৰাতি থাকি যোৱা কালি গধূলিহে ঘূৰি আহি এইখিনি পাওঁ।

আজি পুৱা আঠ বজাত ফাৰ্মাচি পালোহি। সেই সময়তে শুনিছোঁ আপোনাৰ কথা কলে। পিচে আজি পুৱাৰে পৰা নতুন আৰু পুৰণি ৰোগীৰ ইমান ভীৰ যে, এতিয়ালৈকে মই মূৰ তুলিব পৰা নাই। বাৰু এতিয়া কওঁকচোন আপোনাৰ খবৰ কি?

"মোৰ খবৰ ভাল নহয়। নিৰুপায়ত পৰি আকৌ আপোনাৰ ওচৰলৈ আহিব লগীয়াত পৰিছোঁ। ক্ষন্তেক সময়ৰ কাৰণে আপোনাক অকলে লগ পাব খোজোঁ।"

হয় নেকি?

আহঁক তেনেহলে বুলি কৈ ডাঃ চৌধুৰীয়ে সৰকাৰক তেওঁৰ চেম্বাৰৰ ভিতৰলৈ মাতি নিলে। দুয়োজনে চেম্বাৰৰ ভিতৰত প্ৰবেশ কৰি দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিলে। আধা ঘণ্টা মান পিচত দুৱাৰ খুলি চেম্বাৰৰ পৰা সৰকাৰ ওলাই আহিল। তেওঁৰ পিচে পিচে ওলাই আহিল ডাঃ চৌধুৰী। সৰকাৰে ফাৰ্মাচীৰ বাৰাণ্ডাত থিয় হৈ ডাঃ চৌধুৰীৰ ফালে চাই "আজিলৈ আহোঁহে জোনাব" বুলি কৈ বিদায় মাগে। "খোদা হাফিজ" বুলি কৈ ডাঃ চৌধুৰীয়ে সৰকাৰক বিদায়

দিলে। সৰকাৰে পলিথীনৰ বেগটো হাতত লৈ ফাৰ্মাচীৰ পৰা ওলাই আহিল।

ডাঃ চৌধুৰীয়ে কিবা ভাবি সৰকাৰৰ ফালে চাই থাকে।

শীতৰ দিন। নিশা ন বজা। চহৰৰ আলি বাট জন শূন্য। কুঁৱলীবোৰে ধবল বৰণ ধৰি বাটে পথে অনাই বনাই ঘূৰি ফুৰে। সৰকাৰে টেক্‌চি গাড়ী এখন ভাড়া কৰি লৈ ডবকালৈ ৰাওনা হ'ল। গাড়ীখন নিশা ন বজালৈ ডবকাত ৰাখি তেওঁ ডবকাৰ পৰা খোজ কাঢ়ি গৈ নিশা দহ বজাত ঘৰত উপস্থিত হ'ল।

সেই সময়ত বেগম আনোৱাৰাৰ কোঠালীত আনাৰে জুইৰ কাষত বহি বেগমৰ লগত কথা পাতি আছিল। সৰকাৰ আহি ঘৰত প্ৰৱেশ কৰাৰ লগে লগে, আনাৰে জুইৰ কাষৰ পৰা উঠি গৈ পানী এবাল্টি আৰু মগ এটা সৰকাৰক ভৰি হাত ধুবলৈ বাৰাণ্ডাত উলিয়াই দিয়ে। তাৰ পিচত তাই কান্নুমিয়াক নেদেখি সৰকাৰক সোধে "চাচা, বাবাজান ক'ত?"

"কালি ৰাতি পুৱা দৈ আৰু মিঠাই লৈ আহিবৰ কাৰণে তোমাৰ বাবাজানক ঘোষৰ দোকানত ৰাখি আহিছোঁ। তেওঁ কালি ৰাতি পুৱা ঘোষৰ লগত আহি দহ বজাত পাব।"

গহীনাই সৰকাৰে উত্তৰ দিয়ে।

আজিয়েই দৈ আৰু মিঠাইখিনি লগত লৈ নাহিল কিয়?

আনাৰে পুনৰ প্ৰশ্ন কৰে।

এতিয়ালৈকে আমি অৰ্ডাৰ দিয়া মিঠাইখিনি সম্পূৰ্ণ তৈয়াৰ হোৱা নাই। সেই কাৰণেহে তোমাৰ বাবাজানক ঘোষৰ দোকানত এৰি থৈ আহিব লগীয়া হ'ল।

আনাৰে সৰকাৰৰ কথাত সন্তুষ্টি লাভ কৰিব নোৱাৰিলে। তাই আৰু কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি বিষন্ন মনে পাক ঘৰত প্ৰৱেশ কৰিলে। সৰকাৰে পলিথীনৰ বেগটো মজিয়াত ৰাখি ভৰি হাত ধুবলৈ বাহিৰলৈ ওলাই গ'ল। কন্তেক পিচতে আনাৰে সৰকাৰৰ কাৰণে ভাত সাজি মজিয়াত ৰাখিলে।

"আনাৰ! মোৰ কাৰণেহে অকলে ভাত সাজি আনি দিলাযে, কামাল, জামাল আৰু ৰহমানৰ কাৰণেও ভাত সাজি আনি দিয়া নাই কিয়?"

সৰকাৰে হাত মুখ ধুই আহি কেৱল তেওঁৰ কাৰণে ভাত সাজি আনি মজিয়াত ৰখা দেখি আনাৰক সোধে।

আপুনি অহাত পলম হোৱা দেখি, তেওঁলোকে ইতি মধ্যে ভাত খাই উঠিল।

উত্তৰ দিয়ে আনাৰে।

তেওঁলোক শুলে নেকি ?

"শোৱা নাই। কামাল ককাইদেওৰ ঘৰত বহি জুই ফুৱাই আছে।

"বেগমে ভাত খালে নে?"

জুইৰ কাষত ভাত দি ৰাখিছোঁ। এতিয়াও খোৱা নাই।

বাৰু ঠিক আছে। মই আগধৰি অলপ বিয়াৰ মিঠাই লৈ আহিছোঁ। তুমি সোনকালে পাচখন প্লেট লৈ আহাহোঁন।

আনাৰে পাক ঘৰৰ পৰা প্লেট আনিবলৈ গ'ল। সৰকাৰৰ মাত শুনি বেগম সুৰেয়াই কি কি আনিলা বাবাজান বুলি সুধি তাইৰ শয়ন কক্ষৰ পৰা ওলাই আহি সৰকাৰৰ ওচৰত ঠিয় হ'ল।

"বিয়াৰ কাৰণে আগধৰি অলপ মিঠাই লৈ আহিছোঁ মা।"

উত্তৰ দিয়ে সৰকাৰে।

বৰ ভাল হৈছে বাবাজান।

আনন্দিত হৈ সুৰেয়াই কয়।

এনেতে আনাৰে পাচখন প্লেট আনি সৰকাৰৰ সন্মুখত ৰাখিলে। সৰকাৰে পলিথীনৰ বেগটোৰ পৰা ৰসগোল্লা উলিয়াই তিনিখন প্লেটত দুটাকৈ ৰসগোল্লা থৈ আনাৰৰ মুখলৈ চাই কলে, আনাৰ। এই তিনি-খন প্লেট নি কামাল,জামাল আৰু ৰহমানক দিয়া গৈ। তেওঁলোকক এয়া বিয়াৰ কাৰণে অগধৰি অনা মিঠাই বুলি কবা। বুজিছাতো ?

বুজিছোঁ।

ঠিক আছে সোনকালে দি আহা গৈ।

আনাৰে প্লেট তিনিখন হাতত লৈ ঘৰৰ পৰা ওলাই গৈ কামালৰ ঘৰত প্ৰৱেশ কৰিলে।

সেইবোৰ কি আনিছা ?

আনাৰে হাতত প্লেট লৈ থোৱা দেখি কামালে সোধে।

এইবোৰ বিয়াৰ ৰসগোল্লা আনিছো ককাইদেও।

এই নিশা তুমিনো বিয়াৰ ৰসগোল্লা পালা ক'ত ?

চাচাই চহৰৰ পৰা আনি আপোনালোকক খাবলৈ দিছে।

চাচাইনো চহৰৰ পৰা বিয়াৰ কাৰণে কিমান মিঠাই আনিলে?

বিয়াৰ কাৰণে অৰ্ডাৰ দি ৰখা মিঠাই আৰু দৈ হেনো কালি পুৱাহে আহি পাব। আজি পলিথীনৰ বেগ এটাত ভৰাই এসেৰ কি দুসেৰ মান ৰসগোল্লাহে আনিছে। বিয়াৰ দৈ আৰু মিঠাই কালি ৰাতি পুৱা লৈ আহিবৰ কাৰণে চাচাই হেনো বাবাজানক ঘোষৰ দোকানত ৰাখি আহিছে।

তেনেহলে চাচা সৰকাৰৰ লগত চহৰৰ পৰা ঘূৰি অহা নাই?

আচৰিত হৈ আনাৰৰ মুখলৈ চাই ৰহমানে প্ৰশ্ন কৰে।

অহা নাই।

বিষণ্ণ মনে আনাৰে উত্তৰ দিয়ে।

সৰকাৰে এতিয়া কি কৰিছে?

ভাত খাবলৈ বহিছে।

তুমি ৰসগোল্লা খালা নেকি?

খোৱা নাই।

সৰকাৰে আৰু তোমাক কিবা কথা কৈছে নেকি?

আৰু কোনো কথা কোৱা নাই।

বাৰু প্লেট তিনিখন ককাইদেওৰ সম্মুখত ৰাখি, অলপ ইফালে আহাচোঁন!

আনাৰে মিঠাইৰ প্লেট তিনিখন কামালৰ সম্মুখত মাটিত থৈ ৰহমান কাষলৈ আহে। "সৰকাৰে তোমাক সুধিলে আমি তিনিওজনে ৰসগোল্লা খোৱা বুলি কবা।

বুজিছানে?"

মূৰ দুপিয়াই আনাৰে উত্তৰ দিয়ে।

বাৰু এতিয়া যোৱা। সৰকাৰে তোমাক কিবা কথা কলে তুমি আহি আমাক জনাবা।

"জনাম।" বুলি উত্তৰ দি বিষণ্ণ মনে ৰহমানৰ মুখলৈ চাই কামালৰ ঘৰৰ পৰা ওলাই আহিল আনাৰ।

এতিয়া কোৱাচোঁন ৰহমান, সৰকাৰে এই নিশা কি মতলব কৰি আমালোকলৈ ৰসগোল্লা পঠাইছে?

ৰহমানৰ মুখলৈ চাই কামালে সোধে।

মোৰ মতে সৰকাৰৰ মতলব ভাল নহয় যেন লাগিছে ৰুকাইদেও। আমি মিঠাই খালে আমাৰ বিপদ হ'ব পাৰে।

ঠিকেই কৈছা তুমি। মিঠাইৰ প্লেট তিনিখন ইয়াৰ পৰা তুলি নি মোৰ চাঙৰ তলত ঢাকনি দি ৰাখি থোৱা। খোদাই নিশাটো নিৰ্বিঘ্নে কটালে, কালি ৰাতি পুৱা এই ৰসগোল্লা মই সৰকাৰক দিম। চাই লম মই সি খায়নে নেখায়।

ৰহমানে কোনো কথা নোকোৱাকৈ মিঠাইৰ প্লেট তিনিখন তুলি নি কামালৰ চাঙৰ তলত ঢাকনি দি ঢাকি ৰাখে।

জামাল! কোৱাচোঁন তুমি আজি কালি ক'ত কি কৰি আছিলা।

জামালৰ মুখলৈ চাই কামালে সোধে।

মই আজি মোৰ বন্ধু পাচ জনক লগত লৈ গৈ "মাজানৰ বেমাৰ টান হোৱাৰ কাৰণে কাইলৈ সৰকাৰৰ বিয়া নহয় বুলি সকলোৰোৰ গাওঁতে প্ৰচাৰ কৰি আহিছোঁ। তদুপৰি অহা কালি পুৱাৰে পৰা গধুলি-লৈকে যাতে কোনো মানুহ আমাৰ ঘৰলৈ আহিব নোৱাৰে, তাৰে বন্দোবস্ত কৰি আহিছোঁ।

উত্তৰ দিয়ে জামালে।

কি বন্দোবস্ত কৰিনো আহিছা ?

"আমাৰ ঘৰলৈ মানুহ অহা পথ দুটা। এটা হোজাইৰ পৰা, আনটো ডবকাৰ পৰা। সেই পথ দুটাৰ মুখত পুৱা ছয় বজাৰ পৰা গধুলি ছয় বজালৈ পাচ জনকৈ মোৰ দলৰ মানুহ থাকিব। তেওঁ-লোকে সেই সময় ছোৱাৰ ভিতৰত কোনো মানুহকে আমাৰ ঘৰলৈ আহিব নিদিয়ে বুলি প্ৰতিজ্ঞা কৰিছে। মূঠৰ ওপৰত ৰুকাই-দেও আপুনি নিশ্চিন্ত থাকক। কোনো মানুহে কালি আমাৰ ঘৰলৈ আহিব নোৱাৰে।"

বাৰু ঠিক আছে। এতিয়া তুমি শুই থাকা গৈ।

জামালে কামালৰ ঘৰৰ পৰা ওলাই আহিল।

বাৰু দেখা যাওঁক সৰকাৰে কাইলৈ কেনেকৈ বিয়া পাতে।

নিজকে নিজে কামালে কয়।

অলপ সময়ৰ পিছত আনাৰে পুনৰ্বাৰ আহি কামালৰ ঘৰত প্ৰৱেশ কৰে।

কি হ'ল আনাৰ আকৌ আহিলা যে ?

কামালে আনাৰক সোধে।

মোৰ একো হোৱা নাই। আপোনালোকে শুনেনে নাই, চাচাই মোক চাবলৈ পঠাইছে।

উত্তৰ দিয়ে আনাৰে।

চাচাই আৰু কিবা কথা কৈছে নেকি ?

চাচাই আজি নিশা মাজানৰ কোঠালীত মোক শুবলৈ কৈছে।

তুমি কিবা কলা নেকি ?

মই কোনো কথা কোৱা নাই।

মাজানে এতিয়া কৰিছে কি ?

বৰ আচৰিত কথা ককাইদেও ?

কি আচৰিত কথা ?

অন্যদিন মাজানে ভাত খাই উঠি বিচনাত বহি বা জুইৰ কাষত বহি থুহু থুহু কৰি কাহি থাকে। শুলে টোপনি নধৰে। আজি দেখোন মাজানে টোপনিয়াই টোপনিয়াই ভাত খাই উঠিয়েই বিচনাত শুই আছে।

তেনেহলে মাজানে ৰসগোল্লা খালে নেকি ?

মই দেখাত মাজানে ৰসগোল্লা খোৱা নাই। পিচে মই ইয়ালৈ আহোঁতে খালে নেকি ? মই নেজানো।

সুৰৈয়াই ?

মই দেখাত তাইও খোৱা নাই। পাচখন প্লেট আনি দিছিলোঁ। তাৰে দুখনত কোনে খালে কব নোৱাৰো।

"তাই এতিয়া কি কৰিছে ?"

"শুই আছে।"

"চাচাই তোমাক ৰসগোল্লা খাবলৈ দিছেনে দিয়া নাই ?"

পলিথীনৰ বেগটোৰ পৰা দুটা ৰসগোল্লা উলিয়াই চাচাই মোক খাবলৈ কৈছে।"

"পিচে তুমি ৰসগোল্লা খালানে নাই ?"

"খোৱা নাই।"

ভাল কৰিছা। নেখাবা।

চাচাই এতিয়া কি কৰি আছে।

ভাত খাই উঠি জুহালৰ কাষত বহি বিড়ি হুপি আছে।

"তুমি ভাত পানী খালানে নাই?"

"খোৱা নাই।"

ঠিক আছে। এতিয়া তুমি ভাত পানী খাই উঠি মাজানৰ কোঠালীতে শুই থাকা গৈ। চাচাই সুধিলে আমি শুব ওলাইছো বুলি কবা। আনাৰে বাৰু বুলি কৈ জিজ্ঞাসু নেত্ৰে ৰহমানৰ মুখলৈ চাই কামালৰ ঘৰৰ পৰা ওলাই গ'ল। ৰহমানে একেথৰে আনাৰৰ ফালে চাই থাকিল। ক্ষন্তেক সময়ৰ কাৰণে কামালৰ ঘৰত নিৰৱতাই বিৰাজ কৰিলে।

ৰহমান। তোমাৰ মাতবোল নোহোৱা হ'ল দেখোন? কি ভাবিছা। ক্ষন্তেকৰ নিৰৱতা ভঙ্গ কৰি কামালে প্ৰশ্ন কৰে।

আজি গধূলিৰ পৰাই বৰ ঘৰৰ কাষতে থকা নিমু জোপাৰ ওপৰত বহি ফেঁচা চৰাই এজনীয়ে নিউ নিউ কৰি মাতি আছে। ফেঁচা চৰাই জনীৰ মাত শুনি, মাজানে মোক মাতি নি কৈছে, "বোপা ৰহমান! যোৱা নিশা মই এটা ভয় লগা কু সপোন দেখিছোঁ। আজি গধূলিৰ পৰাই ফেঁচা জনীয়ে নিমু গছ জোপাৰ ওপৰত বহি নিউ নিউ কৰি মাতিব ধৰিছে। আজি আমাৰ ঘৰত নিশ্চয় কিবা এটা অঘটন ঘটিব পাৰে। ফেঁচা জনীৰ মাত শুনি মোৰ বোপা বুকুখন কঁপিব ধৰিছে। আজিৰ নিশাটো খুব সাৱধানে থাকিবি বোপাই। খুব সাৱধানে থাকিবি।

মাজানেনো যোৱা নিশা কি এনে এটা কু সপোন দেখিলে, ফেঁচা জনীয়ে আজি গধূলিৰ পৰা কিয় নিউ নিউ কৰি মাতিব ধৰিছে, আৰু সৰকাৰেনো আজি নিশা কি কৰিব পাৰে সেইবোৰ কথাকেই মই ভাবি আছোঁ।

ৰহমানে উত্তৰ দিয়ে।

এৰা। মোকো মাজানে মাতি নি সেইবোৰ কথাকে সাৱধান কৰি দিছে। পিচে ৰহমান! সৰকাৰে নাইলৈ বিয়া হব নোৱাৰে বুলি জানি শুনিও আজি দৈ আৰু মিঠাই আনিম বুলি কালু চাচাক লগত লৈ গৈ তেওঁক চহৰত এৰি থৈ অহাৰ প্ৰকৃতত উদ্দেশ্য কি হব পাৰে?

মই একো বুজিব পৰা নাই কৰাইদেওঁ।

"সৰকাৰে দিনতে অথবা নিশা চহৰৰ পৰা মিঠাই আনি কেতিয়াবা আমাক খাবলৈ দিয়া তোমাৰ মনত পৰে নে?

"নপৰে।"

আজি তেনেহলে তেওঁ বিয়াৰ দৈ মিঠাই আনিম বুলি গৈ এসেৰ কি দুসেৰ ৰসগোল্লা আনি আমাক এই নিশা ৰসগোল্লা খুৱাবলৈ চেষ্টা কৰাৰ কাৰণ কি হব পাৰে বুলি তুমি ভাবা।

সৰকাৰৰ মতলব খুব বেয়া বুলি মই ভাবো।

এৰা। সৰকাৰৰ ওপৰত মোৰো যেনে এটা সন্দেহ হৈছে।

পিচে তেওঁনো আজি নিশা কি কৰিব পাৰে বুলি তুমি ভাবা।"

সৰকাৰ বৰ ধুৰন্ধৰ আৰু দুৰ্দ্দান্ত মানুহ। তেওঁ কৰিব নোৱাৰা কাম পৃথিৱীত নাই। সেই কাৰণে আজি নিশাৰ পৰিস্থিতিত তেওঁ কি কৰিব পাৰে মই হলে বুজিব পৰা নাই।

পিচে সৰকাৰে যি বুদ্ধিয়েই নকৰক আজি হলে তেওঁৰ উদ্দেশ্য সিদ্ধি হব নোৱাৰে।

আপুনি কেনেকৈ জানিলে?

আমিতো ৰসগোল্লা খাই তেওঁৰ ফান্দত পৰা নাই।

কথাটো হওঁতে হয়। পিচে আমি তেওঁ পঠোৱা ৰসগোল্লা খোৱা বুলি ভাবি তেওঁৰ পৰিকল্পনা মতে কিবা অঘটন ঘটাব নোৱাৰে জানো?

এৰা। পাৰেতো। তেনেহলে আমি এতিয়া কি কৰা উচিত হব?

আমি আজি নিশাটো উজাগাৰ হৈ থাকি সৰকাৰৰ গতি বিধি লক্ষ্য কৰি থকাতো মই ভাবো উচিত হব।

ঠিকেই কৈছা তুমি। ভাবি চিন্তি থকাত কৈ সেইটোৱে উত্তম বুদ্ধি হব। তুমি এতিয়া তোমাৰ কোঠালীটোৰ চাকিটো নুমাই দুৱাৰ খন বন্ধ কৰি ততালিকে ঘূৰি আহা গৈ। আমি দুয়োজনে ইয়াতেই চুপে চাপে বহি থাকিম। কি কোৱা?

সেয়ে হব ককাইদেও বুলি কৈ ৰহমানে কামালৰ ঘৰৰ পৰা ওলাই আহিল। বাহিৰত ঘোৰ অন্ধকাৰ। ফিৰ্ ফিৰিয়া বতাহ। সেই বতাহত কুঁৱলি বোৰে ধবল বৰণ ধৰি উটি আহি এন্ধাৰত মুট মুটি-য়াই ঘূৰি ফুৰি গছ বিৰিখৰ পাতত খুন্দিয়াই পানীৰ ৰূপ ধাৰণ কৰি টপ্ টপ্ শব্দ কৰি তলত সৰি পৰিছে। শীতৰ প্ৰকোপত চৰাই চিৰ্-কতিবোৰে পেপুৱা লাগি, গছৰ ডালত পাতৰ আঁৰত আত্মগোপন কৰিছে। ঠেটুৱা লগাই পেপুৱা কৰা শীত।

ৰহমানে কঁপি জপি তাৰ কোঠালীত প্ৰৱেশ কৰি তাৰ বিচনাৰ

ওপৰত আঠু ৰাখন তৰিলে। তাৰ পিচত সি হাতত দা এখন লৈ চাকিটো নুমাই দি বাহিৰলৈ ওলাই আহিল। বাহিৰৰ পৰা তাৰ কোঠালীটোৰ দুৱাৰখন বন্ধ কৰি থৈ পুনৰ সি কামালৰ ঘৰত প্ৰবেশ কৰিলে।

বাহিৰত বৰ ঠাণ্ডা ককাইদেও। ফিৰ্ ফিৰিয়া বতাহ। নিয়ঁৰ-বোৰ বৰষুণ পৰাদি পৰিব ধৰিছে। ঘৰত প্ৰৱেশ কৰি ৰহমানে কয়।

হয় নেকি?

কামালে প্ৰশ্ন কৰে।

হয় ককাইদেও।

বাৰু ঠিক আছে, দুৱাৰখন বন্ধ কৰি দিয়া।

ৰহমানে কামালৰ ঘৰৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিলে। তাৰ পিচত দুয়োজনে মূৰে গায়ে কাপোৰ লৈ মজিয়াত বহিল। কামালে চাকিটো নুমাই দিলে। নিমিষতে কামালৰ ঘৰ ঘোৰ অন্ধকাৰত নিমজ্জিত হ'ল। ইজনে সিজনক নেদেখা হ'ল।

নিশা লাহে লাহে গভীৰ হৈ আহিল। ঘোৰ অৰণ্যৰ মাজৰ সৰকাৰৰ ঘৰ নিৰব নিস্তব্ধ। নিৰব নিস্তব্ধ ৰজনী। ৰজনীৰ সেই নিস্তব্ধতা ভঙ্গ কৰি হুৱা হুৱা কিয়া কিয়া হুৱা প্ৰশ্ন বোধক শিয়ালৰ ৰাৱে মাজে সময়ে দূৰণিত প্ৰতিধ্বনিত হয়। নিম গছৰ ওপৰত নিউ নিউ কৈ ফেঁচা চৰাইয়ে মাতে। বিমঙ্গলীয়া ভীতি প্ৰদৰ্শক ফেঁচা চৰাইৰ মাত।

"ৰহমান আজি দেখোন মাজে সময়ে মোৰ বুকুখন কঁপি উঠে।" ৰহমানৰ কাণৰ ওচৰত কামালে ফুচ্ ফুচাই কয়।

আপুনি কিবা ভয় কৰিছে নেকি ককাইদেও।

সমস্বৰে সোধে ৰহমানে।

কিহৰ ভয়?

তেনেহলে--

কামালে নিজৰ মনত ভয়ৰ কাৰণ বিচাৰি নেপাই মনে মনে থাকে। নিম গছ জোপাৰ ওপৰত বহি তেতিয়াও ফেঁচা চৰাই জনীয়ে মাজে সময়ে নিউ নিউ কৈ মাতি আছিল। গভীৰ নিশাৰ ভীতি প্ৰদৰ্শক ফেঁচা চৰাই মাতে কামালক যেন আতঙ্কিত কৰি তুলিছিল। ৰহমান! ফেঁচা চৰাই জনীয়ে এনেকৈ কেতিয়ালৈকে মাতি থাকিব?

ৰহমানৰ কাণৰ ওচৰত কামালে ফুচ ফুচাই সোধে।

নেজ্বানো ককাইদেও।

সমস্বৰে ৰহমানে উত্তৰ দিয়ে।

ইতিপূৰ্বে ফেঁচা জনীয়ে এনেকৈ কেতিয়াবা ওৰে নিশা মাতি থকা শুনিছিলানে?

শুনা নাই।

খোদাইহে জানে ফেঁচা জনীয়ে আজি কি দেখিছে বুলি কৈ কামালে পুনৰ মনে মনে থাকে।

ক্ষন্তেক পিচতে চোতালত কোনোবা মানুহে খোজ কাঢ়ি ঘূৰি ফুৰা মৃদু পদ শব্দ কামাল আৰু ৰহমানৰ কাণত পৰিল। কামালে সেই পদ শব্দ শুনি চমকি উঠিল। মূৰৰ পৰা কম্বলখন আঁতৰাই সি কাণ পাতি শুনি গম পালে যে, সেই মৃদু পদ শব্দ লাহে লাহে নিস্তব্ধতাত মিলি গ'ল। ৰহমান, কোনোবা মানুহ এজনে চোতালত খোজ কাঢ়ি ফুৰা শব্দ শুনিলানে?

ৰহমানৰ কাণে কাণে কামালে সোধে।

"শুনিছোঁ ককাই দেও।"

ৰহমানে উত্তৰ দিয়ে।

"কোন মানুহে এই গভীৰ নিশা আমাৰ চোতালত আহি ঘূৰি ফুৰা বুলি অনুমান কৰা তুমি?"

"কোন মানুহেনো এই গভীৰ নিশা আমাৰ চোতালত আহি খোজ কাঢ়ি ফুৰিব? কুকুৰটোৱে কোনোবা মানুহ আহিলে গম নাপালে হেঁতেননে? সি দেখোন সমূলি ভুকা নাই।"

"তেনেহলে ভূত নেকি?"

"হবও পাৰে।"

তাৰ পিচত কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি দুয়োজনে উৎকণ্ঠিত মনে বহি থাকিল। কামালে বহি বহি ভাবে সৰকাৰে কালি আনাৰক বিয়া কৰাবলৈ নেপাই, লাজ আৰু অপমানত আত্মহত্যা কৰিব নে ইয়াৰ পৰা পলাই যাব?

ৰহমানে বহি বহি পিতৃ হন্তা বিশ্বাস ঘাটক ডকাইতক নিধন কৰি আনাৰক লাভ কৰাৰ উপায় চিন্তা কৰে। দুয়োজনৰ মন চিন্তান্বিত। কাণ সজাগ আৰু চকু তন্দ্ৰাচন্ন। হঠাতে ৰহমানৰ সজাগ

কাণত সৰকাৰৰ মাত "আনাৰ" "প্ৰতিধ্বনিত হ'ল। সৰকাৰৰ মাত শুনি ৰহমানে চমকি উঠিল। সি কাণ পাতি শুনিলে। সৰকাৰে আনাৰৰ লগত কথা পাতিছে।

ককাইদেও ?

নিম্নস্বৰে ৰহমানে কামালক মাতে।

কি ?

সৰকাৰে আনাৰৰ লগত কথা পাতিছে। আপুনি শুনিছেনে ?

ক্ষন্তেক সময় কামালে কাণ পাতি থাকি উত্তৰ দিয়ে "শুনিছোঁ।

"আপুনি ক্ষন্তেক নিৰবে অপেক্ষা কৰক। সৰকাৰেনো আনাৰৰ লগত কি কথা পাতিছে, মই গোপনে চাই আহোঁগে।"

"ঠিক আছে। খুব সাৱধানে যাবা।

"আপুনি ভাবিব নেলাগে" বুলি কৈ ৰহমানে হাতত সাৰে ভৰিত সাৰে কামালৰ ঘৰৰ পৰা ওলাই গ'ল। বাহিৰত ঘোৰ অন্ধকাৰ। সৰকাৰৰ শয়ণ কক্ষৰ ভিতৰত সোমাল। ৰহমানে অতি সতৰ্কতা অবলম্বন কৰি সৰকাৰৰ শোৱা কোঠালীৰ পিচ ফালে বেৰৰ কাষত গৈ ঠিয় হ'ল। সেই সময়তো প্ৰশ্ন বোধক সুৰত শিয়ালৰ ৰাৱ আৰু ফেঁচা চৰাইৰ নিউ নিউ মাত বাহিৰত প্ৰতিধ্বনিত হৈ আছিল।

ৰহমানে ইফালে সিফালে চাই বেৰৰ ফাঁকেৰে ভিতৰৰ ফালে জুমি চালে। সেই সময়ত সৰকাৰৰ শোৱা কোঠালীত লেম্প এটা জ্বলি আছিল। সৰকাৰে তেওঁ ওপৰত শোৱা প্ৰকাণ্ড কাঠৰ পেৰাটোৰ ওপৰৰ পৰা বিচনাৰ কানি কাপোৰবোৰ আঁতৰাই আছিল। আনাৰে পেৰাটোৰ কাষত ঠিয় হৈ বিষণ্ণ মনে সৰকাৰৰ ফালে চাই আছিল।

সৰকাৰে পেৰাটোৰ ওপৰৰ পৰা কানি-কাপোৰবোৰ আঁতৰাই পেৰাটো খুলি, আনাৰৰ মুখলৈ চাই কয়" বুজিছা ৰাণী। কাইলৈ আমাৰ বিয়া ইয়াত পতা নহব। দেখিছাই নহয়, আজি পুৱা পাষণ্ড কামালৰ কাণ্ড কাৰখানা। সেই কাৰণে মই গুৱাহাটীলৈ গৈ কাইলৈ তাত বিয়া পাতিম বুলি স্থিৰ কৰিছোঁ। কি কোৱা তুমি, ভাল নহব জানো ?

আনাৰে সৰকাৰৰ অপ্ৰত্যাশিত প্ৰস্তাৱ শুনি চমকি উঠে।

কোনো প্ৰত্যুত্তৰ নকৰি তাই তলমূৰ কৰি কিবা ভাবে।

সৰকাৰে পেৰাটোৰ ভিতৰৰ পৰা অতি উজ্বল গুণাৰ কাম কৰা

পাতল সেউজীয়া ৰঙৰ ভেল ভেট্‌ কাপোৰৰ ধুনীয়া আধুনিক চোলো-ৱাৰ কামিজ এযোৰ আৰু একে ৰঙৰ গুণাৰ কাম কৰা উৰ্ণা এখন উলিয়াই আনাৰৰ সন্মুখত ৰাখি কয়, ৰাণী! এই যোৰ তোমাৰ বিয়াৰ কাপোৰ। সোনকালে পিন্ধি লোৱা।

আনাৰে জীৱনত কাহানিও কতো দেখা নোপোৱা অত্যুজ্জ্বল আধুনিক পোছাক যোৰৰ ফালে বিমুগ্ধ হৈ চাই থাকে।

ৰাণী! বিয়াৰ পোছাক যোৰ তোমাৰ পচন্দ হৈছেনে?

সৰকাৰে পুনৰ পেৰাটোৰ ভিতৰত হাত সুমাই আনাৰৰ মুখলৈ কেৰাহিকৈ চাই আনাৰক সোধে।

নিৰুত্তৰ আনাৰ।

কি হ'ল তোমাৰ! নেমাতা দেখোন ৰাণী। বিয়াৰ কাপোৰ যোৰ তোমাৰ পচন্দ নহল নেকি?

আনাৰে নিৰৱে থাকে।

লোৱা এই ধুনীয়া বাকচটো। চোৱা ইয়াৰ ভিতৰত কিমান ধুনীয়া আৰু সুগন্ধি প্ৰসাধনৰ আধুনিক সামগ্ৰীবোৰ আছে বুলি কৈ সৰকাৰে পেৰাৰ ভিতৰৰ পৰা ধুনীয়া বাকচ এটা উলিয়াই আনাৰৰ সন্মুখত ৰাখিলে। আনাৰে অলৰ-অচৰ হৈ বাকচটোৰ ফালে চাই থাকিল।

সৰকাৰে পুনৰ পেৰাটোৰ ভিতৰৰ পৰা এটা অতি ধুনীয়া আধু-নিক চিত্ৰ খচিত ৰূপৰ টেমা উলিয়াই আনি আনাৰৰ ফালে চাই কলে, লোৱা এই টেমাটো। এই টেমাটোৰ ভিতৰত তোমাক ইতি পূৰ্বে দেখুৱা হীৰা, মানিক, মুকুতা, আৰু পাথৰাদি খচিত, তোমাৰ বিয়াৰ সোণৰ অতি আধুনিক অলংকাৰবোৰ আছে বুলি কৈ সৰকাৰে টেমাটো আনাৰৰ সন্মুখত ৰাখিলে।

ইমান সময় ৰহমানে বেৰৰ ফাকেৰে নিৰৱে চাই আছিল। সৰকাৰৰ কথা শুনি আৰু অলংকাৰৰ টেমাটো দেখি তাৰ সৰ্ব শৰীৰ কঁপি উঠিল। আনাৰৰ কথা সত্য। সি মনতে ভাবে। হঠাতে হৰি-গঞ্জৰ প্ৰখ্যাত জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰীৰ ঘৰত সংঘটিত নৰহত্যা আৰু লোমহৰ্ষক চাঞ্চল্যকৰ ডকাইতিৰ কাহিনী আৰু পিতৃ হত্যাৰ কথা তাৰ মনত পৰিল। বিশ্বাস ঘাটক পিতৃ হন্তা ডকাইতৰ ওপৰত প্ৰতিশোধ লোৱাৰ গুপ্ত প্ৰতিজ্ঞা তাৰ মনত গুজৰি উঠিল।

সি আৰু থিৰেৰে থাকিব নোৱাৰিলে। মেহেৰবান খোদা মোৰ প্ৰতিজ্ঞা পূৰণৰ এয়েই সোণালী সুযোগ। এই বুলি মনতে ভাবি ত্বৰিৎ বেগে গৈ সি কামালৰ ঘৰত প্ৰবেশ কৰিলে। সি সৰকাৰৰ উদ্দেশ্য কামালক কাণে কাণে কলে "মই এতিয়া থানালৈ যাওঁ। আপুনি চাব যাতে মই থানাৰ পৰা পুলিচ লৈ ঘূৰি আহি নৌপাওঁতে সৰকাৰে আনাৰক ঘৰৰ পৰা উলিয়াই নিব নোৱাৰে।"

"ঠিক আছে? তুমি চিন্তা নকৰিবা। মই চাই লম। সৰকাৰে আজি কেনেকৈ আনাৰক ঘৰৰ পৰা উলিয়াই নিয়ে।" এই বুলি কৈ কামালে দা এখন হাতত লৈ ঘৰৰ পৰা ওলাই গ'ল। ৰহমানে কামালৰ চাইকেলখন কান্ধত তুলি লৈ হাতত সাৰে ভৰিত সাৰে, কামালৰ ঘৰৰ পৰা ওলাই, হোজাই অভিমুখে তৰিৎ গতিত যাওঁনা হ'ল। কামালে চুপে চাপে গৈ সৰকাৰৰ শোৱা কোঠালীৰ পিচ ফালে ঠিয় হ'ল।

ন মাইল হোজাই থানা। মাঘ মাহৰ ঠেটুৱা লগোৱা শীতক নেওঁচি থানাৰ আওঁপুৰণি ঘড়িটোত নিশা এক বজাৰ সঙ্কেত ধ্বনি হ'ল। নিশা থানা পহৰাত নিয়োজিত চিপাহি জনে থানা ঘৰৰ সম্মুখৰ বাৰাণ্ডাত ওলমি থকা কাঁহখনত কোব এটা মাৰি সুপ্ত জীৱ জগতক নিশা এক বজাৰ জাননী দিলে।

হোজাই থানাৰ ভাবপ্ৰাপ্ত বিষয়া (অফিচাৰ ইন্‌চাৰ্জ) অবনি মোহন পাল। তেওঁৰ জন্ম স্থান তাহানিৰ চিলেট জিলাৰ হবিগঞ্জ চহৰ। অসমৰ অনেক ঠাইত চাকৰি কৰি ঘূৰি ফুৰি অলপতে আহি হোজাই থানাত নিযুক্তি লাভ কৰিছে। পাল এজন কঠোৰ পৰিশ্ৰমী, সৎসাহসী আৰু দূৰদৰ্শী পুলিচ অফিচাৰ।

নিশা এক বজাৰ লগে লগে পেট্ৰোল ডিউটিত যাবলৈ পালে পোছাক পিন্ধি বাস ভবনৰ পৰা ওলাই আহি থানা ঘৰৰ বাৰাণ্ডাত উপস্থিত হ'ল। সেই সময়তে ৰহমানে গৈ থানা ঘৰৰ সম্মুখত চাই-কেলৰ পৰা নামিল।

কোন তুমি, ইমান ৰাতি কি লাগে তোমাক?

ৰহমানৰ ফালে চাই, দাৰোগা পালে প্ৰশ্ন কৰে।

মোৰ নাম ৰহমান চাব। মই ভেৰেলী বিলৰ পাৰৰ পৰা আহিছোঁ।

ৰহমানে উত্তৰ দিয়ে।

কিয় আহিছা, কি লাগে তোমাক?

বিলৰ পাৰৰ কামালৰ ঘৰত ডকাইত সোমাইছে। মই আপোনাক খবৰ দিবলৈ আহিছোঁ। আপোনালোকে মোৰ লগত সোনকালে যাব লাগে। পলম কৰিলে, হাবি তলীয়া ঠাই, ডকাইতে ডকাইতি কৰি পলাই যাব।

ডকাইতৰ দলটোত কেইজন মান ডকাইত আছে?

মই দেখা নাই চাৰ।

তেনেহলে কেনেকৈ জানিলা তুমি কামালৰ ঘৰত ডকাইত সোমাইছে বুলি?

মই কামালৰ ঘৰত কাম কৰোঁ। তেওঁ থকা ঘৰৰ পিচ ফালে থকা জুপৰি ঘৰ এটাত বাস কৰোঁ। মালিকৰ ঘৰত হবিগঞ্জৰ কুখ্যাত ডকাইত সমচেৰ আহি সোমোৱা গম পাই মই আপোনাক খবৰ দিবলৈ ঘৰৰ পিচ ফালেদি পলাই আহিছোঁ। সোনকালে ওলাওঁক চাৰ। পলম কৰিলে সৰ্বনাশ হব।

তুমি সমচেৰ ডকাইতক চিনানে?

চিনো চাৰ।

যদি তাক তুমি চিনি পোৱা তেনেহলে কোৱাচোন তাৰ গাত কি কি চিহ্ন আছে।

তাৰ বাওঁ গালত এটা কটা দাগ আছে।

"তুমি তাক কেনেকৈ চিনি পোৱা।"

মোৰ জন্ম স্থান হবিগঞ্জৰ ওচৰৰ সুলতানপুৰ। মই তাক কেনেকৈ জানো সকলো কথা বাটত কম। আপুনি সোনকালে ওলাওঁক।

দাৰোগা পালে পলাতক কুখ্যাত ডকাইত সমচেৰ আলিক ভালকৈয়ে জানে। সমচেৰ আলিক ধৰি দিয়াৰ কাৰণে চৰকাৰে দহ হেজাৰ টকা পুৰস্কাৰ ঘোষণা কৰিছিল।

সেই সমচেৰ আলিৰ নাম শুনি পালে কোনো নতুন প্ৰশ্নৰ অৱতাৰণা নকৰি সশস্ত্ৰ চিপাহী ছয় জনক লগত লৈ চাইকেলত উঠি ঘটনাস্থলীলৈ ৰহমানৰ লগত ৰাওনা হ'ল।

ৰহমানে থানালৈ যোৱাৰ পিচত কামালে সৰকাৰৰ শোৱা কোঠালীৰ পিচ ফালে বেৰৰ কাষত ঠিয় হৈ বেৰৰ ফাকেৰে ভিতৰৰ ফালে

ভুমি চাই আছিল। সেই সময়ত সৰকাৰে দুষ্প্ৰাপ্য ৰত্ন ৰাজি খচিত আধুনিক সোণৰ অলংকাৰবোৰ এপদৰ পিচত এপদ ৰূপৰ টেমাটোৰ ভিতৰৰ পৰা উলিয়াই আমাৰক দেখুৱাই থাকে। আনাৰে সেই অলংকাৰবোৰৰ ফালে নিৰৱে চাই থাকে।

নেমাতা কিয় ৰাণী ?

এই অলংকাৰবোৰ তোমাৰ পচন্দ হোৱা নাই নেকি ?

আনাৰে নিৰৱে চাই থকা দেখি সৰকাৰে সোধে।

নিৰুত্তৰ আনাৰ।

"প্ৰথমে বিয়াৰ কাপোৰ যোৰ পিন্ধা। তাৰ পিচত সোণৰ অলংকাৰবোৰ পিন্ধি লোৱা।"

"নিপিন্ধো।"

ৰুক্ষ কণ্ঠে আনাৰে উত্তৰ দিয়ে।

মই পিন্ধাই দিব লাগিব নেকি।

সৰকাৰে সোধে।

"নেলাগে।"

"তেনেহলে তোমাৰ কি হ'ল ?"

"মোৰ একো হোৱা নাই।"

বাৰু এই চন্দ্ৰহাৰ ডাল পিন্ধি লোৱাচোন। চাই লওঁ মই মোৰ হৃদয়ৰ ৰাণীক কিমান ধুনীয়া দেখি বুলি কৈ সৰকাৰে হীৰা মাণিক মুক্তা আৰু পান্নাদি খচিত সোণৰ চন্দ্ৰহাৰ ডাল আনাৰৰ ডিঙিত পিন্ধাই দিলে।

"চাচা। আপোনাৰ হীৰা, মাণিক আৰু মুক্তা খটোৱা সোণৰ চন্দ্ৰহাৰ মোক নেলাগে। মই গৰীবৰ ছোৱালী। এইবোৰ অলংকাৰে মোক শোভা নকৰে "বুলি কৈ আনাৰে ডিঙিৰ পৰা চন্দ্ৰহাৰ ডাল সোলোকাই পেৰাৰ ওপৰত ৰাখিলে।

"আঃ কি হল তোমাৰ ?"

মই পিন্ধাই দিয়াতো তুমি দেখোন চন্দ্ৰহাৰ ডাল ডিঙিৰ পৰা খুলি পেলালা। ও এতিয়াহে বুজিছোঁ। মই তোমাক বিয়াৰ আমানতৰ ধন নিদিয়াকৈয়ে বিয়া কৰাব ওলাইছোঁ। তুমিনো আৰু খং নকৰি, কৰিবা কি ? মোৰেই ভুল। ৰবা" বুলি কৈ সৰকাৰে পেৰাৰ ভিতৰৰ পৰা

হাজাৰ টকীয়া নোটৰ, পঞ্চাশ হেজাৰ টকাৰ বান্দিল এটা উলিয়াই আনাৰৰ সন্মুখত ৰাখি কলে, "লোৱা এইয়া পঞ্চাশ হেজাৰ টকা তোমাৰ বিয়াৰ আমানতৰ ধন।"

এতিয়া কোৱাচোন ৰাণী তুমি খুচি হৈছা নে নাই।

আনাৰৰ মুখলৈ চাই সৰকাৰে সোধে।

নিৰৱে থাকে আনাৰ।

"কি ভাবিছা ৰাণী! দেখিছাই নহয়, বিয়াৰ কাৰণে কিমান হাজাৰ টকা পইচা খৰচ কৰি বস্ত্ৰ বাহানিবোৰ যোগাৰ কৰিলোঁ।

হাজাৰবো অধিক মানুহ "মই কাইলৈ তোমাক বিয়া কৰাম বুলি ঘৰে ঘৰে গৈ খিয়ালৈ নিমন্ত্ৰণ কৰি আহিলোঁ।

তেনেস্থলত আজি পুত্ৰা কামাল গুণ্ডাটোৱে চোতালত চমিয়ানাখন তৰিবলৈ নিদিলে। কি কৰিবা। নিৰুপায়ত পৰি আজি নিশাতেই গুৱাহাটীলৈ গৈ কালি গধূলি গুৱাহাটীতে বিয়াখন পাতিম বুলি স্থিৰ কৰিছোঁ।

তুমি আৰু মই ইয়াৰ পৰা যোৱাৰ কাৰণে চহৰৰ পৰা টেক্‌চি গাড়ী এখন তিনিশ টকা ভাড়া দি আনি ডবকাত ৰাখি আহিছোঁ। আৰু পলম নকৰিবা ৰাণী। বিয়াৰ কাপোৰ যোৰ আৰু অলংকাৰবোৰ পিন্ধি সোনকালে ওলোৱা।"

আনাৰৰ ফালে চাই ব্যথিত সুৰত সৰকাৰে কয়।

"মই মোৰ বুঢ়া বাবাজানক আৰু মাতৃ স্বৰূপিনী মৃত্যুমুখী মাজানক অসহায় অৱস্থাত পেলাই থৈ আপোনাৰ লগত কলৈকো নেযাওঁ।"

আনাৰে দৃঢ়স্বৰে উত্তৰ দিয়ে।

তোমাৰ বুঢ়া বাবাজানক অকলে এৰি থৈ যোৱা মোৰো ইচ্ছা নাই ৰাণী। সেই কাৰণেহে মই আজি তেওঁক ঘোষৰ দোকানত ৰাখি থৈ আহিছোঁ। আমি ইয়াৰ পৰা গুৱাহাটীলৈ যাওঁতে তোমাৰ বাবাজানক নগাঁওৰ পৰা গাড়ীত তুলি লৈ যাম। তাৰ কাৰণে তুমি চিন্তা নকৰিবা।

আৰু বেগমৰ কথা। ডাক্তৰৰ মতে এই দুৰাৰোগ্য যক্ষা ৰোগত আক্ৰান্ত হোৱা কোনো এজন মানুহেই হেনো পৃথিবীৰ কোনো ঠাইতে আৰোগ্য লাভ কৰা নাই। তেওঁ কোন মুহূর্তত মৰে, তাৰো ঠিকনা নাই।

তদুপৰি যক্ষ্মাৰোগ মহা সংক্ৰামক ৰোগ। দেখিছাই নহয়। কোনো এজনী মাইকী মানুহে আমাৰ ঘৰত এৰাতিৰ বাহিৰে দুৰাতি নেথাকে। কামালে ভয়তে তাৰ পৰিবাৰক মাকৰ ঘৰৰ পৰা নানিলে। তেনে-স্থলত তুমি দিনে নিশাই বেগমক সেৱা শুশ্ৰূষা কৰি থকাটো মই অকনো ভাল পোৱা নাই। তোমাৰ কিবা এটা হব লগা হলে যে মই কি কৰিম ভাবিবই নোৱাৰো। সেই কাৰণে তুমি সেইবোৰ কথা চিন্তা কৰিব নেলাগে। পলম হৈছে। টেক্‌চিৰ ড্ৰাইভাৰে কিজানি আমালৈ অপেক্ষা কৰি কৰি অস্থিৰ হৈ পৰিছে। আৰু পলম নকৰিবা। সোন-কালে বিয়াৰ পোছাক যোৰ আৰু অলংকাৰবোৰ পিন্ধি ওলোৱা।"

আপুনি মিছকেই নকওঁক চাচা, মই হলে ইয়াৰ পৰা আপোনাৰ লগত কলৈকো নেযাওঁ। আপোনাৰ মহামূল্যৱান অলংকাৰবোৰ আৰু বিয়াৰ কাপোৰ যোৰ মই নিপিন্ধো, আপুনি বাকচত সুমাই থওঁক।

দৃঢ়তাৰে আনাৰে উত্তৰ দিয়ে।

"কি কলা ?"

ই মোৰ নিশ্চিত কথা।

"হয় নেকি।"

"হয়।"

"বাৰু।"

মুখাকৃতি কঠোৰ কৰি আনাৰৰ মুখলৈ চাই সৰকাৰে কয়। এনেতে বাৰাণ্ডাত শুই থকা সৰকাৰৰ জেৰেলা কুকুৰটোৱে ভেউ, ভেউ, শব্দ কৰি চিঞৰি উঠিল। কুকুৰটোৰ বিমঙ্গলীয়া ভুকনি শুনি সৰকাৰে চমকি উঠিল। হাতত টৰ্চ লাইট এটা লৈ তেওঁ বাৰাণ্ডালৈ ওলাই গ'ল। সেই সময়তো কুকুৰটোৱে বাৰাণ্ডাত ঠিয় হৈ ওপৰলৈ মূৰ তুলি ভেউ, ভেউ, শব্দ কৰি চিঞৰি আছিল। দূৰণিত শিয়ালৰ ৰাৱ আৰু নিম গছ জোপাৰ ওপৰত ফেঁচা চৰাইৰ মাত নিউ নিউ প্ৰতিধ্বনিত হৈছিল।

শিয়াল কুকুৰ আৰু ফেঁচা চৰাইৰ সন্মিলিত বিমঙ্গলীয়া মাত শুনি সৰকাৰ আতঙ্কিত হ'ল। তেওঁ বাৰাণ্ডাত ঠিয় হৈ টৰ্চ লাইটৰ আলোক নিক্ষেপ কৰি ইফালে ঘূৰি চালে। কাকো ক'তো দেখা নেপালে।

কুকুৰটোৱে আজি এনেকৈ ভুকিছে কিয় ?
আজি আকৌ ভূত ওলাল নেকি ?

আতঙ্কিত সৰকাৰে নিজৰ মনতে ভাবে।

ক্ষন্তেক সময় ইফালে সিফালে চাই কাকো ক'তো দেখা নেপাই সৰকাৰে পুনৰ কোঠালীত প্ৰবেশ কৰিলে। আনাৰে তেতিয়াও বিমৰ্ষ মনে পেৰাটোৰ কাষত ঠিয় হৈ আছিল।

এতিয়া কি কৰিবা ৰাণী?

আনাৰৰ মুখলৈ চাই সৰকাৰে সোধে।

মই আৰু কি কম। মই আপোনাৰ লগত কলৈকো নেযাওঁ।

বিমৰ্ষ মনে আনাৰে উত্তৰ দিলে।

বাৰু ঠিক আছে বুলি কৈ সৰকাৰে সোণৰ অলংকাৰবোৰ ৰূপৰ টেমাটোত সুমাই থলে। তাৰ পিচত তেওঁ পেৰাৰ ভিতৰৰ পৰা কাপোৰৰ মোনা এখন উলিয়াই আনি ৰূপৰ টেমাটো বিয়াৰ কাপোৰ যোৰ প্ৰসাধনৰ সামগ্ৰীৰ বাকচটো, নোটৰ বান্দিলটো আৰু তেওঁ নিজে বিয়াৰ সময়ত পিন্ধিবলৈ অনা চিল্কৰ কাপোৰ যোৰ মোনা এখনত সুমাই ললে।

আনাৰে সৰকাৰৰ উদ্দেশ্য বুজিব নোৱাৰি সৰকাৰৰ ফালে চাই থাকে।

সৰকাৰে কিবা ভাবি গুণি পেৰাটোৰ পৰা দহোটা এল্‌জি কাৰ্টুজ উলিয়াই লৈ, তাৰে দুটা কাৰ্টুজ তেওঁৰ দুনলীয়া কাৰ্টুজবালা বন্দুকটোত সুমাই ললে। বাকী কেইটা কাৰ্টুজ মোনা খনত ভৰাই থলে। তাৰ পিচত তেওঁ পেৰাটো আৰু কোঠালীৰ ভিতৰটোত এবাৰ চকু ফুৰাই চাই কাপোৰৰ মোনাখন তেওঁৰ বাওঁ কান্ধত ওলোমাই ললে। সোঁ-হাতেৰে বন্দুকটো তুলি লৈ আনাৰৰ মুখলৈ চাই কলে, বলা ৰাণী আমি এতিয়া ইয়াৰ পৰা যাওঁগৈ বলা।

মই আপোনাৰ লগত কলৈকো নেযাওঁ চাচা।

সৰকাৰৰ উদ্দেশ্য বুজিব পাৰি আনাৰে কম্পিত কণ্ঠে কলে।

তুমি মোৰ লগত এতিয়া যাবই লাগিব বুলি কৈ সৰকাৰে বাওঁ-হাতেৰে আনাৰৰ সোঁহাতত ধৰিলে।

"মই সঁচাকৈয়ে কৈছো চাচা। মই আপোনাৰ লগত কলৈকো নেযাওঁ। আপুনি মোক জোৰ নকৰিব। আপুনি জোৰ কৰিলে মই চিঞৰ বাখৰ লগাই ঘৰৰ আটাইবোৰ মানুহকে জগাই দিম। তেতিয়া আপুনি লাজ পাব। আপুনি আপোনাৰ সন্মান ৰাখি ভালে ভালে মোৰ হাতৰ পৰা এৰি দিয়ক।"

ৰাগান্বিত হৈ সৰকাৰৰ মুখলৈ চাই আনাৱে কম্পিত কণ্ঠে কয়।

"চিঞৰিবা? চিঞৰা, চিঞৰি চোৱাচোঁন এবাৰ। চাই লওঁ কোনে আহি তোমাক মাত্ৰ এষাৰি দিয়ে।"

আনাৱৰ মুখলৈ চাই হাঁহি মাৰি সৰকাৰে কলে।

ভুল কৰিছা চাচা। মই চিঞৰি দিলেই ৰহমান আৰু ককাইদেওঁ-হতে এতিয়াই উঠি আহিব।

ভুল কৰিছা ৰাণী। হাঃ হাঃ হাঃ তোমাৰ ককাইহঁতে আৰু ৰহমানে বিয়াৰ ৰসগোল্লা খাই অজ্ঞান হৈ পৰি আছে। খোদাইহে জানে কাইলৈ কেতিয়া তেওঁলোকে জ্ঞান লাভ কৰে। মিছাতেই মোৰ লগত গণ্ডগোল কৰি সময় নষ্ট নকৰিবা ৰাণী। "বলা এতিয়া" বুলি কৈ সৰকাৰে আনাৱক হাতত ধৰি দুৱাৰ মুখলৈ টানি নিলে।

ৰহমান, কামাল ককাইদেওঁ জামাল ককাইদেওঁ উঠা, সোনকালে উঠা। চাচাই মোক জোৰ কৰি টানি নিয়ে। ৰক্ষা কৰা ৰক্ষা কৰা বুলি চিঞৰি আনাৱে হুলুস্থুল লগালে। হাঃ হাঃ হাঃ শব্দ কৰি সৰকাৰে হাঁহিলে।

ইমান সময় কামালে ধৈৰ্য্য ধৰি সৰকাৰৰ কাণ্ডকাৰখানা বেৰৰ ফাঁকেৰে দেখি আছিল। সৰকাৰে আনাৱক হাতত ধৰি টানি নিয়া দেখি তাৰ সৰ্ব শৰীৰ কঁপি উঠিল। সি ঠিৰেৰে থাকিব নোৱাৰিলে। ভয় নাই আনাৱ। মই এতিয়াও জীয়াই আছোঁ। চাওঁচোন এই চপনীয়াটোৱে কেনেকৈ তোমাক মোৰ ঘৰৰ পৰা উলিয়াই নিয়ে বুলি কৈ হাতত দাখন লৈ কামালে আহি সৰকাৰৰ শয়ন কক্ষৰ দুৱাৰ মুখত ঠিয় হ'ল।

সৰকাৰে কামালক দেখি উচপ খাই চমকি উঠিল। তেওঁ বিস্মিত হৈ কামালৰ ফালে চাই ভাবে "ভূত নেকি?"

"কি চাইছা। ভালে ভালে আনাৱৰ হাতৰ পৰা এৰি দিয়া।"

আদেশৰ সুৰত কঠোৰ স্বৰে কামালে সৰকাৰক কলে। সৰকাৰৰ ভুল ভাঙিল। নিমিষতে তেওঁ নিজক সংযত কৰি কামালৰ মুখলৈ চাই কলে, দুৱাৰ মুখৰ পৰা আঁতৰি যা পাষণ্ড কামাল।

"মোৰ ঘৰৰ পৰা মই আঁতৰি যাম। ভালে ভালে আনাৱক হাতৰ পৰা এৰি দিয়া। নহলে তোমাক মই আজি শেষ কৰিম।"

সৰকাৰৰ মুখৰ আগত দা দেখুৱাই কামালে কলে।

মূৰ্খ তই। তই মোক শেষ কৰিবি? মই কোন তই এতিয়াও চিনি পোৱা নাই। সেই কাৰণে তই মোক এই দৰে কৈছ। ভালে ভালে দুৱাৰ মুখৰ পৰা আঁতৰি যা।

এতিয়ালৈকে তোমাক চিনি পাবলৈ মোৰ বাকী আছেনে? এতিয়াও কৈছোঁ। আনাৰক হাতৰ পৰা এৰি দি ভালে ভালে তুমি মোৰ ঘৰৰ পৰা ওলাই যোৱা। নহলে মোৰ হাতত তোমাৰ আজি ৰক্ষা নাই।

কামালৰ কথা শুনি সৰকাৰৰ সৰ্ব শৰীৰ কঁপি উঠে। তেওঁৰ মুখাকৃতি দেখি আনাৰে আতঙ্কিত হ'ল।

"মৰিবৰ সময়ত পৰুৱাৰ পাখি গজে।"

অস্ফুট স্বৰে সৰকাৰৰ মুখত প্ৰতিধ্বনিত হ'ল। তেওঁৰ হাতৰ পৰা আনাৰক এৰি দিলে। তাৰ পিচত কামালক লক্ষ্য কৰি দুহাতেৰে বন্দুকটো কান্ধত তুলি ললে।

কি তুমি মোক বন্দুক দেখুৱাই ভয় খুৱাব খুজিছা নেকি? চাওঁ বাৰু তোমাক বুলি কৈ কামালে সৰকাৰক খেদি গ'ল। সৰকাৰে বন্দুকৰ ট্ৰিগাৰ দুটা আঙুলিৰে টিপি ধৰিলে। লগে লগে বন্দুকৰ নল দুটাৰ মুখেদি অগ্নিৰ স্ফুলিঙ্গ নিৰ্গত হ'ল। আকাশে পবনে গুৰুম গুৰুম শব্দ দুটি প্ৰতিধ্বনিত হ'ল। মাজান মৰিলো ঐ, মাজান মৰিলো ঐ বুলি চিৎকাৰ কৰি কামালে মজিয়াত বাগৰি পৰিল। ৰক্তে ৰঞ্জিত হল সৰকাৰৰ শয়ণ কক্ষৰ মজিয়া। ক্ষন্তেকতে কামালৰ প্ৰাণ বায়ু নশ্বৰ দেহৰ পৰা ওলাই গ'ল। বেগম আনোৱাৰাৰ কু সপোন দিঠকত পৰিণত হ'ল।

চাচাই ককাইদেওঁক গুলিয়াই মাৰিলে ঐ মাজান, চাচাই ককাইদেওঁক গুলিয়াই মাৰিলে ঐ বুলি উচ্চ স্বৰে চিঞৰি চিঞৰি আনাৰে গৈ বেগম আনোৱাৰাৰ কোঠালীত সোমাল। সেই সময়ত বেগম আনোৱাৰাই বিয়াৰ কাৰণে আগধৰি অনা ৰসগোল্লা খাই বিচনাত লাল কাল দি শুই আছিল।

উঠা মাজান উঠা। চোৱাচোঁন চাচাই কেনেকৈ কামাল ককাইদেওঁক গুলিয়াই হত্যা কৰিলে বুলি কৈ আনাৰে কান্দি কান্দি আনোৱাৰাৰ গাত ধৰি মাতিলে। মাতৃ হীনা নিৰাশ্ৰয়া আমাৰৰ সেই হিয়া

ভগা করুণ ক্রন্দনে হত ভাগিনী মৃত্যু মুখী বেগম আনোৱাৰৰ নিদ্রা ভঙ্গ কৰিব নোৱাৰিলে। আনাৰে আনোৱাৰাৰ গাত ধৰি পাগলীৰ দৰে কান্দি থাকিল।

সৰকাৰে কামালক হত্যা কৰি বন্দুকৰ নলীত পুনৰ দুটা কাৰ্টুজ সুমাই ললে। তাৰ পিচত তেওঁ ইফালে সিফালে ঘূৰি পকি চাই বেগম আনোৱাৰাৰ কেঠোলীত গৈ সোমাল। সেই সময়ত উঠা মাজান, উঠা মাজান বুলি আনাৰে নিদ্ৰাৰত আনোৱাৰাৰ গাত ধৰি কান্দি আছিল।

বন্দুকৰ আৱাজ আৰু আনাৰৰ চিঞৰৰ বাখৰ শুনি জামালে সাৰ পায়। এক্কাৰ জামালৰ শয়ণ কক্ষ। ঘোৰ অন্ধকাৰে আবৃত। সৰকাৰে কামালক গুলিয়াই হত্যা কৰা শুনি জামাল আতঙ্কিত হ'ল। সি তাৰ অতি মৰমৰ লগৰী বাৰ ইঞ্চি দীঘল সুতীক্ষ্ণ দেগাৰখন বালিচৰ তলৰ পৰা উলিয়াই ললে। তাৰ পিচত সি অতি সন্তৰ্পণে বিচনাৰ পৰা নামি তাৰ কোঠালীৰ দুৱাৰ মুখত গৈ ঠিয় হ'ল।

এনেতে ক্রন্দনৰত আনাৰক সৰকাৰে হাতত ধৰি টানি চুচুৰাই বেগম আনোৱাৰাৰ কোঠালীৰ পৰা বাহিৰ কৰি আনে। আনাৰে ৰহমান, জামাল ককাইদেওঁ ৰক্ষা কৰা মোক বুলি উচ্চ স্বৰে চিঞৰি থাকে। জামালে হাতত দেগাৰখন লৈ কিং কৰ্ত্তব্য বিমূঢ় হৈ সৰকাৰৰ ফালে চাই আছিল।

সৰকাৰে যেতিয়া ক্রন্দনৰত আনাৰক হাতত ধৰি টানি চুচুৰাই ঘৰৰ দুৱাৰ মুখলৈ নিলে, সেই সময়তে জামালে তাৰ কোঠালীৰ পৰা তৰিৎ বেগে ওলাই গৈ তাৰ অতি মৰমৰ সুতীক্ষ্ণ দেগাৰখন অতৰ্কিতে পিচ ফালৰ পৰা সজোৰে সৰকাৰৰ পিঠিত সুমাই দিলে।

অতৰ্কিত আকস্মিক আক্রমণত ভীতি গ্রস্ত হৈ আনাৰক এৰি দি সৰকাৰে "আল্ লাহ্" বুলি চিঞৰি মাৰি দৌৰি গৈ চোতালত উবুৰি খাই বাগৰি পৰিল। বন্দুকটো হাতৰ পৰা উফৰি গৈ দূৰত পৰিল। সেই সময়তে ৰহমানে পুলিচ দাৰোগাক লগত লৈ আহি চোতালত উপস্থিত হ'ল।

কোন সেইয়া। লৰচৰ নকৰিবা। লৰচৰ কৰিলে গুলিয়াই মূৰৰ খোলা উকৱাই দিম।

সৰকাৰৰ ওপৰত টচ লাইটৰ আলোক নিক্ষেপ কৰি হাতত ৰিভল-ভাৰ লৈ গুৰু গম্ভীৰ স্বৰে আদেশৰ সুৰত দাৰোগা পালে কয়। অক-

স্মাতে দাৰোগা পুলিচ দেখি সৰকাৰ আতঙ্কিত হ'ল। কি কৰো কি নকৰো বুলি ভাবোতেই চিপাহি সকলে আহি তেওঁক আগুৰি ধৰিলে।

এওঁয়েই হবিগঞ্জৰ পলাতক কুখ্যাত ডকাইত সমচেৰ আলি চাৰ।

সৰকাৰক হাতেৰে দেখুৱাই পালৰ মুখলৈ চাই ৰহমানে কলে।

হয়নেকি ?

দাৰোগা পালে ৰহমানক সোধে।

হয় চাৰ। মোৰ কথা বিশ্বাস নকৰে যদি তেওঁৰ গালৰ ওপৰত থকা কটা দাগটো চাওঁক আৰু তেওৰ গা তালাচ কৰিলে মোৰ কথাৰ সত্যতা প্ৰমাণ হ'ব।

পালৰ ইঙ্গিতত চিপাহী এজনে সৰকাৰৰ হাতত হাত কেৰেয়া লগাই দিলে।

তেতিয়াও আনাৰে বেগম আনোৱাৰাৰ বিচনাত বহি নিৰাশ্ৰয়া বালিকাৰ দৰে উচুপি কান্দি আছিল। আনাৰে কান্দি থকা শুনি ৰহমানে কলে--আনাৰ ! মই দাৰোগা পুলিচ লৈ আহিছোঁ। এতিয়া আৰু ভয় নাই। তুমি নেকান্দিবা। ঘৰৰ পৰা লেম্প এটা লৈ বাহিৰলৈ ওলাই আহা।

আনাৰে ৰহমানৰ মাত শুনি, হাতত লেম্প এটা লৈ উচুপি উচুপি কান্দি কান্দি বাহিৰলৈ ওলাই আহিল।

কিয় কান্দিছা তুমি ?

ক্ৰন্দনৰত আনাৰৰ মুখলৈ চাই ৰহমানে সোধে।

তুমি কলৈ গৈছিলা। চাচাই কামাল ককাইদেওঁক গুলিয়াই হত্যা কৰিলে।

উচুপি উচুপি কান্দি আনাৰে উত্তৰ দিলে।

হয় নেকি ? মই থানালৈ গৈছিলোঁ।

ৰহমান, এইজনী কাৰ ছোৱালী ?

দাৰোগা পালে ৰহমানক সোধে।

এই ঘৰতে থকা কালু চাচাৰ ছোৱালী।

ৰহমানে উত্তৰ দিয়ে।

হেৰা ছোৱালী তোমাৰ নাম কি ?

মোৰ নাম আনাৰ চাৰ।

কোনে কাক মাৰিলে ?

এই চাচাই (সৰকাৰক দেখুৱাই) কামাল ককাইদেওঁক গুলি-য়াই মাৰিলে।

কিয় গুলিয়াই মাৰিলে ?

চাচাই মোক হাতত ধৰি টানি চুচৰাই ঘৰৰ পৰা উলিয়াই দিব ধৰিছিল। মই চিঞৰ বাখৰ কৰোতে ককাইদেৱে আহি চাচাক বাধা দিছিল। তেতিয়া চাচাই তেওঁক গুলিয়াই মাৰিলে।

এতিয়া কামালৰ মৰাশটো ক'ত আছে ?

সৌৱা মজিয়াত পৰি আছে।

ৰহমান ! লেম্পটো লোৱাচোঁন। আমি কামালৰ মৰাশটো এবাৰ চাই আহোগৈ।

ৰহমানৰ ফালে চাই পালে কলে।

ৰহমানে আনাৰৰ হাতৰ পৰা লেম্পটো লৈ সৰকাৰৰ শোৱা কোঠালীৰ ফালে আগবাঢ়ি গ'ল। দাৰোগা পালে তাক অনুসৰণ কৰিলে। দুয়োজনে গৈ সৰকাৰৰ শোৱা কোঠালীত উপস্থিত হ'ল। কামালৰ মৰাশটো তেজে লুতুৰি পুতুৰি হৈ মজিয়াত উবুৰি খাই পৰি আছিল। পালে কামালৰ মৰাশটো ওলট পালট কৈ চালে। তাৰ পিচত ৰহমানৰ মুখলৈ চাই কলে "বুকুত গুলি লাগিছিল, ইন্‌ষ্টেণ্ট্ ডেথ।

ৰহমান, এই ঘৰটোত আৰু কোনে কোনে থাকে ?

ৰহমানৰ ফালে চাই পালে প্ৰশ্ন কৰে।

মাজান, বেগম সুৰেয়া আৰু জামাল।

ৰহমানে উত্তৰ দিয়ে।

তেওঁলোক এতিয়া ঘৰত আছেনে ?

নেজানোঁ চাৰ।

বলাচোঁন এবাৰ ঘৰটো চাই লওঁ।

ৰহমানে লেম্পটো হাতত লৈ ঘৰৰ ভিতৰটো ঘূৰি পকি দেখুৱালে। তেতিয়াও বেগম আনোৱাৰা আৰু বেগম সুৰেয়াই ঢোপনিত লাল কাল দি শুই আছিল।

ৰহমান এওঁলোক মৃত নে জীৱিত ?

বেগম আনোৱাৰা আৰু সুৰেয়াই শুই থকা দেখি পালে ৰহমানৰ ফালে চাই সোধে।

নেজানো চাৰ।

ৰহমানে উত্তৰ দিয়ে।

পালে বেগম আনোৱাৰা আৰু বেগম সুৰেয়াৰ নাকৰ ওচৰত আঙুলি ৰাখি ৰহমানৰ ফালে চাই কলে "এওঁলোক জীৱিত।"

ৰহমান! জামালক নেদেখিলো যে?

পালে প্ৰশ্ন কৰে।

কামালক সৰকাৰে গুলিয়াই মৰা দেখি, সি ভয়তে কৰবালৈ পলাই গ'ল নেকি?

হবও পাৰে।

পালে ৰহমানক সমৰ্থন কৰে।

তাৰ পিচত দুয়োজনে ঘৰৰ পৰা ওলাই আহিল।

ইতিমধ্যে চিপাহি বিলাকে সৰকাৰৰ হাতত হাত কেৰেয়া লগাই সৰকাৰক চোতালৰ পৰা তুলি আনি বাৰাণ্ডাত বহুৱাই ৰাখিছিল।

"মই মৰিলো ঐ, মোক দয়া কৰি পানী অলপ দিয়ক, মোক পানী অলপ দিয়ক" বুলি সৰকাৰে চিএৰি থাকে। তেওঁৰ পিঠিৰ ক্ষত স্থানৰ পৰা ৰক্ত প্ৰবাহিত হৈ পৰিধানৰ পোছাক পৰিচ্ছদ ৰক্তে ৰঞ্জিত হৈছিল। সৰকাৰে হক্ হক্ শব্দ কৰি বমি কৰে। বমিৰ লগত তেওঁৰ মুখেৰে ৰক্তপাত হয়।

পালে ঘৰৰ পৰা ওলাই আহি সৰকাৰৰ শৰীৰ পৰীক্ষা কৰি, তেওঁৰ (সৰকাৰৰ) পিঠিত দেগাৰ এখন সুমাই থকা দেখি, আচৰিত হৈ সৰকাৰৰ মুখলৈ চাই সোধে, সমচেৰ তোমাৰ পিঠিত দেগাৰ এখন সুমাই আছে দেখোন। কোনে তোমাক দেগাৰ মাৰিলে?

নেজানো চাৰ।

মুখখন বিকৃতাকৃতি কৰি সৰকাৰে উত্তৰ দিয়ে।

কোনে তোমাৰ পিঠিত দেগাৰ মাৰিলে, সেই কথা নেজানা তুমি?

নেজানো চাৰ।

নিৰুত্তৰ সৰকাৰ।

হবও পাৰে চাৰ।

ৰহমানে গহীনাই কয়।

হবও পাৰে ?

হয় চাৰ।

ভূতে আহি কোনো মানুহক দেগাৰ মৰা দেখিছা নেকি ?

দেখা নাই। পিচে শুনিছো চাৰ।

ক'ত শুনিলা ?

চাচাই এদিনাখন নিশা ইয়াতেই চকি এখনত বহি ঘৰ পহৰা দি থাকোঁতে ভূতে দেগাৰ মাৰি তেওঁৰ সোঁবাহুত জখম কৰিছিল চাৰ।

হয়নে সমচেৰ ?

হয় চাৰ।

মূৰ দুপিয়াই সৰকাৰে উত্তৰ দিয়ে।

"আচৰিত কথা" বুলি কৈ পালে সৰকাৰৰ বন্দুকটো তাৰ পিচত মোনাখন খুলি দুষ্প্ৰাপ্য ৰত্নৰাজি খচিত সোণৰ অলংকাৰবোৰ, টকা পঞ্চাশ হাজাৰ, বিয়াৰ কাপোৰ যোৰ প্ৰসাধণৰ সামগ্ৰীৰ বাকচটো আৰু কাৰ্টুজ বিলাক মোনাখন সহ জব্দনামা লিখি জব্দ কৰিলে।

সৰকাৰে তেতিয়াও "মোৰ কলিজাটো ফুটি গৈছে, ডিঙিটো শুকাই গৈছে। দয়া কৰি মোক পানী অলপ খাবলৈ দিয়ক" বুলি চট্ পট্ কৰি দাৰোগা পালক অনুৰোধ কৰি আছিল।

পালৰ নিৰ্দ্দেশত ৰহমানে তুলা অলপ, ফটা লুঙি এখন আৰু পানী এবাল্টি আনি সৰকাৰৰ ওচৰত ৰাখিলে। দাৰোগা পালে, সৰকাৰৰ পিঠিৰ পৰা দেগাৰখন টান মাৰি উলিয়ালে। সৰকাৰে "আল্লাহ" বুলি চিঞৰ মাৰি মাটিত বাগৰি পৰিল। পালৰ ইঙ্গিতত চিপাহী দুজনে ততালিকে সৰকাৰক তুলি ধৰিলে। সৰকাৰৰ পিঠিৰ পৰা ধাৰাসাৰে ৰক্তপাত হবলৈ ধৰিলে। পালে ক্ষত স্থানটোত তুলা অলপ দি লুঙিখনৰ টুকুৰা এটাৰে ততাতয়াকৈ বেণ্ডেজ কৰি দিলে। সৰকাৰে অজ্ঞান হৈ মাটিত পৰি গ'ল। চিপাহি এজনে সৰকাৰৰ মূৰত পানী ঢালিলে। ৰহমান আৰু আনাৰে একে ঠঁৰে সৰকাৰৰ ফালে চাই থাকে।

কিছু সময়ৰ পিচত সৰকাৰে জ্ঞান লাভ কৰে। পালে সৰকাৰৰ মুখলৈ চাই সোধে, "সমচেৰ তুমি সঁচা কথা কবানে ?"

"মোৰ কলিজাটো ফুটি গৈছে। মূৰটো ঘূৰিব ধৰিছে। মই আৰু বেচি সময় জীয়াই নেথাকো। মই মৰণ কালত মিছা কথা নকওঁ। যি কম সঁচা কম। দয়া কৰি মোক অলপ পানী খাবলৈ দিয়ক চাৰ।"

চট্ পট্ কৰি অনুৰোধৰ সুৰত সৰকাৰে কয়।

পালে পানী এগিলাচ ৰহমানক আনিবলৈ কলে। ৰহমানে পানী আনি সৰকাৰক দিলে। সৰকাৰে পানী খাই হক্ হক্ শব্দ কৰি বমি কৰিলে। পালে ক্ষন্তেক সময় নিৰৱে সৰকাৰৰ মুখলৈ চাই থাকি পুনৰ কলে, "বাৰু এতিয়া কোৱাচোঁন সমচেৰ, তোমাৰ নাম আৰু ঠিকনা।"

মোৰ নাম সমচেৰ আলি ওৰফে শাৰ্দুল খান। কিন্তু এই অঞ্চলৰ মানুহে মহম্মদ জয়নাল আবেদিন সৰকাৰ বুলিহে জানে।

উত্তৰ দিয়ে সৰকাৰে।

তোমাৰ পিতাৰ নাম?

মৃত আব্দুল আলি।

জন্ম স্থান?

সেৰপুৰ, থানা মৈমন সিং।

এতিয়া ক'ত থাকা?

ইয়াতেই থাকো।

কিমান দিনৰ পৰা ইয়াত আছা?

ইয়াতে পোন্ধৰ কি ষোল্ল বছৰ মান আছোঁ।

"বাৰু এতিয়া কোৱাচোঁন এই দুষ্প্ৰাপ্য ৰত্নৰাজি খচিত সোণৰ অলংকাৰবোৰ পঞ্চাশ হেজাৰ টকা আৰু আধুনিক পোছাক যোৰ কেতিয়া কৰ পৰা আৰু কেনেকৈ ডকাইতি কৰি আনিছিলা।"

"পোন্ধৰ কি ষোল্ল বছৰ আগৰ ঘটনা তাৰিখ, বাৰ অথবা চন মনত নাই। হবিগঞ্জৰ জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰী। তেওঁৰ একমাত্ৰ কন্যা সুলোচনা দেবী। ৰূপ লাৱণ্যহীন মুখাকৃতিৰ সুলোচনা দেবীৰ গাৰ বৰণ আছিল শ্যাম। চুটি চাপৰ শকতাৱৰত।

সুলোচনাৰ দেবীৰ বিয়াৰ বয়স পাৰ হৈ গৈছিল। জমিদাৰ চাহাবে সুলোচনাৰ কাৰণে সৎ পাত্ৰ বিচাৰি পোৱা নাছিল। অৱশেষত পাচ লক্ষ টকা মূল্যৰ হীৰা, মাণিক, পান্না আৰু মুক্তাদি খচিত সোণৰ অলংকাৰ আৰু নগদ এক লক্ষ টকাৰ যৌতুকৰ বিনিময়ত, কলিকতাৰ জমিদাৰ এজনৰ লৰাৰ লগত সুলোচনা দেবীৰ বিয়াৰ বন্দোবস্ত হয়।

বহাগ মাহত বিয়াৰ দিন ধাৰ্য্য কৰি জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰীয়ে নিজে কলিকতা, বোম্বে আৰু মাদ্ৰাজ আদি চহৰ ভ্ৰমণ

কৰি পাচ লক্ষ টকা মূল্যৰ হীৰা, মাণিক পান্না আৰু মুক্তাদি খচিত অলংকাৰবোৰ কিনি আনে।

দুষ্প্ৰাপ্য বস্ত্ৰ ৰাজি খচিত সোণৰ অলংকাৰবোৰ জমিদাৰে কিনি অনা খবৰ কেইদিন মানৰ ভিতৰতে সমগ্ৰ চিলেট জিলাত বিয়পি পৰে। জমিদাৰৰ আত্মীয় স্বজন আৰু অনেক গণ্য মানুহে সেই মহামূল্যবান অলংকাৰবোৰ চাবলৈ যায়।

আমাৰ দলৰ মানুহ মোৰ সৈতে বাৰজন। দলত বন্দুক চাৰিটা। জালালুদ্দিন আমাৰ দলৰ এজন বুদ্ধিমান আৰু সাহসী লোক আছিল। সেই জালালুদ্দিনে সকলোবোৰ খবৰ সংগ্ৰহ কৰি লৈ আমাক জনাইছিল।

আমি বিয়াৰ দুই কি তিনি দিন আগতে সুসজ্জিত হৈ এদিনাখন গধূলি জালালুদ্দিনৰ ঘৰত গৈ গোট খাওঁ। তাৰ পিচত নিশা জালা-লুদ্দিনৰ ঘৰৰ পৰা গৈ জমিদাৰৰ ঘৰত ডকাইতি কৰি পাচ লক্ষ টকা মূল্যৰ সোণৰ অলংকাৰবোৰ, এক লক্ষ নগদ টকা আৰু বিয়াৰ কাপোৰ যোৰ জমিদাৰৰ ঘৰৰ পৰা লৈ আহো। আপুনি জব্দ কৰা বোৰেই জমিদাৰৰ ঘৰৰ পৰা ডকাইতি কৰি অনা অলংকাৰ, টকা আৰু কাপোৰ বুলি কৈ পালৰ মুখলৈ চাই সৰকাৰে কয়, চাৰ মোৰ ডিঙিটো শুকাই গৈছে। মূৰটো ঘূৰিব ধৰিছে। দয়া কৰি মোক অলপ পানী খাবলৈ দিয়ক।

পালৰ ইঙ্গিতত চিপাহী এজনে ওচৰতে থকা বাল্টিটোৰ পৰা সৰকাৰক পানী এগিলাচ আনি দিলে। সৰকাৰে পানী গিলাচ পান কৰি চকু মুদি দীঘলকৈ উশাহ ললে।

"সমচেৰ, মই দেখা মতে জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰীৰ বাস ভৱনৰ চাৰিও ফালে বাৰ ফুট ওখ পকা দেৱাল আৰু পদূলি মুখত দুৰ্ভেদ্য লৌহদ্বাৰ আছিল। জমিদাৰৰ মতে দিনে নিশাই বাস-ভৱনৰ সম্মুখত সশস্ত্ৰ প্ৰহৰী ৰাখিছিল। তেনেস্থলত তোমালোকে কেনেকৈ ডকাইতি কৰিছিলা কোৱাচোঁন।"

দাৰোগা পালে প্ৰশ্ন কৰে।

আমি জালালুদ্দিনৰ ঘৰৰ পৰা ওলাই গৈ আমাৰ পৰিকল্পনা আৰু আঁচনি মতে জমিদাৰৰ ঘৰৰ ওচৰত থকা মানুহৰ ঘৰবোৰৰ দুৱাৰ-বোৰ বাহিৰৰ পৰা ৰচিৰে বান্ধি বন্ধ কৰি দিছিলোঁ। তাৰ পিচত জমিদাৰৰ দেৱালৰ ভিতৰত থকা বকুল গছ এজোপাৰ আশ্ৰয় লৈ মই

জালালুদ্দিন, তুফ্রান আলি আৰু চৰফ্রাজ আলি অতি সতৰ্কতা অৱলম্বন কৰি গৈ দেৱালৰ ওপৰত উঠিছিলোঁ। বাকীবোৰে হাতত বন্দুক, দা, লাঠি আৰু টৰ্চ লাইট লৈ বাহিৰত পহৰা দি আছিল।

আমি দেৱালৰ ওপৰত গৈ উঠোতে, জমিদাৰৰ বাস ভৱনৰ সন্মুখৰ বাৰাণ্ডাত পহৰাত নিয়োজিত সশস্ত্ৰ চিপাহী জনে, কিবা গম পাইয়েই নেকি "কৌণ হ্যায় খবৰদাৰ" বুলি চিঞৰি উঠে। আমি গছ জোপাৰ আৰত আত্মগোপন কৰিছিলো। জালালুদ্দিনে তৎক্ষণাত তাৰ দুপলীয়া কাৰ্টুজৱালা বন্দুকটোৰে চিপাহী জনৰ ওপৰত গুলি বৰ্ষণ কৰে। লগে লগে ৰখীয়া চিপাহী জনে মৰগিয়া, মৰগিয়া বুলি চিৎকাৰ কৰি মাটিত বাগৰি পৰে।

আমি চাৰিও জনে দেৱালৰ পৰা নামি তৰিৎ বেগে গৈ বাৰাণ্ডাত উঠিছিলো। তুফ্রান আলিয়ে চিপাহীটোৰ বন্দুকটো তুলি লৈছিল। মই বাৰাণ্ডাত ওলমি থকা লেম্পটো নুমাই দিছিলোঁ। সেই সময়ত "চিপাহীজী ক্যা হুৱা "বুলি চিঞৰি জমিদাৰে ঘৰৰ পৰা দুৱাৰ খুলি বাৰাণ্ডালৈ ওলাই আহে। চৰফ্রাজ আলিয়ে তাৰ হাতত থকা লাঠি ডালেৰে অতৰ্কিতে জমিদাৰৰ মূৰত কোব এটা মাৰিছিল। জমিদাৰে চোৰ ঐ ডকাইত ঐ মৰিলো ঐ বুলি চিঞৰি চিঞৰি পিচুৱাই গৈ ঘৰৰ ভিতৰত বাগৰি পৰিছিল। লগে লগে জমিদাৰৰ পৰিয়াল বৰ্গই চোৰ ঐ ডকাইত ঐ মাৰিলো ঐ ৰক্ষা কৰা ৰক্ষা কৰা বুলি চিঞৰি ঘৰৰ ভিতৰত হুলস্থুল লগাই দিছিল।

চুপ্ থাক। বেচি চিঞৰ বাখৰ কৰিলে প্ৰত্যেককে গুলিয়াই হত্যা কৰিম বুলি কৈ মই আৰু জালালুদ্দিনে জমিদাৰৰ পৰিয়াল বৰ্গক লক্ষ্য কৰি বন্দুক তুলি লৈছিলোঁ। সকলোৱে ভয়তে চুপ মাৰি থাকে।

জমিদাৰৰ মূৰৰ পৰা ধাৰাসাৰে ৰক্তপাত হবলৈ ধৰিছিল। জমিদাৰ চাহাব। পাচ লক্ষ টকা মূল্যৰ হীৰা, মাণিক আৰু মুক্তাদি খচিত সোণৰ অলংকাৰবোৰ আৰু যৌতুকৰ কাৰণে জমা কৰি থোৱা এক লক্ষ টকা ক'ত আছে ?

জমিদাৰ সত্যেন্দ্ৰ নাৰায়ণ দেৱ চৌধুৰীৰ বুকুৰ ওপৰত দেগাৰ তুলি চৰফ্রাজ আলিয়ে প্ৰশ্ন কৰিছিল।

ভীতি বিহবল জমিদাৰে থৰ্ থৰ্ কৈ কঁপিছিল। তেওঁৰ মুখৰে সমূলি মাত ওলোৱা নাছিল।

নেমাত কিয় ? নেমাতিলে এই দেগাৰখন বুকুত সুমুৱাই দিম।"

জমিদাৰৰ বুকুত দেগাৰখন টোৱাই পুনঃ চৰফাজে কয়।

তোমালোকে মোৰ স্বামীক নেমাৰিবা। তোমালোকক যি লাগে সকলোখিনি মই তোমালোকক উলিয়াই দিম বুলি কৈ জমিদাৰৰ পৰিবাৰে, লৌহ আলমাৰি খুলি আপুনি জব্দ কৰা সোণৰ অলংকাৰবোৰ, বিয়াৰ কাপোৰ যোৰ আৰু এক লক্ষ টকাৰ হাজাৰ টকীয়া নোটৰ বান্দিল এটা উলিয়াই দিয়ে।

আমি টকা আৰু সোণৰ অলংকাৰৰ টোপোলাটো হাতত লৈ জমিদাৰক হাতে ভৰিয়ে বান্ধি মজিয়াত পেলাই থৈ বাহিৰলৈ ওলাই আহোঁ। বাহিৰত সেই সময়ত, চোৰ ঐ ডকাইত ঐ ধৰ্ ধৰ্ মাৰ্ মাৰ্ বুলি মানুহে ভীষণ চিৎকাৰ কৰি আছিল।

জমিদাৰৰ ভতিজাকৰ দুতলা ঘৰৰ ওপৰৰ পৰা আমাৰ ওপৰত গুলি বৰ্ষণ কৰিছিল। আমিও জমিদাৰৰ ভতিজাকৰ ঘৰৰ ওপৰত আৰু চিৎকাৰ কৰি আগবাঢ়ি অহা চহৰ বাসীৰ ওপৰত গুলি বৰ্ষণ কৰিছিলো। আমাৰ ধাৰাসাৰ গুলী বৰ্ষণৰ ফলত সকলোৱে পলাই পত্নং দিছিল। সেই সুযোগতে আমি জালালুদ্দিনৰ ঘৰলৈ আহোঁ। জমিদাৰৰ ভতিজাকৰ ঘৰৰ পৰা আমাৰ ওপৰত গুলী বৰ্ষণ কৰোতে চেৰাগুলী এটা জালালুদ্দিনৰ কোমৰত লাগিছিল। আমাৰ লগত আমাৰ দলৰ ফকৰুদ্দিন ঘূৰি নাহিল। ঘোৰ অন্ধকাৰ নিশা সি যে, ক'ত বৈ গ'ল আমি কব নোৱাৰিলোঁ। তাৰ কাৰণে আমি চিন্তিত হৈ পৰিছিলোঁ। ফকৰুদ্দিনৰ কাৰণে অপেক্ষা কৰি থাকোঁতে, নিশা প্ৰায় শেষ হৈ আহিছিল। অৱশেষত মই ফকৰুদ্দিনৰ বাহিৰে দলৰ আটাইবোৰক এহেজাৰ এহেজাৰ কৈ টকা দি বাকী টকা আৰু অলংকাৰবোৰ পিচ দিনা নিশা জালালুদ্দিনৰ ঘৰতে ভাগ কৰা হব বুলি কৈ সকলোকে বিদায় দিছিলোঁ।

দীঘল দীঘল কৈ উশাহ লৈ সৰকাৰে কয়।

তাৰ পিচত ?

পুনৰ পালে সোধে।

সেইদিনা নিশা মই জালালুদ্দিনৰ ঘৰতে আছিলোঁ। জালালৰ ঘৰটো গাওঁৰ পৰা দূৰৈত হাবিৰ মাজত অৱস্থিত। অকলশৰীয়া ঘৰ। জালালৰ পৰিয়ালত তিনিটা প্ৰাণী। জালাল, তেওঁৰ পৰিবাৰ আমিনা

খাতুন আৰু এটা লৰা, নাম ৰাজা। ৰাজা ধুনীয়া লৰা। জমিদাৰৰ স্কুলত পঢ়িছিল।

পিচ দিনা দুপৰীয়া, আমি দুয়োজনে ভাত পানী খাই উঠি শুই থাকোঁ। জালালুদ্দিনৰ কোমৰৰ বিষত জ্বৰ উঠিছিল। আবেলি চাৰিমান বজাত ৰাজাই স্কুলৰ পৰা ঘূৰি আহি, জমিদাৰৰ ঘৰত যোৱা নিশা হোৱা ডকাইতিৰ কাহিনী তাৰ মাকক শুনাইছিল। তদুপৰি সি ফকৰুদ্দিন নামক গুলিত আহত হোৱা ডকাইত এজনকো গাওঁৰ মানুহে ধৰি আনি পুলিচৰ হাতত সমজাই দিয়া বুলি মাকৰ আগত প্ৰকাশ কৰিছিল।

ফকৰুদ্দিন আহত অৱস্থাত গ্ৰেপ্তাৰ হোৱা খবৰটো শুনি জালালুদ্দিন আতঙ্কিত হৈছিল। ময়ো চিন্তিত হৈছিলোঁ। আমি দুয়োজনে আলোচনা কৰি সূৰ্য্যাস্ত হোৱাৰ কিছু সময়ৰ পিচতে লুণ্ঠিত অলংকাৰ, বিয়াৰ কাপোৰ আৰু ধনখিনি লগত লৈ জালালুদ্দিনৰ ঘৰৰ পৰা মৈমন সিং অভিমুখে ৰাওনা হৈছিলোঁ।

নিশা লাহে লাহে গম্ভীৰ হৈ অহাৰ লগে লগে জালালুদ্দিনৰ শৰীৰত জ্বৰৰ প্ৰকোপ বাঢ়ি আহিছিল। সি মোৰ লগত সমানে খোজ কাঢ়িব নোৱাৰা হৈ পৰিছিল। জ্বৰৰ উত্তাপ আৰু কোমৰৰ বিষত য'তে ত'তে বহি পৰিছিল। বিশেষকৈ সি পানীৰ পিয়াহত আতুৰ হৈছিল। আমি গৈ মৈমন সিং জিলাৰ অন্তৰ্গত নৱাবগঞ্জৰ ওচৰ পাওঁতেই নিশা শেষ হৈছিল।

নৱাবগঞ্জৰ ওচৰত হাবিৰ মাজত ভেলেঙি বিল। জালালুদ্দিনে বিলত নামি পানী খাই, পানীৰ পৰা উঠি আহিবলৈ ধৰোঁতে, বিলৰ পাৰৰ বোকাত বাগৰি পৰিছিল। মই অশেষ কষ্ট কৰি তাক বোকাৰ পৰা তুলি আনিছিলোঁ। বিলৰ পাৰত, হাবিৰ কাষত মাছমৰীয়া মানুহে সজা ভগা জুপুৰি ঘৰ এটা মোৰ চকুত পৰিছিল। জালালুদ্দিনে খোজ কাঢ়িব নোৱাৰা হোৱাত, মই তাক কান্ধত তুলি নি জুপৰি ঘৰটোৰ ভিতৰত শুৱাই থৈছিলো।

মই ওবে দিনটো তাৰ মুখত পানী ঢালি আৰু পানী খুৱাই কটাওঁ। জ্বৰৰ কোনো পৰিবৰ্তন নঘটে। গধূলি হয়। ঘোৰ অন্ধকাৰে আবৰি ধৰে। জালালুদ্দিনে অজ্ঞান হৈ পৰি থাকে। ওবে নিশা আৰু ওবে দিনটো অনাহাৰে অনিদ্ৰাই কটাই মই চিন্তিত হওঁ। জালালুদ্দিনক

জগাই তুলিবলৈ অনেক চেষ্টা কৰো। সকলো চেষ্টা বিফল হোৱাত মই নিৰুপায়ত পৰি জালালুদ্দিনৰ মূৰটো কাটি নি বিলৰ বোকাত পুতি থওঁ। তাৰ পিচত ধন অলংকাৰৰ টোপোলাটো হাত হৈ গন্তব্য স্থান অভিমুখে ৰাওঁনা হৈছিলোঁ।

জালালুদ্দিনৰ মূৰটো কাটি নি বিলৰ বোকাত পুতি ৰাখিছিলা কিয়?

আচৰিত হৈ প্ৰশ্ন কৰে পালে।

সৰকাৰৰ কথা শুনি ৰহমান উত্তেজিত হৈ উঠে। সি থৰ্ থৰ্-কৰি কপিবলৈ ধৰে।

জালালুদ্দিনৰ পৰা মোৰ খবৰ পুলিচে পাব পাৰে বুলি ভাবি চাৰ।

সৰকাৰে উত্তৰ দিয়ে।

ৰহমানে চকুলো টুকে। আনাৰে আচৰিত হৈ ৰহমানৰ মুখলৈ চাই থাকে।

তাৰ পিচত?

পুনৰ পালে প্ৰশ্ন কৰে।

মোক অলপ পানী খাবলৈ দিয়ক চাৰ। মোৰ ডিঙিটো শুকাই গৈছে। মূৰটো ঘূৰিব ধৰিছে।

পালৰ মুখলৈ চাই অনুনয়ৰ সুৰত বেদনাগ্ৰস্ত সৰকাৰে কৈ পানী খোজে।

পালৰ আদেশত চিপাহী এজনে পানী এগিলাচ আনি সৰকাৰক দিয়ে। সৰকাৰে পানী গিলাচ পান কৰি হক্ হক্ শব্দ কৰি বমি কৰে। বমিৰ লগত মুখৰ পৰা তেজ পৰে। সৰকাৰে বুকুত হাত দি ঘন ঘনকৈ উশাহ লয়। পালে সৰকাৰৰ অৱস্থা শোচনীয় হৈ অহা যেন দেখি, সৰকাৰৰ হাতৰ পৰা হাত কড়ি খুলি দিবলৈ চিপাহী এজনক নিৰ্দ্দেশ দিয়ে। চিপাহী জনে হাত কড়ি খুলি দিয়ে।

সৰকাৰে বাওঁহাতেৰে মুখখন মচি ঘন ঘন কৈ উশাহ লয়। তাৰ পিচত কি হ'ল সমচেৰ?

পালে প্ৰশ্ন কৰে।

কওঁ শুনক চাৰ বুলি কৈ সৰকাৰ ক্ষন্তেক নিৰৱে থাকে। তাৰ পিচত নিজক সংযত কৰি সৰকাৰে কয়, যথা সময়ত মই নিৰ্বিঘ্নে গৈ সেৰপুৰত উপস্থিত হৈছিলোঁ। পুলিচৰ ভয়ত লুণ্ঠিত ধন অলংকাৰৰ টোপোলাটো হাবিত পুতি ৰাখি কোনো দিন নিশা হাবিত, কোনো

দিনা নিশা কাৰোবাৰ ঘৰত থাকি সেৰপুৰত অতি কষ্টে এমাহ কটাইছিলোঁ।

তাৰ পিচত সেৰপুৰৰ ৰিয়াজ আলি নামে জমিহীন কৃষক এজনৰ লগত অসমলৈ আহি হোজাইত উপস্থিত হৈছিলোঁ। হোজাইৰ মচ্‌জিদৰ মৌলবী চাহাবৰ লগত থাকি দুমাহ কটাওঁ। সেই সময়তে এই ঘৰৰ মালিক চিৰাজ আলিৰ লগত পৰিচিত হৈছিলোঁ।

চিৰাজ আলি বৰ ধৰ্মভীৰু মানুহ আছিল। তেওঁ মোক হোজাইৰ পৰা মাতি আনি তেওঁৰ ঘৰত আশ্ৰয় দিছিল। মানুহজন দুঃখীয়া আছিল। চিৰাজ আলিৰ পৰিবাৰ বেগম আনোৱাৰা এগৰাকী স্বাস্থ্যৱতী ৰূপৱতী তিৰোতা। মই তেওঁৰ প্ৰতি আকৃষ্ট হওঁ। মোৰ দুৰ্বলতাৰ সুযোগ লৈ আনোৱাৰাই মোৰ লগত থকা ধন আৰু অলংকাৰবোৰৰ গম পায়।

আনোৱাৰাই মোৰ ধন দৌলতৰ লোভত পৰি মোৰ বাহু বন্ধনত সহজে আবদ্ধ হয়। চিৰাজক অৱহেলা কৰে। এদিনাখন নিশা চিৰাজৰ হাতত ধৰা পৰো। তেওঁ আনোৱাৰাক মাৰ পিট কৰি সাত দিনৰ ভিতৰতে তেওঁৰ ঘৰ এৰি মোক যাবলৈ আদেশ দিছিল। মই তেওঁৰ ঘৰ এৰি যাবলৈ সাজু হৈছিলোঁ। কিন্তু আনোৱাৰাই হাতে ভৰি ধৰি মোক যাবলৈ বাধা দিয়ে। নিৰুপায়ত পৰি মই আনোৱাৰাৰ যোগেদি চিৰাজক বিষ খুৱাই মাৰো বুলি কোৱাৰ লগে লগে সৰকাৰৰ মুখেৰে হক্‌ হক্‌ কৈ তেজ বমি হয়। তেওঁ আৰু থিয়েৰে বহি থাকিব নোৱাৰি মাটিত বাগৰি পৰে।

মাটিত বাগৰি পৰি কেই মিনিটমান তেজ বমি কৰাৰ পিচত সৰকাৰৰ চকু মুখ সেতা পৰি যায়। তেওঁ চট্‌ ফট্‌ কৰি ঘন ঘনকৈ উশাহ লয়। দিনত চোতালত তৰিবলৈ লোৱা চামিয়ানাৰ পালখন সৰকাৰৰ ওচৰতে বাৰাণ্ডাত পৰি আছিল। সৰকাৰৰ অৱস্থা শোচনীয় হৈ পৰা যেন দেখি চিপাহি এজনে সৰকাৰৰ মূৰটো পাল খনৰ ওপৰত তুলি দিয়ে।

সৰকাৰে ক্ষন্তেক নিৰৱে পৰি থাকি বেদনা সূচক ভঙ্গী কৰি পালৰ মুখলৈ চাই অনুনয়ৰ সুৰত কয়, চাৰ। মোৰ পেটটো উধহি বুকুত খুন্দামাৰি ধৰিছে। মুখখন শুকাই গৈছে। ভৰি হাতবোৰ টনা টনি কৰিব ধৰিছে। উশাহটো মাজে মাজে বন্ধ হৈ যাব খোজে। মই আৰু

বেচি সময় জীয়াই নেথাকো। মোক অলপ পানী খাবলৈ দিয়ক চাৰ।

তুমি আৰু বেচি পানী নেখাবা। বেচিকৈ পানী খালে পেটটো উখহি উঠিব আৰু তোমাৰ বমি হ'ব।

পালে উপদেশৰ সুৰত কয়।

মুখখন শুকাইছে। জিভাখন কোচখাই গৈছে। অলপমান পানী দিয়ক। নহলে মই মৰি যাম।

সৰকাৰে তৃষ্ণাতুৰ হৈ পুনৰ অনুৰোধ জনায়।

চিপাহী এজনে পালৰ ইঙ্গিতত সৰকাৰক অলপ পানী খাবলৈ দিয়ে। সৰকাৰে পানীখিনি খাই উঠি, চকু মুদি ঘন ঘন কৈ উশাহ লৈ চট্ ফট্ কৰিবলৈ ধৰে। ৰহমান আৰু আনাৰ আতঙ্কিত হৈ সৰকাৰৰ ফালে চাই থাকে। পালে সৰকাৰৰ মূৰত পানী দিবলৈ চিপাহী এজনক আদেশ দিয়ে। চিপাহী এজনে সৰকাৰৰ মূৰত আৰু চকু মুখে পানী চতিয়াই দিয়ে। সৰকাৰে চট্ ফট্ কৰি থাকে।

সৰকাৰৰ সেই সংকটাবস্থা দেখিয়েই হবলা নিশা দেৱীয়ে আতঙ্কিত হৈ এন্ধাৰবোৰ সামৰি লৈ পৃথিবীৰ পৰা লাহে ধীৰে বিদায় লৈছিল। সৰকাৰৰ বাৰীৰ গছবোৰত বাহ সাজি থকা চৰাইবোৰেও সৰকাৰৰ অৱস্থা দেখি ভয়তে খিচ্ মিচ শব্দ কৰি বাহৰ পৰা উৰি যায়। কাউৰী এযুৰি আহি কা কা শব্দ কৰি চোতালত পৰে। বাৰাণ্ডাত নিৰবে শুই থকা সৰকাৰৰ লেৰেলা কুকুৰটোৱে হঠাতে ওপৰলৈ মূৰ তুলি ভে উ উ শব্দ কৰি চিঞৰিবলৈ ধৰে। লাহে লাহে পোহৰ হৈ আহে।

কুকুৰটোৰ নেৰানেপৰা বিমজলীয়া চিঞৰ শুনি, কুকুৰটোৰ আৰু কি হ'ল বুলি কৈ চিপাহী এজনে বাৰান্দাৰ পৰা কুকুৰটো খেদি দিলে।

সমচেৰ, তোমাৰ দলৰ ডকাইতবোৰে এতিয়া ক'ত আছে জানানে তুমি?

ইমান সময় সৰকাৰৰ মুখলৈ নিৰবে চাই থাকি পালে পুনৰ সৰকাৰক সোধে।

"নেজানো।"

ঘনাই উশাহ লৈ পালৰ মুখলৈ চকুমেলি নোচোৱাকৈয়ে সৰকাৰে উত্তৰ দিয়ে।

তোমাৰ বন্ধু জালাল্‌দ্দিনৰ পৰিবাৰ আৰু লৰা "ৰাজা" এতিয়া ক'ত আছে তুমি জানানে?

"মই শুনামতে জালাল্‌দ্দিনৰ পৰিবাৰক মাৰ পিট কৰি ধৰি নি হেনো জেলত ৰাখিছিল। তেওঁৰ জেলতেই মৃত্যু হয়। ৰাজা এতিয়া জীয়াই আছেনে মৰিছে, মই নেজানোঁ।"

চকু মুদি অস্ফুট স্বৰে সৰকাৰে উত্তৰ দিয়ে।

তোমাৰ চহিদ নাম যে চাকৰ এজন আছিল, তাৰ কি হ'ল।

'তাক মই গুলিয়াই মাৰিছো।

"কিয় ?"

"সি মোক চিনি পোৱা বুলি কৈছিল।"

সৰকাৰৰ শৰীৰ লাহে লাহে অৱশ হৈ আহিছিল। চকুমুদি দীঘল দীঘলকৈ উশাহ লৈ আছিল।

"ৰাজাৰ" বিষয়ে সৰকাৰৰ উত্তৰ শুনি পালে জিজ্ঞাসু নেত্ৰে ৰহমানৰ মুখলৈ চায়।

ময়েই সেই ৰাজা, নহয় জানোঁ চাচা? মই দেখোন গত বাৰ বছৰ ধৰি আপোনাৰ লগতেই আছোঁ।

দাৰোগা পলেৰ চকুৰ চাৱনিৰ অৰ্থ বুজিব পাৰি সৰকাৰৰ মুখলৈ চাই প্ৰশ্নবোধক সুৰত ৰহমানে কয়।

মৃত্যুমুখী সৰকাৰে ৰহমানৰ কথা শুনি উচপ খাই উঠে। তেওঁ আচৰিত হৈ প্ৰশ্নবোধক সুৰত "কি?" উচ্চাৰণ কৰি বিস্ফাৰিত নেত্ৰে অপলক দৃষ্টি নিক্ষেপ কৰি ৰহমানৰ মুখলৈ চাই থাকিল।

'কি কোৱা সমচেৰ? চাই থাকিলা যে? এই ৰহমানেই তোমাৰ সেই বন্ধু পুত্ৰ ৰাজা নহয় জানোঁ? এতিয়াও তাক চিনিব পৰা নাই নেকি?

সৰকাৰৰ মুখলৈ চাই পালে প্ৰশ্ন কৰে।

সৰকাৰে নিৰুত্তৰ হৈ অপলক দৃষ্টি নিক্ষেপ কৰি ৰহমানৰ ফালে চাই থাকে।

নেমাতা কিয় সমচেৰ? এতিয়াও ৰাজাক চিনি পোৱা নাই নেকি? পুনৰ সোধে পালে।

নিৰুত্তৰ সৰকাৰ।

সৰকাৰে কোনো প্ৰত্যুত্তৰ নকৰি অপলক দৃষ্টি নিক্ষেপ কৰি চাই থকা দেখি ৰহমানে কিবা ভাবি চিন্তি চোতালৰ পৰা আঁতৰি গৈ, পদুলি মুখত শেৱালি ফুল জোপাৰ তলত ঠিয় হ'ল। আনাৰে ইমান সময় সৰকাৰৰ মুখত নৰহত্যা আৰু লোমহৰ্ষক ডকাইতিৰ কাহিনী শুনি বাকৰুদ্ধ হৈ সৰকাৰৰ মুখলৈ চাই আছিল। ৰহমানে পদুলি মুখলৈ যোৱা দেখি ভীতি বিহ্বলা নিৰাশ্ৰয়া আনাৰে ইফালে সিফালে চাই পদুলি মুখলৈ গৈ 'কলৈ যোৱা তুমি' বুলি কৈ দুহাতেৰে ৰহমানক সাৱটি ধৰিলে। প্ৰকৃত প্ৰেমিক প্ৰেমিকাৰ মিলন দেখি আনন্দতে কেই-পাহমান শেৱালি ফুল তেওঁলোকৰ মূৰত সৰি পৰিল। আকাশত দিনমণিয়ে তেওঁলোকৰ ফালে প্ৰফুল্ল মনে চাই থাকে।

সৰকাৰে নেমাতি একেৰাহে চাই থকা দেখি, পালে সৰকাৰৰ বুকুত হাত দি চালে। পালৰ পৰশত সৰকাৰৰ মূৰটো বাওঁফালে ঢলি পৰিল। লগে লগে তেওঁৰ মুখৰ পৰা কেঁচা তেজ এজোলোকা ওলাই চোতাললৈ বাগৰি গ'ল। কুখ্যাত পলাতক ডকাইত সমচেৰ আলিৰ কলিজাৰ কেঁচা তেজেৰে সেই দিনা বিয়াত তৰিবলৈ উলিওৱা চামিয়ানাখন ৰক্ত ৰঞ্জিত হ'ল।

দাৰোগা পালে, তেওঁৰ মূৰত পিন্ধা হেট্‌টো বাওঁ হাতেৰে ওপৰলৈ তুলি চিপাহী বিলাকৰ ফালে চাই কলে ---শেষ।

--০--